নকলী কীৰ্ত্তিচন্দ্ৰবিলাকে সেই বুৰঞ্জীৰ অস্তিত্ব লোপ কৰিব পাৰিব বুলি আশঙ্কা কৰিব নালাগে।

## নগাঁৱৰ সংক্ষেপ বুৰঞ্জী

বাইজসকল, মোৰ ক'বলৈ আৰু সৰহ নাই। আমি সকলোটি আহি আজি য'ত সম্মিলিত হৈছোহিহঁক, সেই নগাঁৱৰ সম্বন্ধে একেষাৰ কৈয়েই আজি মোৰ বক্তব্যৰ সামৰণি মাৰিম। এই নগাঁও জিলা অসমৰ ভিতৰত এখন অতি পৱিত্ৰ তীৰ্থস্থান আৰু বুৰঞ্জীপ্ৰসিদ্ধ ঠাই। তীৰ্থস্থান বুলিছোঁ, কিয়নো অসমীয়াৰ গৌৰৱৰ ধন মহাপুৰুষ শঙ্কৰদেৱৰ নিজ জন্মভূমি শিশুলীলাৰ ঠাই বৰদোৱা এই নগাঁও জিলাতে আৰু ইয়াতে মহাপুৰুষ দামোদৰদেৱৰো জন্মস্থান। পূৰ্ব্বে এই নগাঁও জিলা কছাৰী আৰু জয়ন্তীয়া ৰজাৰ অধীনত আছিল। পিছে আহোম ৰজাই ক্ৰমে সিবিলাকৰ হাতৰপৰা কাঢ়ি লৈ নিজ ৰাজ্যৰ ভিতৰুৱা কৰি, আন ঠাইৰপৰা মানুহ আনি, নতুনকৈ ইয়াত এখন গাঁও পাতিছিল বুলি ইয়াৰ নাম নগাঁও হ'ল। বৰ্ত্তমান বহি থকা ঠাইৰপৰা প্ৰায় আধা মাইল পূবে সেই নগাঁও আছিল। তাৰ নাম অনুসৰিয়েই এতিয়া গোটেইখন জিলাৰ নাম নগাঁও হৈছে। ইং ১৬১১ চনত আহোমৰ বুদ্ধিস্বৰ্গনাৰায়ণ মহাৰজাৰ দিনত, মোমাই-তামূলী বৰবৰুৱাই কলিয়াবৰৰপৰা প্ৰথমতে মানুহ আনি এহেজাৰ পাইকেৰে শৃংখলা ৰূপে এই নগাঁও পাতিবলৈ আৰম্ভ কৰে, আৰু গদাধৰসিংহ মহাৰজাৰ দিনত সন্দিকৈ বৰফুকনে ইং ১৭২২ চনত (?) নগাঁও পতা শেষ কৰে। কছাৰী জয়ন্তীয়া মিকিৰ প্ৰভৃতিৰ আক্ৰমণ নিবাৰণ কৰিবলৈ ন-খন গাঁৱত সেই এহেজাৰ পাইক পতা হৈছিল। কলং নৈৰ দুয়ো পাৰে এইবোৰ গাঁও আৰু ইয়াৰ দুয়োকাষে দুটা আলি আছিল। ঘৰৰ পৰিয়াল বুজি, পথালিয়ে আলিৰ দাঁতিত বেঁও জুখি মাটি দিয়া হৈছিল, আৰু দীঘে যি যিমান পাৰে সিমান ল'ব পাৰিছিল। ইয়াতে সাতগাঁও আৰু আঠগাঁও নামে দুখন গাঁও আছিল তাতো দুখেল পাইক আছিল। এনে কঠিন শাসনেৰে এই নগাঁও পতা হৈছিল যে প্ৰতি দিনে মানুহেপতি বাঁহৰ মুঢ়া বা তামোলৰ পুলি, নাইবা আন কোনো আম কঠালৰ গছকেই কেইজোপামান ৰুব লাগিছিল। তিৰুতাজনীয়ে অন্ততঃ কেইটামান সূতনাহি কাটিব লাগিছিল। বৰবৰুৱাৰ টেকেলাই গৈ প্ৰতি দিনে এই কাৰ্য্য চোৱাৰ নিয়ম আছিল আৰু তাকে নকৰিলে মুনিহে কি তিৰুতাই দণ্ড পাইছিল। সেই কাৰণেই নগাঁৱৰ গাঁওবোৰ অসমৰ অন্য ঠাইৰ গাঁৱতকৈ শৃংখলাবদ্ধ। এই নগাঁও পতা কাৰ্য্য আৰম্ভ কৰোঁতে ইয়াত চাৰি ঘৰ ব্ৰাহ্মণ আৰু কঢ়াল, খৰঙী, বাৰৰ প্ৰভৃতি নঘৰ মানুহ প্ৰধান আছিল। আহোম আৰু অন্যান্য ভদ্ৰবংশীয় অনেক মানুহ উজনিৰপৰা আনি ইয়াত পতাহি হৈছিল।

লাঙি গদাপাণি (পিছলৈ গদাধৰসিংহ) লৰাৰজাৰ ভয়ত ছদ্মবেশ ধৰি পলাই ফুৰোঁতে, উজনিৰ কোনো গোসাঁইৰ সত্ৰত আশ্ৰয় নোপোৱাত শেষত জখলাবন্ধা সত্ৰত আশ্ৰয় লয়হি। সেই সময়ৰ জখলাবন্ধাৰ সত্ৰাধিকাৰ গোসাঁয়ে তেওঁৰ গাত ৰাজলক্ষণ দেখি চিনি পাই, ভাল গেঁৰা মহ এটা মৰাই তেওঁক ভাত খুৱাই, তমি এদিন ৰজা

হবা বুলি আশীৰ্ব্বাদ কৰিছিল। পিছত গদাপাণি ৰজা হৈ আন আন গোসাঁই মহন্ত-বিলাকক যেতিয়া চেউনি বছা আদি ঠাইত বন্দী কৰে, তেতিয়া সেই জখলাবন্ধীয়া গোসাঁয়ে ৰজাক অনুৰোধ কৰি সেই গোসাঁই-মহন্তবিলাকক মুক্তি দিছিল। সেই জখলাবন্ধা সত্ৰও এই নগাঁৱতেই। নগাঁও জিলাৰে মিছাবাহৰত ৰুদ্ৰসিংহ মহাৰজাৰ লগত ইং ১৭১১ চনত জয়ন্তীয়া আৰু কছাৰী ৰজাই সাক্ষাৎ কৰি, আহোম ৰজাৰ বশ্যতা স্বীকাৰ কৰে। মোৱামৰীয়া বিদ্রোহৰ কালত, গৌৰীনাথসিংহ মহাৰজাই ৰূপহীৰ ওচৰত বাহৰ কৰি থাকোঁতে, লগৰ ফুকন বৰুৱা আদি বিষয়াবিলাকে নগাঁৱৰ মানুহৰ বাৰীৰ তামোল-পাণ আদি আপোন ইচ্ছাৰে বলেৰে পৰাই আনিছিল আৰু অনেকৰ মাটি কাঢ়ি লৈ খাত পাতি নগঞা মানুহক অনেক উপদ্রব কৰিছিল। তাতে নগঞা মানুহে খং খাই সকলোটি একেমুঠীয়া হৈ ওলাই আহি, হাতত দা, যাঠি লৈ ৰজাৰ বাহৰৰ চাৰিওফালে কিৰীলি মাৰি ধৰি, বোলে "স্বৰ্গদেও ইয়াৰপৰা ওলাই যাওক, যদিহে নাযায়, বৰবৰুৱা, বৰফুকনকে মুখ্য কৰি সকলো ফুকন বৰুৱাখিনিৰ গাল-সলনি কৰোক। আমি বন্দীহঁতে একো ৰূপে ৰক্ষা নাপাইছে স্বৰ্গদেৱক জনাইছোঁ।" পিছে ৰজাই নগঞা প্ৰজালৈ ভয় কৰিয়েই হওক বা সিবিলাকৰ মনত সন্তোষ দিবৰ অৰ্থেই হওক, বৰুৱা ফুকনবিলাকৰ গালসলনি কৰিবলৈ মান্তি হ'ল আৰু বোলে, "তহঁতে নো কাক বৰুৱা, ফুকন পাতিবলৈ জনাইছ"? নগঞা মানুহে বোলে, "পূৰ্ব্বাপৰে বৰবৰুৱা বৰফুকন হোৱা অনেক ঘৰ আছে, তাৰে স্বৰ্গদেৱে যাক পাতিলে আমি বন্দীহঁতে ৰক্ষা পাওঁ, তাকে পাতক"। এই কথা শুনি, ৰজাই নগঞা প্ৰজাৰ মন বুজি ৰূপহীৰ বাহৰতে বুঢ়াচেটীয়াক বৰফুকন ভাঙি, দুৱৰাৰ বদনচন্দ্ৰক বৰফুকন পাতে, আৰু সন্দিকৈৰ ভদৰি চোলাধৰা ফুকনক লাহনৰ বাচকটীয়াক ভাঙি, তেওঁৰ ঠাইত বৰবৰুৱা পাতিলে। এই ভদৰি বৰবৰুৱা মোৰ আজোককা। প্ৰকৃত কথা কবলৈ গ'লে, নগঞা মানুহৰ অনুগ্ৰহতেই মই আজি মোৰ নামৰ পাছত বৰবৰুৱা লিখিবলৈ পাইছোঁ। সেই কাৰণে নগঞা মানুহৰ ওচৰত মই কৃতজ্ঞ আৰু নগাঁও মোৰ গৌৰবৰ ঠাই আৰু এক হিচাপে তীৰ্থস্থান।

ইয়াৰ পিছত মানৰ আক্ৰমণৰ দিনত, এই নগাঁও জিলাৰেই ইয়াৰপৰা প্ৰায় ২৮ মাইল আঁতৰত কুঁৱৰীটোল নামে চন্দ্ৰকান্তসিংহৰ কুঁৱৰীবিলাকৰ টোল আছিল। তেতিয়া চন্দ্ৰকান্তসিংহ কলিয়াবৰত থাকে আৰু ইংৰাজ সৈন্যই মানক খেদি গড়গাঁও নগৰ উদ্ধাৰ কৰে। এই কুঁৱৰীটোলৰ উজনিতে হাটবৰ (ইয়াৰ পৰা ৩১ মাইল দূৰৈত) তাতে ইংৰাজ সৈন্যে মানক হেৰুৱায়। এই ঠাইৰপৰা প্ৰায় আঠ মাইল দূৰৈত পুৰণি-গুদাম। এই পুৰণিগুদামৰ ভাটিত সাত মাইলৰ মাজৰ ঠাইডোখৰতে কাখৰি নামে গাঁৱত মানহঁত পলাবৰ সময়ত এটা জাকি দিয়ে। স্কটলণ্ডৰ গ্লেন্‌কোৰ হত্যাকাণ্ড আৰু ভাৰতৰ অন্ধকূপ হত্যাৰ অমানুষিক অত্যাচাৰ আৰু নৃশংসতাত এই কাখৰি গাঁৱৰ জাকিৰ সমতুল নহয়। ঘৰ এটাৰ ভিতৰত থাক্-থাক্ কৈ দুখন ডালবাঁহৰ চাং পাতি, তাতে যাকে য'তে পালে, ধৰি আনি ভৰাই, বাহিৰৰপৰা দুৱাৰ মাৰি, ঘৰটোত জুই লগাই দি, আমাৰ মানুহবোৰ পুৰি মাৰিছিল। এনেকুৱা অনেক বুৰঞ্জীপ্ৰসিদ্ধ ঘটনাৰ এই নগাঁও জিলা আবাসভূমি। সেই নগাঁৱতে আজি বুৰঞ্জী-বিভাগৰ পোনপ্ৰথমে অধিবেশন হোৱাটো নিশ্চয় যুক্তিসঙ্গত হৈছে আৰু সাহিত্য সভাৰ লগে লগে এই বুৰঞ্জী শাখাৰো ভৱিষ্যতলৈ একোটা অধিবেশন প্ৰতি বছৰে হব বুলি আশা কৰিছো।

# দ্বিতীয় অধিৱেশনৰ সভাপতিৰ অভিভাষণ

ধুবুৰী, ১৯ অক্টোবৰ ১৯৬০

শ্ৰীসূৰ্য্যকুমাৰ ভূঞা

অসম সাহিত্য-সন্মিলনৰ সভাপতি ডাঙৰীয়া, উপস্থিত ভদ্ৰমহিলা আৰু ভদ্ৰমহোদয়সকল,

অসম সাহিত্য-সন্মিলনে এই বুৰঞ্জী বিভাগৰ সৃষ্টি কৰি অসমীয়াৰ পুৰণিকলীয়া বুৰঞ্জী অনুৰাগৰ খতিয়ন কামটিত মাথোন এটি সিংহ-চাব দিছে। অসমীয়া সাহিত্যত যি গৌৰৱৰ সম্ভাৰ আছে, তাৰ ভিতৰত এই বুৰঞ্জী এটা প্ৰধান অঙ্গ নহয় নে? ভাৰতৰ অন্যান্য জাতিয়ে অতীতৰ লিপিবদ্ধ বুৰঞ্জীৰ কাৰণে হা-হুতাশ কৰি মৰিছে, কিন্তু আমি অসমীয়াই আমাৰ পূৰ্ব্বপুৰুষসকলৰ দেশপ্ৰেমৰ সুফল আজি হাতে হাতে ভোগ কৰিছোঁ। আমি অসমীয়া সেই কাৰণে অসভ্য, আধাসভ্য আৰু কিম্বদন্তীৰ ওপৰত জাতীয় গৌৰৱৰ মহামন্দিৰ প্ৰতিষ্ঠা কৰিব লগীয়া হোৱা নাই। অসমীয়া বীৰপুৰুষ, বীৰাঙ্গনা, ধৰ্ম্মবীৰ, কৰ্ম্মবীৰসকলৰ কাহিনীৰে অসমৰ অতীত প্লাবিত হৈ আছে। তেওঁলোকৰ আদৰ্শৰপৰা যুগ-যুগান্তৰ অসমীয়া জাতিয়ে সঞ্জীৱনী মন্ত্ৰ গ্ৰহণ কৰিব আৰু তেওঁলোকৰ মহৎ কাৰ্য্যাৱলীৰ ফালে সকলো অসমীয়াই একেলগে দৃষ্টিপাত কৰি ঐক্যতানৰ মন্ত্ৰেৰে একত্ৰীভূত হব পাৰিব।

বুৰঞ্জী কি, বুৰঞ্জীৰ প্ৰয়োজনীয়তা কি, বিষয়লৈ অসমীয়া সমাজক নকৈ কোনো কথা কোৱাৰ আৱশ্যক নকৰে। বৰ্ত্তমান যুগৰ সভ্যজগতৰ চাৰিওফালে চকু মেলি চাওক। অতীতৰ ৰহস্য ভেদ কৰা কাৰ্য্যত সাত সমুদ্ৰৰ মাণিক আৰু সাত ৰজাৰ ধন ব্যয় কৰা হৈছে। বুৰঞ্জীৰ অন্তৰ্গত এটি সত্য, এটি ঘটনাৰ কাৰণে বুৰঞ্জী গৱেষক-সকলে অপৰিমেয় পৰিশ্ৰম কৰিছে। বুৰঞ্জী অধ্যাপনাৰ কাৰণে প্ৰত্যেক শিক্ষা কেন্দ্ৰতে উপযুক্ত শিক্ষকৰ ব্যৱস্থা কৰা হৈছে। কাৰণ সভ্য জগতে আজি বুজিব পাৰিছে যে অতীত অভিজ্ঞতাৰ সম্বল নহলে কোনো জাতিৰ ভৱিষ্যত প্ৰতিষ্ঠা কৰিব নোৱাৰি। ইংলণ্ডৰ সুপ্ৰসিদ্ধ ইতিহাসবিদ্ দাৰ্শনিক Frederic Harrison-অৰ ভাষাৰে ক'বলৈ গলে, All our hopes of the future depend on a sound understanding of the past (The Meaning of History).

বিশেষকৈ, আমাৰ নিচিনা পতিত জাতিৰ কাৰণে অতীতৰ আদৰ্শৰ সম্বল নিতান্ত আৱশ্যকীয়। জগতত সভ্য সমাজত আমি ছালছিগা ভিকহু। তাত আমাৰ কোনো মাত-বোল কৰিবৰ শক্তি নাই। অন্য দেশৰ মানুহে আকাশ-সমুদ্ৰ, গিৰি-ভৈয়ামৰ ব্যৱধান ছেদ কৰি নিজ্ঞানৰ বিজয় নিছান উৰাব লাগিছে। আমি সেই সভ্যজগতৰ

সভ্যতা ইঞ্জিনত পেট্ৰল, কয়লাৰ যোগান দিছোঁ মাথোন। অসমীয়া ভিকহু, কিন্তু আপোনালোকে মন কৰিছেনে অসমীয়াৰ দেশপ্ৰেম আন কোনো জাতিতকৈ কম নহয়। আপুনি এজন অসমীয়াক ব্যক্তিগতভাৱে গালি পাৰক, তেওঁ একো নামাতে; কিন্তু তেওঁৰ স্বদেশ বা ভাষাৰ বিষয়ে দুআষাৰ বিকৰ্ষনা কৰক, তেওঁৰ চকু ৰঙা হ'ব, তেওঁৰ আত্ম-মৰ্য্যদা ক্ষুণ্ন হব, তেওঁ বিকৰ্ষনাকাৰীক দুআষাৰ স্পষ্ট জবাব দিহে এৰিব। আমাৰ এই দেশ সুপ্ত সিংহৰ দেশ। অসমীয়া মানুহৰ গাত থকা সুপ্ত প্ৰতিভা জাগ্ৰত কৰিবলৈ জানিব লাগে, তেতিয়া অসমীয়া অপৰাজেয় শক্তি হৈ সংসাৰ সংগ্ৰামত অগ্ৰসৰ হব। আমি আজি উঠ্ বুলিলে উঠোঁ-বহোঁ কিন্তু সদায় যে আমাৰ এনে অৱস্থা নাছিল সেইটো কোনোবাই পতিয়াব নে? ভিকহুৰ ধৰ্ম্ম নাই। আমাক দেখিলে কোনে বিশ্বাস কৰিব যে আমিও এটি বহুকলীয়া অখণ্ড প্ৰদীপ সদৃশ সভ্যতাৰ অধিকাৰী আছিলো!

এই অসমৰ বীৰপুৰুষ কৌৰৱৰ মিত্ৰ ভগদত্তই সুদূৰ ধৰ্ম্মক্ষেত্ৰ কুৰুক্ষেত্ৰত চীন কিৰাত সৈন্য গজ-বাজী-পৰিবেষ্টিত হৈ যেতিয়া থিয় হল, তেতিয়া যুযুৎসু সকলৰ সম্যক দৃষ্টিকৰ্ণ অসমীয়া সৈন্যৰ সমৰ-সজ্জা, অসমীয়া ৰণ-মাতঙ্গৰ কুম্ভনিনাদৰ ফালে নিক্ষিপ্ত হৈছিল। এই ভগদত্ত বংশৰে হৰ্ষদেৱ নামে কামৰূপাধিপতিৰ ৰাজ্যদেৱী নামে কন্যাক নেপালৰ লিচ্ছৱি বংশীয় জয়দেৱ নামে নৃপতিয়ে বিবাহ কৰে। ৭৬৯ খৃষ্টাব্দৰ নেপালৰ এখন শিলালিপিত এই হৰ্ষদেৱক গৌড়-ওড্ৰ-কলিঙ্গ-কোশলপতি বুলি বৰ্ণোৱা আছে। ভগদত্ত ৰজাৰ পৰাক্ৰম সূচক কীৰ্ত্তিচিন সুদূৰ ভাগলপুৰতো আজিলৈকে ৰক্ষিত হৈছে। বুকানন-হেমিল্টনে ১৮০৯ খ্ৰীষ্টাব্দত লিখা "Topography of the District of Gorukhpur in Behar" নামে গ্ৰন্থৰ এঠাইত আছে—

Immediately opposite to Bhagalpore, on the other side of the Dewha, and in the district of Ghazeepore, is a very old ruin called Khay-ra-gar, and evidently a fortress, which may contain thirty acres, although part has suffered from the river. This place was built by Bhogodutt, King of Kamroop, when he came to the assistance of Duryodhana, at the commencement of the iron age. Not far from this post is a stone pillar, which is a mere cylinder, with a small flat top, and totaty destitute of elegance. There are no traces of buildings round it, and a considerable portion is probably sunk in the ground. It has contained a long inscription in an ancient character which the Pandits cannot entirely read, many of the letters being obsolete forms. The inscription is, besides, very much defaced, partly by the action of time, and partly by some bigot having attempted to cut through the pillar just in the middle of the inscription. This Lath or pillar, it is alleged, was errected by Bhogodutt (Ancient Assam, Calcutta Review, May, 1876, Vol. XLV, p. 515).

খ্ৰীষ্টীয় প্ৰথম শতাব্দীত এই অসমতে কোনো এজন ৰজাৰ কন্যাক সুদূৰ কাশ্মীৰৰ দিগ্বিজয়ী সম্ৰাট মেঘবাহন ৰজাই বিয়া কৰাইছিল। সেই কন্যাৰ নাম আছিল অমৃতপ্ৰভা। কাশ্মীৰৰ ৰাজমহিষী অমৃতপ্ৰভাই বৌদ্ধ শ্ৰমণ আৰু থেৰাথেৰীসকলৰ কাৰণে অমৃতভৱন নামে এটি মনোৰম বিহাৰ নিৰ্ম্মাণ কৰি দিয়ে। সেই অমৃতভৱন বা অমিত-

ভৱনৰ ভগ্নাৱশেষ এতিয়াও কাশ্মীৰৰ ৰাজাত দেখা যায়। সিংহল দ্বীপত বৌদ্ধধৰ্ম্ম বিস্তাৰ কৰাৰ বাবে মেঘবাহন নৃপতি যেনেকৈ বৌদ্ধ সম্প্ৰদায়ৰ আৰাধ্য হৈ আছে, সেইদৰে আমাৰ জীয়ৰী কাশ্মীৰ ৰজাৰ কুঁৱৰী অমৃতপ্ৰভা আইদেউৰ নামো বৌদ্ধ জগতত বন্দনীয় হৈছে। এই মেঘবাহন আৰু অমৃতপ্ৰভাৰ কাহিনীৰ অংশ M. A. Stein চাহাবৰ অনুবাদিত কাশ্মীৰৰ বুৰঞ্জী ৰাজতৰঙ্গিনীৰপৰা তুলি দিলোঁ,—

Book II : Verse 147. By the advice of his father, Gopaditya, Meghavahana went to the land of the King of Pragjyotisa who was descen- ded from the race of Visnu, for the Svayambar of that King's daughter.

148. There in the presence of the King he received from the Princess Amritaprabha the bride-groom's garland while the parasol of Varuna cast its shade upon him.

149. By this sign the people know his future greatness as by the west wind the gathering of the clouds.

150. Because this parasol, which, King Naraka had carried away from Varuna, cast its shade on no one but a sovereign of the whole Globe.

Book III : Verse 9. Meghavahana's queen Amritaprabha caused a lofty Vihara called Amritabhavana to be constructed for the benefit of foreign Bhiksus.

10. The spiritual guide of her father, who had come from a foreign country called Loh, and who in the language of that country was designated as 'Stunpa' built the stupa called Lo-stonpa.

মেঘবাহনৰ মৃত্যুৰ পিছত কামৰূপনন্দিনী অমৃতপ্ৰভাৰ গৰ্ভজাত শ্ৰেষ্ঠসেন বা প্ৰৱৰসেন নৃপতিয়ে চীন বা পূৰ্ব্ব কামৰূপৰ অশান্তি-উৎপাতৰ বাৰ্ত্তা পাই কামৰূপলৈ আহি এই ৰাজ্য কাশ্মীৰৰ অন্তৰ্ভুক্ত কৰায় কিন্তু কাশ্মীৰত নানান অন্তৰ্বিপ্লৱ হোৱাত শ্ৰেষ্ঠসেন ৰজাই কামৰূপৰ ফালে মন-কাণ দিবলৈ অপাৰগ হোৱাত কামৰূপে অচিৰে স্বাধীনতা লাভ কৰে। খ্ৰীষ্টীয় অষ্টম শতিকাত কাশ্মীৰৰ নৃপতি মুক্তাপীড় ললিতাদিত্যই ৰাজচক্ৰৱৰ্ত্তী হবৰ মনেৰে উত্তৰভাৰত দিগ্বিজয় কৰি আহি প্ৰাগজ্যোতিষত পদাৰ্পণ কৰে; কিন্তু ইয়াত সৰহ দিন তেওঁ থিতাপি লব নোৱাৰিলে।

আগৰ অসমীয়া কূপমণ্ডূক নাছিল। ভাৰতীয় সভ্যতাৰ সৈতে অসম ঘনিষ্ঠ-ভাৱে জড়িত আছিল। কুমাৰ ভাস্কৰবৰ্ম্মাই উত্তৰ ভাৰতৰ একচ্ছত্ৰ সম্ৰাট হৰ্ষবৰ্দ্ধনৰ লগত মিত্ৰতা স্থাপন কৰিছিল। কামৰূপৰ কটকী হংসবেগে শিলাদিত্যক, তাহানি অমৃতপ্ৰভাৰ স্বয়ম্বৰত যুৱৰাজ মেঘবাহনৰ শিৰত ছায়া-নিপাত কৰোঁতা সেই বৰুণ-ছত্ৰ উপহাৰ দিয়ে। এই ছত্ৰৰ মায়া কি অলৌকিক! হংসবেগে সম্ৰাট হৰ্ষবৰ্দ্ধনক কৈছে,—

My master Bhaskaravarman, in his endeavour to add substance to his message has fulfilled the destiny of this umbrella derived from Varuna, a family heirloom—Abhoga its name,—by consigning it to a worthy charge. It manifests many wondermoving miracles......whose, like Varuna, is or is to be sovereign of the four—acans, him and no other does it honour with its shade (Bana's Harsa-charita, trans. by Cowell, Book VII).

তাৰ পিছত সম্ৰাট হৰ্ষবৰ্দ্ধনে স্নান কৰি পূত-কলেবৰ হৈ আভোগৰ তলত ৰহিল। বহা মাত্ৰে ৰজাৰ ওপৰত চন্দ্ৰমাৰ হিমকৰ বৰ্ষিবলৈ ধৰিলে, তেওঁৰ ললাট বক্ষ শীতল হৈ এক অপৰূপ শান্তি প্ৰদান কৰিলে, অৱশেষত সম্ৰাটে কলে,—"এনে এটা অমূল্য উপহাৰৰ প্ৰতিদান আমৰণ মিত্ৰতাৰ বাহিৰে আন কি হব পাৰে ?"

চীন পৰিব্ৰাজক হিয়েনচাঙে কুমাৰ ভাস্কৰবৰ্ম্মাৰ আতিথ্য গ্ৰহণ কৰি শাস্ত্ৰ অধ্যয়ন কৰিছে। অসমীয়া পণ্ডিতৰ জ্ঞানলিপ্সা আৰু অসাধাৰণ ব্যুৎপত্তিৰ সোৱাদ পাই জ্ঞানপিপাসু বৌদ্ধ পৰিব্ৰাজকে অসম এৰি যাবলৈ বিলম্ব কৰিবলৈ ধৰিলে। ভাস্কৰবৰ্ম্মাৰ পিছতো ভাৰতীয় পাণ্ডিত্যত অসমে সুখ্যাতিপূৰ্ণ ঠাই অধিকাৰ কৰিছিল। মধ্য যুগৰ হিন্দু ভাৰতবৰ্ষৰ ইতিহাস প্ৰণেতা চি. ভি. বৈদ্যই কয়,—

Bhaskaravarman was a lover of learning, men of ability came from afar to study him (Hiuen-tsang)......The fame of Assam for learning continued for some centuries more down to the days of Sankara (History of Mediaeval Hindu India. Vol. I, p. 30).

আগৰ দিনত অসমীয়া জাতি ভাৰতত শিক্ষা-দীক্ষা সকলোতে আগৰণুৱা আছিল। আমি যদি আজিৰ জগতক এই কথাষাৰ জনাব পাৰোঁ, তেন্তে অসমীয়াৰ ওপৰত ভক্তি আৰু শ্ৰদ্ধাৰ পৰিমাণ নাবাঢ়িব নে ? আপোনালোকক এটা ঘটনাৰ কথা কওঁ। ইংৰাজী ১৯১৭ চনৰ শেষ ভাগত ভাৰতক স্বায়ত্ত-শাসন দান কৰোঁতা মহামতি মিঃ মণ্টেগু চাহাবে কলিকতা নগৰীত মুখিয়াল সম্প্ৰদায় আৰু সভা-সমিতিৰ মতামত গ্ৰহণ কৰিছিল। সেই সূত্ৰে অসম এছছিয়েছনৰ তৰফে স্বৰ্গীয় গঙ্গাগোবিন্দ ফুকন, স্বৰ্গীয় ঘনশ্যাম বৰুৱা, ৰায় চাহাব পদ্মনাথ গোহাঁই বৰুৱা, শ্ৰীযুত তৰুণৰাম ফুকন, শ্ৰীযুত. প্ৰসন্নকুমাৰ বৰুৱা, শ্ৰীযুত নবীনচন্দ্ৰ বৰদলৈ,—এইসকলক মি. মণ্টেগুৰ আগত সাক্ষ্য দিছিল। কথাৰ মাজতে এবাৰ মিঃ ফুকনে কলে,—"চাহাব, তুমি জানানে ? আমি অসমীয়াই মাথোন নবৈৰ বছৰ আগলৈকে স্বায়ত্ব শাসন ভোগ কৰিছিলো। আমাৰ নিজ ৰজা আছিল আৰু তোমালোকৰ কেবিনেটৰ দৰে আমাৰো এটি ক্ষমতাৱন্ত মন্ত্ৰী-পৰিষদ আছিল। আমাৰ সৈন্যই প্ৰবল পৰাক্ৰান্ত মোগল বাদছাহৰ লগত যুঁজিছিল আৰু সেই যুদ্ধত জয়লাভো কৰিছিল। আজানুলম্বিত-বাহু বাৰ্দ্ধক্য-সতেজ গঙ্গাগোবিন্দ ফুকন ডাঙৰীয়াৰ মুখৰপৰা এনে এষাৰ কথা শুনি মণ্টেগু চাহাব স্তম্ভিত হ'ল। আৰু অসমে যে আজি ৰিফৰ্মচ্ বা স্বায়ত্ব-শাসন ভোগ কৰিছে, তাৰ বাবে মিঃ ফুকনৰ সময়োপ-যোগী কথাষাৰে যে কিছু দৰ কাম দিছিল তাক অনুমান কৰিব পাৰি।

সেই দেখি সভ্যজগতৰ আগত অসমৰ অতীত গৌৰৱৰ চিনাকি দিবলৈ অসমত বুৰঞ্জীচৰ্চা কৰা প্ৰধান আৱশ্যক। তেনেহলেহে আমাক সকলোৱে সম্মানৰ চকুৰে চাব আৰু আমাৰ নিজৰ মাজতো আত্মবিশ্বাসৰ ভেটি বঢ়োৱা হব। যি দেশত মহাপ্ৰাণ কৰ্ম্মী পুৰুষসকলে জন্মগ্ৰহণ কৰিছে, সেই দেশত সেই ধৰণৰ মহাপ্ৰাণ কৰ্ম্মী পুৰুষসকলৰ পুনৰ আৱিৰ্ভাৱ হব পাৰে, এয়ে বুৰঞ্জীৰ বাণী।

আমি আজি যি ঠাইত সমৱেত হৈছোঁ, সেই ঠাই অসমৰ অতীত কাহিনীৰে জড়িত, মহাসতী বেহুলাই মৃত পতিৰ দেহা লৈ যাওঁতে এই নেতাই ধুবুনীৰ ঘাটতে আশ্ৰয়

লৈছিল। এই ধুবুৰীতে অম্বৰাধিপতি মোগল সেনাপতি আৰু বীৰবৰ লাচিত বৰফুকনৰ প্ৰতিদ্বন্দ্বী ৰজা ৰামসিংহৰ লগত শিখ গুৰু তেগ বাহাদুৰ আহি মন্দিৰ প্ৰতিষ্ঠা কৰি থৈ গৈছে। আগৰ দিনত ৰেল-জাহাজ বিৰৰ্জ্জিত যুগত এই ধুবুৰীলৈ আহোঁতে উজনি অসমৰপৰা বহু দিন লাগিছিল, তাৰেপৰা 'কোনোৱা ধুবুৰী পালেগৈ' এই বাক্যৰ সৃষ্টি হৈছে। ধুবুৰী ঠাই ডুখৰি সৰু, কিন্তু ই অসমীয়াৰ অতীতৰ সোণৰ শিকলিৰে মেৰখোৱা।

আজিকালি যিখন জিলাক আমি গোৱালপাৰা বোলো, ইয়াৰ বুৰঞ্জীৰ বিষয়ে সবিশেষ আলোচনা হোৱা নাই। আমি যিমান দৰ জানো গোৱালপাৰা নামেৰে আগৰ দিনত কোনো এখন স্বকীয়া ৰাজ্য নাছিল। ই সদায় ডাঙৰ এখন ৰাজ্য বা সাম্ৰাজ্যৰ অন্তৰ্ভুক্ত হৈ আছিল। খ্ৰীঃ ১৮২২ চনত ইংৰাজৰ অধীনত গোৱালপাৰা এখন স্বকীয়া জিলাত পৰিণত হয়। আহোমৰ দিনত বঙ্গ দেশ আৰু অসমৰ মাজত যি ব্যৱসায়ক্কে আৰু আমদানি-ৰপ্তানি হৈছিল, সেই সকলোবিলাক গোৱালপাৰাৰ অন্তৰ্গত হাদিৰাচকী বা বগ্ৰাল-হাটত নিৰ্দ্দিষ্ট অসমীয়া কৰ্ম্মচাৰীবদ্বাৰা পৰীক্ষিত হৈছিল আৰু নিৰিখমতে সেইবোৰ বস্তুৰপৰা মাচুল আদায় কৰা হৈছিল। ১৭৮০ চনত গোৱালপাৰাত এই কেইজন য়ুৰোপীয় বণিকে কাৰবাৰ কৰিছিল— Lear, Dow, Williams, Rausch, Wheatland, Macenllum আৰু Bigger, এই গোৱালপাৰাতে বঙ্গ-অসমৰ আমদানি-ৰপ্তানি তদাৰক কৰিবৰ নিমিত্তে আনন্দৰাম ঢেকিয়াল ফুকনৰ পিতামহ পৰশুৰাম বৰুৱা, আৰু পিতৃদেৱ হলিৰাম ঢেকিয়াল ফুকনে কিছুদিন দুৱৰীয়া বৰুৱা হৈ বগ্ৰাল-হাটত আছিল। ডেভিদ স্কট চাহাবে অসমলৈ আহিবলৈ খোজোঁতে এবাৰ হলিৰামৰ পিতৃ পৰশুৰাম দুৱৰীয়া বৰুৱাৰ অনুমতিৰ কাৰণে কেবাদিনো বাট চাই থাকিব লগাত পৰিছিল। কিন্তু ভাগ্য-বিপৰ্য্যয়ত যেতিয়া সেই হলিৰাম তেতিয়া স্কট চাহাবৰ চিৰস্তাদাৰ হ'ল এদিন চাহাবৰ লগত তৰ্কা-তোকা লগাত স্বাধীনচেতা হলিৰামে গৰ্জ্জি উঠি কলে—"চাহাব ! তুমি আমাৰ ৰজাক দৰিদ্ৰ বুলি কৈছা, কিন্তু ৰজাৰ কাৰ্য্যকাৰকৰ ভিতৰত বৰভাণ্ডাৰ বৰুৱা এজনা থাকে, সেই জনাৰ লগত ভঁৰালী লিগিৰা থাকে, সেই ভঁৰালী লিগিৰাৰ অধীনত মোৰ পিতা পৰশুৰাম দুৱৰীয়া বৰুৱা আছিল। পিছে সেই দুৱাৰত আপুনি হেনো চাহাবে পল্টনে সৈতে সাতদিন বাট চাই আছিল। সেই সাতদিন মোৰ পিতাই আপোনাৰ সকলোবোৰ ফৌজৰ ৰচদ যোগাইছিল। তাৰ পিছতহে আপুনি মোৰ পিতাৰে সাক্ষাত পাইছে আৰু পিতাই সকলোবিলাক বন্দোবস্ত কৰি দিয়াতহে উজাই যাব পাৰিছিল।" এই গোৱালপাৰাত গৰ্গৰাম বৰুৱা সদৰামিনৰ লগত পুতেক আনন্দৰাম বৰুৱাই সৰু কালত শিক্ষালাভ কৰিছিল আৰু ইয়াতেই বুৰঞ্জীবিদ্ অসমীয়া পণ্ডিত ৰায়বাহাদুৰ গুণাভিৰাম বৰুৱা ডাঙৰীয়াই বহু কাল মুন্সিফি কাম কৰিছিল।

অতি প্ৰাচীন কালত আজিকালিৰ গোৱালপাৰা নামে ঠাইডুখৰি ভাৰত-প্ৰসিদ্ধ কামৰূপ ৰাজ্যৰ অন্তৰ্গত আছিল। এই কামৰূপ ৰাজ্যৰ বিস্তৃতি পশ্চিমে কৰতোয়া আৰু পূবে শদিয়া আছিল। সেইবোৰ কথা আপোনালোকে সকলোৱে জানে। অকল গোৱালপাৰা নালাগে, গোৱালপাৰাৰ সমীপৱৰ্ত্তী ৰংপুৰ, জলপাইগুৰি আৰু ময়মনসিংহো এই কামৰূপ ৰাজ্যৰ অন্তৰ্ভুক্ত আছিল। এইবোৰ কথা আমাৰ মনেপতা কিম্বদন্তী নহয়।

বি. চি. এলেন-প্ৰণীত অসম ডিষ্ট্ৰিক্ট গেজেটিয়াৰৰ গোৱালপাৰা খণ্ডত আছে—

Goalpara was originalty included in the ancient Hindu kingdom of Kamarupa, which is mentioned in the Mahabharata, and which at one time occupied North Eastern Bengal and a greater part of what is now known as the Province of Assam ( Assam District Gazetteers, Gȯalpara, p. 16).

জে. এ. ভাস-প্ৰণীত ৰংপুৰৰ গেজেটিয়াৰত পোৱা যায়—

Rungpur was originally included, together with Assam, Manipur, Jaintia, Cachar and part of Mymensingh and Sylhet, in the kingdom of Kamarupa or Pragjyotish. The Karatoya river forming the boundary between that dominion and Matsya or Bengal. One of its earliest rulers, Raja Bhagadatta espoused the side of Duryodhana, in the war of the Mahabharata and was slain by Arjun. The name of Rungpur is alleged to be connected with the fact that this monarch possessed a country residence on the banks of the Ghaghat, Rangpur being explained as equivalent to 'rangapur' the "place of pleasure" or the "city of delights." There is another Rangpur to the south of Sibsagar in Assam which also lays claim to this distinction. Pargana Pairaband, which lies south and west from the Ghaghat, a few miles only from Rangpur town, is said to be named after Pairavati, a daughter of Bhagadatta, who held it as an appanage (Eastern Bengal District Gazetteers, by J.A. Vas, p. 19).

জে. এফ্. গ্ৰুনিং-প্ৰণীত জলপাইগুৰিৰ গেজেটিয়াৰত আছে,—

In prehistoric times Jalpaiguri district formed part of the kingdom of Pragjyotisha, or, as it was afterwards called Kamarupa, which is extended as far west as the Karatoya River. The third of the Assam kings, mentioned in the Yogini-Tantra, the first of whom flourished in the first century A.D. was Jalpeshwar. According to one legend the *Jalpeslinga* appeared first in his time and he built a tempte on the sight of the present temple at Jalpes. The next king mentioned by tradition is Prithu Raja, the extensive remains of whose capital may still be seen at Bhitargarh, south of the road from Jalpaiguri to Titalya. After him we hear of a prince named Dharmapal, who is said to have ruled West Kamrup up to the Brahmaputra, traces of his rule can still be found in the Cooch Behar State (Eastern Bengal District Gazetteers, Jalpaiguri, by J.F. Gruning, p. 18).

Bengal District Gazetteers, Mymensingh, by F.A. Sachse (p. 22) পুথিত আছে,—

At the time of the Mahabharata, Mymensingh formed part of Pragjyotish, which 3000 years later in Buddhist times was known as Kamrup. The western boundary of Kamrup was Karatoya river, which still runs out of Nepal parallel to the Atrai through Rungpur and Pabna ; so the present bed of the Jamuna and considerable strips of the Rajshahi Division district

as well as the northern parganas of Mymensingh must have been included in Kamrup.

ওপৰিতে ইয়াৰ পৰা দেখা গ'ল যে আমাৰ প্ৰাচীন কামৰূপৰ ভিতৰত আজি-কালিৰ অসম প্ৰদেশৰ বাহিৰে ৰংপুৰ, জলপাইগুৰি আৰু মৈমনসিংহ—এই তিনিখন জিলা অন্তৰ্ভুক্ত আছিল। প্ৰাচীন কামৰূপ আৰু বঙ্গদেশৰ সীমা স্বৰূপে বৰ্তমান কৰতোয়া নদীক ধাৰ্য্য কৰা হৈছিল। আজিকালিৰ কৰতোয়া এখনি ক্ষীণকায় সাধাৰণ নদীহে ; কিন্তু প্ৰাচীন কৰতোয়া নদী অতি বিশাল আছিল। বক্তিয়াৰ খিলিজিয়ে কামৰূপ আক্ৰমণ কৰিবলৈ আহোঁতে যি কৰতোয়া দেখিছিল, সেই কৰতোয়া গঙ্গাতকৈ তিনিগুণ বেছি বহল আছিল। "Riyazu-s-Salatin" নামে গ্ৰন্থত আছে,—

The Karatoya river must have been much larger in 1203 A. D., when Bakhtiyar Khiliji marched along its banks on his invasion of Tibet, for it is said,—"He was guided to a country, the town whereof is called Abardhan. Facing that town flows a river which in its depth and breadth is thrice as much as the river Ganges" (Riyazu-s-Salatin, tr. by Abdus Salam, quoted in the Rungpur Gazetteer, p. 8).

হিয়েনচাঙৰ ভাৰত-ভ্ৰমণ কাহিনীতো এই কৰতোয়াক এখন ডাঙৰ নদী বুলি বৰ্ণোৱা হৈছে।

পশ্চিমে কৰতোয়া আৰু পূৰে শদিয়া এই মণ্ডল ভিতৰতে আজিৰ অসমীয়াৰ ভাগ্যচক্ৰ অতীত কালত উঠা-নমা কৰিছিল। কামৰূপ ৰাজ্য ভাঙি যোৱাৰ পিছত সৰু সৰু ৰাজ্য সৃষ্টি হয়। অনুমান খ্ৰীষ্টীয় ত্ৰয়োদশ শতাব্দীত পশ্চিমে কামৰূপত কমতা নামে এখন ক্ষমতাশালী ৰাজ্যৰ উদ্ভৱ হয়। কোচবিহাৰৰ চৈধ্য মাইল দক্ষিণত গোসানী-মাৰি নামে ঠাইত কমতাপুৰৰ ভগ্নাবশেষ আজিলৈকে দেখা পোৱা যায়। কমতা নগৰৰ পৰিধি পোন্ধৰ মাইল আছিল। এই কমতা ৰাজ্যৰে অধীশ্বৰ দুৰ্লভনাৰায়ণ অসমীয়া কবি আৰু পণ্ডিতবৃন্দৰ পৃষ্ঠপোষক আছিল। কবিৰত্ন হেমসৰস্বতীয়ে প্ৰহ্লাদ চৰিত্ৰত কৈছে—

কমতামণ্ডল দুৰ্লভনাৰায়ণ
নৃপবৰ অনুপাম।
তাহান ৰাজ্যত বস্ৰ সৰস্বতী
দেৱযানী কন্যা নাম॥
তাহান তনয় হেম সৰস্বতী
ধ্ৰুৱৰ অনুজ ভাই।
পদবন্ধে তেহো প্ৰচাৰ কৰিলা
বামন-পুৰাণ চাই॥

আকৌ ৰামচৰণ ঠাকুৰৰ 'শঙ্কৰ-চৰিত্ৰ'ত এই দুৰ্লভনাৰায়ণ ৰজাই মহাপুৰুষ শঙ্কৰদেৱৰ পূৰ্ব্বপুৰুষ চণ্ডীবৰ পণ্ডিতৰ পৰিচয় পাই তেওঁক নানা বস্ত্ৰ-অলঙ্কাৰ উপহাৰ দিছিল।

হেন দেখি সবে দুৰ্লভনাৰায়ণ
ৰাজাৰ আগে জনাইলা।

চণ্ডীবৰ ৰাজা গৌড়েশ্বৰ সঙ্গে
পূৰ্ব্বপ্ৰীতি নুগুচিলা ॥
এই মতে কত দিন চণ্ডীবৰ
বন্দীশালে আছে পৰি ।
নদীয়াৰপৰা পণ্ডিত আসিল
নানা দেশে বাদ কৰি ॥
নানা বিধ শাস্ত্ৰ বলধি যোড়াইয়া
সঙ্গে শিষ্য অসংখ্যাত ।
কামৰূপে আসি বাদ কৰিবাক
জনাইলা পাছে ৰাজাত ॥
চণ্ডীবৰ সমে বাদক কৰন্তে
দ্বিজশক্তি ভৈল ছাই ।
ৰাজাৰ সভাৰ লোকে হাসিলেক
দ্বিজ ভৈলা মৃত-প্ৰায় ॥
সামান্য যোড়াতে ভঙ্গ মানি সবে
বিপ্ৰগণ ভাগি গৈল ।
হেন দেখি ৰাজা অনেক প্ৰশংসি
বহু বস্ত্ৰ দ্ৰব্য দিল ॥
এহিমতে তৈতে চণ্ডীবৰ দেৱ
আছে নৃপতিৰ সঙ্গে ।
দিনে চণ্ডীবৰে দেৱী পূজা কৰি
গীত গান কৰে ৰঙ্গে ॥

এই কমতা ৰাজ্যৰে শেষ নৃপতি নীলাম্বৰৰ দিনত কামৰূপৰ সৰহ গাঁও ৰংপুৰ আৰু বঙ্গ বা মৎস্য ৰাজ্যৰ এক অংশ কমতাৰ অধীনত আছিল। কিন্তু তেওঁৰ ৰাজত্বতে যোড়শ শতিকাৰ আগছোৰাৰ হুচেইন ছাহ নামে এজন আফগান বংশীয় ৰজাই কমতা আক্ৰমণ কৰি নীলাম্বৰক বন্দী কৰে। হুচেন ছাহৰ বিজয়ী সৈন্য অসমীয়া সৈন্যৰ হাতত পৰাজয় মানে, কিন্তু কমতা ৰাজ্যত বহু দিনলৈ অৰাজকতা প্ৰৱৰ্ত্তিত হয় আৰু এই প্ৰবল পৰাক্ৰমত ৰাজ্য কিছুমান স্থানীয় শাসনকৰ্ত্তাৰদ্বাৰা শাসিত হয়।

হাজো নামে এজন কোচ-বংশীয় ৰজা সেই সময়ত ক্ষমতাপন্ন হৈ উঠে। এৰেঁই কোচবিহাৰ ৰাজ্য স্থাপনকৰ্ত্তা বিশ্বসিংহৰ মাতামহ। ১৫২২ খ্ৰীষ্টাব্দত বিশ্বসিংহই কোচবিহাৰৰ সিংহাসনত বহি ৰাজ্য শাসনৰ নতুন প্ৰণালী অৱতৰণ কৰে। সেইমতে ২০ জন পাইকৰ ওপৰত এজন ঠাকুৰীয়া, ১০০ জনৰ ওপৰত এজন শইকীয়া, ১০০০ জনৰ ওপৰত হাজাৰি, ৩০০০ অৰ ওপৰত এজন ওম্ৰা আৰু ৬৬০০০ জনৰ ওপৰত এজন নৱাব নিযুক্ত হ'ল। এই বিশ্বসিংহই নেপাল, কামৰূপ, কাশ্মীৰ, কাশী, শোণিতপুৰ আৰু মিথিলাৰপৰা ওঠৰগৰাকী কন্যা আনি তেওঁলোকক বিবাহ কৰায়।

বিশ্বসিংহৰ মৃত্যুৰ পিছত তেওঁৰ বৰপুতেক নৰসিংহই ৰাজ্য শাসনৰ ভাৰ লয় কিন্তু কিছুদিনৰ পিছত তেওঁ সেই ৰাজ্যভাৰ ভায়েক নৰনাৰায়ণক সমৰ্পন কৰি দিলে। কোচবিহাৰৰ বুৰঞ্জীপ্ৰণেতা হৰেন্দ্ৰনাৰায়ণ চৌধুৰীৰ মতে খ্ৰীষ্টীয় ১৫৫৫-১৫৮৭ লৈকে মহাৰাজ নৰনাৰায়ণৰ ৰাজত্ব। ভায়েক শুক্লধ্বজ কোঁৱৰৰ সহায়েৰে এওঁ নানান দেশ কৰতলীয়া কৰিব পাৰিছিল। এওঁৰ দিনত আহোম ৰাজ্য, কাছাৰ, মণিপুৰ, জয়ন্তা, খৈৰাম, ডিমৰুৱা, শ্ৰীহট্ট, কোচবিহাৰৰ কৰতলীয়া হয়। কোচবিহাৰৰ বুৰঞ্জী প্ৰণেতাই কয়,—

In the time of Maharaja Naranarayan, Cooch Behar was an extensive kingdom, and comprised, in addition to the little State of Cooch Behar of the present day, almost the whole of Northern Bengal, Bhutan and Assam, as well as the modern State of Kachar, Jaintia, Manipur and Tipperah, and up to the coast of the Bay of Bengal. Naranarayan was decidedly the most powerful of the kings of the large extent of the country which once formed the Hindu kingdom of Kamrupa ( The Cooch Behar State, by Harendra Narayan Chaudhury, p. 232 ).

কিন্তু অকল ৰাজ্য দিগ্বিজয়ৰ কাৰণে মহাৰাজ নৰনাৰায়ণ আজি অসমীয়াৰ বন্দনীয় হোৱা নাই। ৰাজকীয় ক্ষমতা বিস্তাৰৰ লগে লগে মহাৰাজ নৰনাৰায়ণে তেওঁৰ প্ৰজাসকলৰ মানসিক আৰু আধ্যাত্মিক উন্নতিৰ কাৰণে বিশেষ যত্নবান হৈছিল। তেওঁ বঙ্গদেশৰপৰা বামুণ পণ্ডিত আনি নিজ ৰাজ্যত মাটি বৃত্তি দি স্থাপন কৰিছিল। তেওঁৰ ৰাজসভাত নানা বিষয়ত পাৰদৰ্শিতা থকা বিদগ্ধ বিদগ্ধ পণ্ডিত বহিছিল। প্ৰকৃতপক্ষে চাবলৈ গ'লে আগৰ প্ৰণালী মতে মহাৰাজ নৰনাৰায়ণৰ ৰাজচ'ৰাও সৰুসুৰা এটি বিশ্ব-বিদ্যালয় আছিল।

আমাৰ অসমীয়াৰ গৌৰৱৰ সৰ্ব্বপ্ৰধান বস্তু কি যি কেইটা বস্তুৰ অধিকাৰী সূত্ৰত অসমীয়াৰ মাজত ঐক্যভাব জাগ্ৰত হয় -এই দুই বস্তু হৈছে,—প্ৰথম কামাখ্যাৰ মহামন্দিৰ, যাৰ কাৰণে অসম-কামৰূপৰ নাম ভাৰতত দিগ্‌দিগন্তত প্ৰচাৰিত হৈছে, যাৰ কাৰণে সন্ত-মহন্ত ধৰ্ম্মপ্ৰাণ যাত্ৰীয়ে অসমৰ পুণ্যভূমি দৰ্শন কৰি ইয়াৰ শান্ত স্নিগ্ধ সৌন্দৰ্য্যত মুগ্ধ হৈছে আৰু আমাৰ গৌৰৱৰ দ্বিতীয় ৰাহানি হৈছে,—শঙ্কৰদেৱৰ যুগৰ ৰচিত গ্ৰন্থাৱলী, যাৰ কাৰণে অসমীয়া অশিক্ষিত মানুহৰ মাজতো ধৰ্ম্ম, মোক্ষ আৰু সাহিত্যৰ ত্ৰিৱেণী-সঙ্গম হৈছে। অসমীয়াই সকলো এৰিব পাৰে কিন্তু কামাখ্যা গোসাঁনী, শঙ্কৰ-দেৱৰ ভাগৱত আৰু ৰামসৰস্বতীৰ মহাভাৰত এৰিলে অসমীয়াৰ অস্তিত্ব নিৰৰ্থক। নিষ্প্ৰভ মহামতি কাৰ্লাইলে কৈছে, ইংৰাজসকলে ভাৰতবৰ্ষ পৰিত্যাগ কৰিব পাৰে, কিন্তু মহাকৱি ছেক্সপিয়েৰক কেতিয়াও এৰি নিদিয়ে,—

Shakespeare is the grandest thing we ever yet had done. For our honour among foreign nations, as an ornament to our English Household, what item is there that we would not surrender rather than him ? Consider now, if they asked us, will you give up your Indian Empire, or your Shakes-

peare, you English never have had any Indian Empire or never have had any Shakespeare ? Really it were a grave quation. Official persons would answer doubtless in official language : but we, for our part too, should not we be forced to answer : Indian Empire ; or no Indian Empire, we cannot do without Shakespeare. India will go at any rate, some day ; but this Shakespeare does not go, he lasts forever with us ; we cannot give up our Shakespeare (Hero and Hero Worship: 'The Hero as a man of Letters').

গোৰা চুলতান কালাপাহাৰৰ বজ্ৰাঘাতত কামাখ্যা-মন্দিৰ ভূমিসাৎ হ'ল। যি বেদীত যুগ-যুগান্তৰ ধৰি দৈনন্দিন পূজা বন্তি চলিছিল, সেই ঠাই মন্দিৰৰ ভগ্নাৱশেষেৰে স্তূপীকৃত হ'ল। এই দৃশ্য দেখি ধৰ্ম্মৰাজ নৰনাৰায়ণ নৃপতিৰ প্ৰাণে নসহিলে। তেওঁৰ আদেশত কামাখ্যাৰ ভগ্ন মন্দিৰৰ পুনৰ সংস্কাৰ হ'ল আৰু আগৰ দৰে পূজা-বিধি চলিবলৈ ধৰিলে। লোকানুগ্ৰহকাৰক মহাৰাজ নৰনাৰায়ণৰ অনুগ্ৰহত আজিও অসমীয়াই কামাখ্যাৰ মাহাত্ম্য গৌৰৱ অনুভৱ কৰিছে। "দৰং ৰাজবংশাৱলী"ত আছে—

যুৱৰাজে পাইলা যেবে আপোন ভাল।
পৰম আনন্দ ভৈলা নৰনাৰায়ণ ॥
সুধিলন্ত কেমনে আসিলা চিলাৰায়।
বোলে মোক কৃপা কৰিলন্ত কামাখ্যা আই।
শুনিয়া সবাৰ মনে আনন্দিত ভৈলা।
মেঘামুকদুমক আনি দুয়ো আকা কৈলা ॥
বোলে নৈত এতিক্ষণে সৈন্যক জণ্টাই।
নীলাচলে দেৱী মঠ সজায়োক যাই ॥
প্ৰথমতে শিলাৰ মঠ নিৰ্ম্মাণ কৰিলা।
এক ৰাত্ৰি থাকি যিটো খসিয়া পৰিলা ॥
দেৱী বোলে পূৰ্ব্বে মঠ যৱনে ভাঙ্গিলা।
আৰু কলি যুগ আসি আপুনি মিলিলা ॥
এতেকে শিলাৰ মঠ নুহিকন্ত ভাল।
কুমাৰে পাগোক ইটা বান্ধি অগ্নিশাল ॥
ছয় মাসমানে মঠ যেবে বান্ধা ভৈলা।
তেবে নৃপতিৰ ঠাই দূতক পঠাইলা ॥
তেবে নৃপতিৰ মন আনন্দিত হৈলা।
উছৰ্গা কৰিবে দুয়ো ভাই বহি গৈলা ॥
বিধিমতে মঠক প্ৰতিষ্ঠা কৰাইলন্ত।
যতেক দক্ষিণা দিলা নাহি আদি-অন্ত। ৫৪৬ ॥

মহাৰাজ নৰনাৰায়ণে উপলব্ধি কৰিছিল যে হিন্দু ভাৰতৰ প্ৰাণ আৰু আদৰ্শ সংস্কৃত গ্ৰন্থাৱলীত গুপ্ত হৈ আছিল। যি যি সকলে সংস্কৃত জানিছিল তেওঁলোকে হিন্দু শাস্ত্ৰ আৰু সাহিত্যৰ সোৱাদ লব পাৰিছিল কিন্তু সাধাৰণ মানুহে সেইবোৰ গ্ৰন্থ খায় নে

কাণত দিক্কে এনো কৰ লোৱানিছিল। মহাৰাজ নৰনাৰায়ণে আদেশ কৰিলে সেইবোৰ সংস্কৃত গ্ৰন্থ অসমীয়া ভাষালৈ অনুবাদ কৰা হওক। সেই অনুবাদ কৰি সম্প্ৰতিকলৈ স্ত্ৰী-পুৰুষ শূদ্ৰই হিন্দুধৰ্ম্ম আৰু আদৰ্শৰ আভাস পাব, আৰু পিছলৈ ব্ৰাহ্মণসকলৰ মাজত সংস্কৃত চৰ্চ্চাৰ লোপ পাই আহিলে সেই ভাঙনিবোৰ ভৱাৰ্ণৱ-তৰণৰ নৌকা স্বৰূপ হব।

গৌড় কামৰূপে যত পণ্ডিত আছিলা।
সমস্তকে আনি সভা দেৱান পাতিলা ॥
বোলে বিপ্ৰ পণ্ডিত সমস্তে শুনিয়োক।
কলিৰ যুগত বৃদ্ধি হৈব ভয় শোক ॥ ৬০৪
অল্প আয়ু অল্প বুদ্ধি হৈবেক নিশেষ।
লোপ হৈব পূৰ্ব্ব শাস্ত্ৰ গ্ৰন্থাদি বিশেষ ॥
শুনিয়ো পুৰুষোত্তম ভট্টাচাৰ্য্য দ্বিজ।
কৰিয়োক ৰত্নমালা ব্যাকৰণৰ বীজ ॥ ৬০৫
সম্প্ৰতিকে স্ত্ৰীয়ে শূদ্ৰে পঢ়িব যতনে।
কিছু শেষ ভৈলে পঢ়িবেক বিপ্ৰগণে ॥
শুনিয়োক আজ্ঞা মোৰ ৰাম সৰস্বতী।
ভাৰতৰ পদ তুমি কৰিয়ো সম্প্ৰতি ॥ ৬০৬
আৰু আছে সপ্তকাণ্ড ৰামায়ণ যত।
শ্লোকক ভাঙ্গিয়া পদ কৰিয়ো সাম্প্ৰত ॥
অষ্টাদশ পুৰাণৰ কৰিয়োক পদ।
তাকে শুনি নৰলোকে পাইব পৰম পদ ॥ ৬০৭
শুনিয়ো শঙ্কৰ তুমি ভক্ত মহাজন।
বাঢ়য় কৃষ্ণৰ পদ কৰা নিবন্ধন ॥
হৰিৰ ভক্তিক তুমি কৰিয়ো প্ৰচাৰ।
হৰি ভজি সবে হৌক সংসাৰৰ পাৰ ॥ ৬০৮
শুনিয়ো শ্ৰীধৰ তুমি মোৰ বাক্য ধৰা।
জ্যোতিষক ভাঙ্গি তুমি সাধ্যখণ্ড কৰা ॥
বকুল কায়স্থ তুমি ভাঙ্গা লীলাৱতী।
অল্পতে বুজয়ে যেন কায়স্থে সম্প্ৰতি ॥ ৬০৯
এহিমতে পণ্ডিতসবক বুলিলন্ত।
তেবে কলি যুগে শাস্ত্ৰ লোপ নহৈবন্ত ॥
ভাল বুলি প্ৰশংসা কৰিলা সৰ্ব্বজন।
ভাগে ভাগে গ্ৰন্থ কৰিলেক নিবন্ধন ॥ ৬১০
সেই গ্ৰন্থ নিয়া সবে ৰাজাক দেখাইলা।
তাক চাই মহাৰাজা আনন্দ লভিলা ॥
পণ্ডিতসবক পাচে কৰিলা সন্মান।
ধন ৰত্ন বস্ত্ৰ অলঙ্কাৰ দিলা দান ॥ ৬১১

সমস্তকে পঢ়াইলন্ত কৰিয়া দণ্ডিত।
স্ত্ৰী শূদ্ৰ আদি সবে ভৈলন্ত পণ্ডিত ॥
দেৱ দামোদৰ আদি সন্ত বাঢ়জন।
ধৰ্ম্ম প্ৰকাশিলা সবে শ্ৰৱণ কীৰ্ত্তন ॥ ৬১২
শিষ্যগণে সৎসঙ্গৰ ভকতি কৰন্ত।
দুষ্টচিত শুচি সবে বৈষ্ণৱ ভৈলন্ত ॥
ধৰ্ম্ম-শিক্ষা দিয়া ৰজা পালি নিজ প্ৰজা।
সেহি দিনা ধৰি নাম ভৈলা ধৰ্ম্মৰজা ॥ ৬১৩

নৰনাৰায়ণ যুগৰ আৰু ৰজাৰ পৃষ্ঠপোষিত কবি আৰু পণ্ডিতসকলৰ নৃপতিৰ উদ্দেশ্যলৈ লিখা কবিতাৱলী অতি মনোৰম। কবিবৰ মহাপুৰুষ শঙ্কৰদেৱে দ্বাত্ৰিংশক ভটিমাত লিখিছে,—

জয় জয় মল্ল নৃপতি ৰসজান।
জাকেৰি গুণ গান সম নাহি আন ॥
নিজ-কুল-কুমুদ-প্ৰকাশিত ইন্দু।
গহীন গম্ভীৰ ধীৰ পেখিতে সিন্ধু ॥........
জয় জয় ঈশ্বৰ-পদ-প্ৰসাদ মল্লদেৱ কৰু ৰাজ।
নটক ভাটক পশ্চিম দেশক,
যত যত পণ্ডিত আৱে।
ঘোটক কম্বল বহুত ৰজত
আপনহি মন পূৰি পাৱে ॥
অস্ত্ৰত শস্ত্ৰত শাস্ত্ৰত পাৰ্গত
বিপক্ষত আপোন জান।
দেৱ ব্ৰাহ্মণক পিতৃক অৰ্চ্চনে
জাকেৰি নাহি সমান ॥
আপন নৃপবৰ ধৰ্ম্ম যুধিষ্ঠিৰ
বিচাৰত আপন সুজান।
কাব্য কবিত্ব শশধৰ পণ্ডিত
ধনুৰ্দ্ধৰ অৰ্জ্জুন-সমান ॥......
কহলোঁ তযু গুণ হামু শিশুমতি
মৰষ সকল মুহু দোষ।
কহয়ে শঙ্কৰে নজানো সভাসদ
পাত্ৰ মধ্যে ই কথা পুছ ॥

কবিবৰ ৰাম সৰস্বতীয়ে পুষ্পহৰণ বনপৰ্ব্বত লিখিছে,—

জয় নৰনাৰায়ণ ৰাজ-শিৰোমণি।
সন্তৰ পৰম মিত্ৰ দুষ্টৰ অগনি ॥

আমাক কৰিলা আজ্ঞা সাদৰ বচনে।
ভাৰত পয়াৰ তুমি কৰিয়ো যতনে ॥.........
ধন বস্ত্র অলঙ্কাৰ দিলা বহুতৰ।
দাস দাসী দিয়া মান কৰিলা বিস্তৰ ॥
এতেকে তাহান আজ্ঞা ধৰিয়া মনত।
কৃষ্ণৰ চৰণ-যুগ কৰি শিৰোগত ॥
বিৰচিবো পদ ইটো আতি অনুপাম।
পুষ্প যে হৰণ বনপৰ্ব্ব যাৰ নাম ॥

প্ৰয়োগ ৰত্নমালা ব্যাকৰণৰ ভণিতাত পুৰুষোত্তম বিদ্যাবাগীশে লিখিছে,—

শ্ৰীমল্লদেৱস্য গুণৈক-সিন্ধোৰ্মহী-মহেন্দ্ৰস্য যথানিদেশম্।
যত্নাৎ প্ৰয়োগোত্তমৰত্নমালা ৱিতন্যতে শ্ৰীপুৰুষোত্তমেন ॥

এই মহাৰাজ নৰনাৰায়ণৰ চৰিত্ৰ কেনে মহীয়ান। ইপোনে যেনে দিগ্বিজয়ী অদ্বিতীয় বীৰপুৰুষ, সিপোনে তেনে জ্ঞানধৰ্ম্ম বিস্তাৰত তৎপৰ আৰু উৎকণ্ঠিত। তেওঁৰ যুগত তেওঁ ধৰ্ম্মনাৰায়ণ আৰু মল্লদেৱ এই দুই উপাধিৰে বিভূষিত হৈছিল। সাত্ত্বিক আৰু ৰাজসিক এনে অভিনৱ সমাবেশ জগতৰ বুৰঞ্জীত কেইজন নৃপতিৰ গাত পোৱা যায়। এই নৰনাৰায়ণ ৰজা অসমীয়াৰ বিক্ৰমাদিত্য, অসমীয়াৰ মাৰ্কাচ অ'ৰেলিয়াচ, অসমীয়াৰ আলফ্ৰেড, অসমীয়াৰ আকবৰ। কৰতোৱাৰপৰা দিক্ৰাইলৈকে অসমীয়া ভাষা কোৱা আৰু পঢ়া মানুহ মাত্ৰেই মহাৰাজ নৰনাৰায়ণৰ ধৰ্ম্মপ্ৰাণতা আৰু সাহিত্য-সহানুভূতিৰ আদৰ্শ পূজা কৰি থাকিব। মহামায়া কামাখ্যা, শঙ্কৰদেৱ আৰু ৰাম সৰস্বতীৰ গ্ৰন্থাৱলী যেনেকৈ অসমীয়াৰ আদৰণীয় সেইদৰে মহাৰাজ নৰনাৰায়ণৰ স্মৃতিও অসমীয়াৰ তৃতীয় গৌৰৱৰ সম্ভাৰ হ'ব। সুদূৰ অসমীয়া গাঁৱত যেতিয়া নামতীসকলৰ কণ্ঠৰপৰা—

আই ঠাকুৰাণী আই
কেন্দুকে চাপৰি বাই,
কুদ্ৰাক্ষৰ জলাইদি ৰজাই জুমি চায়,
নাচে ঠাকুৰাণী আই।

বুলি গীতৰ অমৃতধাৰা বৰলৈ ধৰে, তেতিয়া মহামায়াৰ নৃত্যদৰ্শন কুতুহল মহাৰাজ নৰনাৰায়ণৰ ছবি চকুৰ আগত ভাহি আহে।

মহাৰাজ নৰনাৰায়ণৰ মৃত্যুৰ পিছত তেওঁৰ স্থাপিত সুবিস্তৃৰ্ণ কোচবিহাৰ ৰাজ্য ভাঙি-ছিঙি এখুদমান হয়গৈ। তেওঁৰ সন্ততিসকলে দৰং-বেলতলা, বিজনি আদি সৰু সৰু ৰাজ্য স্থাপন কৰে, ইপোনে ৰংপুৰৰ বৈকুণ্ঠপুৰ জমিদাৰীৰ ভোগদখল বিশ্বসিংহৰ ভ্ৰাতৃ শিৱসিংহৰ সতি-সন্ততিয়ে কৰি আহিছে। আজি হাৰিয়া মৰলৰ সতি-সন্ততিসকলে কোনো এখন সংলগ্ন ৰাজ্যৰ অধিপতি হৈ থকা নাই সঁচা কিন্তু তেওঁলোকে য'তে শাসন কৰিছে ত'তে জ্ঞানলিপ্সা আৰু ধৰ্ম্মপ্ৰাণতাৰ কাৰণে অক্ষুণ্ণ গৌৰৱ উপাৰ্জ্জন কৰিব পাৰিছে। এই কোচ বংশৰে ধৰ্ম্মনাৰায়ণ আৰু সমুদ্ৰনাৰায়ণ ৰজা অসমীয়া সাহিত্যৰ পৰম অনুৰাগী আৰু উৎসাহদাতা আছিল, তাৰ উপৰি কোচবিহাৰৰ নৃপতি মহাৰাজ

হৰেন্দ্ৰনাৰায়ণ ভূপ বাহাদুৰ নিজে এজন প্ৰসিদ্ধ কবি আছিল। মহাৰাজ নৰনাৰায়ণৰ ৰাজত্ব কালত অতীত যুগৰ কামৰূপ ৰাজ্যৰ পুনৰ সংগঠন হোৱা যেন হৈছিল। অৰ্থাৎ প্ৰাচীন কামৰূপ ৰাজ্যৰ চাৰিসীমাত যিবোৰ ৰাজ্য আছিল, মহাৰাজ নৰনাৰায়ণৰ কোচবিহাৰ ৰাজ্যৰ অধীনতো প্ৰায় সেইবোৰ ৰাজ্য আছিল। কিন্তু নৰনাৰায়ণৰ পৰবৰ্ত্তী কোনোজন ৰজাই সেই প্ৰাচীন কামৰূপ ৰাজ্যৰ পুনৰ সংগঠন কৰিব নোৱাৰিলে।

মহাৰাজ নৰনাৰায়ণৰ মৃত্যুৰ প্ৰায় দুশ বছৰৰ পিছত আহোম স্বৰ্গদেউ ৰুদ্ৰসিংহই কৰতোয়া সমীপৱৰ্ত্তী সকলো ৰাজ্য বশ কৰি অসমৰ চাৰিসীমাত ৰাখি পুনৰ প্ৰাচীন কামৰূপ ৰাজ্য সংগঠিত কৰিব খুজিছিল। তেওঁৰ দিনত তেওঁৰ পিতৃদেৱ স্বৰ্গদেউ গদাধৰসিংহই আৰু ৰঙামাটিৰ নৱাব মনচুৰখা নিৰ্দ্ধাৰিত সন্ধিমতে মানাহা নদী অসম আৰু বঙ্গদেশৰ পশ্চিম সীমা আছিল। ইয়াৰ চুহুংমুং দিহিঙীয়া ৰজাৰ দিনত কনচেং বৰপাত্ৰ গোহাঁই ডাঙৰীয়াই যেতিয়া নিজৰ হাতেৰে তুৰ্ব্বকৰ ৰক্তেৰে ৰঞ্জিত তৰোৱাল ধুইছিল। তেতিয়া কৰতোয়াৰ সন্নিকটত অসমৰ বিজয়চিহ্ন স্বৰূপে এটি মন্দিৰ প্ৰতিষ্ঠিত হয় আৰু কৰতোয়ালৈকে অসমৰ সীমা নিৰ্দ্ধাৰিত হয়। ৰুদ্ৰসিংহ স্বৰ্গদেৱে থিৰ কৰিলে, অসমত এই পশ্চিম সীমা কৰতোয়ালৈকে ৰাজ্য বিস্তাৰ কৰিব লাগিব। সেই উদ্দেশ্যে অসমত সীমান্তৱৰ্ত্তী অসমৰ বাহস্বৰূপ কছাৰী আৰু জয়ন্তীয়া ৰাজ্য নিজৰ কৰতলীয়া কৰি যুদ্ধৰ সৈন্য আৰু আহিলাপাতি বন্দবস্ত কৰিলে। অসমৰ প্ৰজাসকলৰ মাজত এটি দেৌ উঠি গ'ল, যে মহাৰাজ ৰুদ্ৰসিংহই পবিত্ৰ গঙ্গানদীক নিজৰ ৰাজ্যৰ অন্তৰ্গত কৰিব খুজিছে—

হিন্দুৰ পবিত্ৰ গঙ্গা বহে বঙ্গদেশে,
নৈলে বঙ্গ গঙ্গা নিজ ৰাজ্যত প্ৰবেশে।
বঙ্গ আক্ৰমণ ৰুদ্ৰসিংহে কৈলা থিৰ,—
ভগীৰথ হয়া আনিবোহো গঙ্গানীৰ।
বঙ্গক আক্ৰমি নিজ ৰাজ্য ভুক্ত কৰি
বোৱাইবোহো গঙ্গা মোৰ ৰাজ্যৰ ভিতৰি।

ৰুদ্ৰসিংহ স্বৰ্গদেৱে নিজৰ মহা সংকল্পৰ কথা পাত্ৰমন্ত্ৰীসকলক ভাঙি কলে, "মানাহৰপৰা যিবিলাক ৰাজ্য আমি সম্প্ৰতিকে হেৰুৱাইছোঁ সেই সকলোবিলাক আমাৰ পূৰ্ব্বপুৰুষসকলৰ শৰণীয়া আছিল। এতিয়া আমি সংকল্প কৰোঁ, সেই ৰাজ্যবোৰ পুনৰ অধিকাৰ কৰি অসমৰ পুৰাকলীয়া পশ্চিম সীমা ওভোতাই অনা হওক।" মহাৰাজ ৰুদ্ৰসিংহ স্বৰ্গদেৱৰ এই দিগ্বিজয়ী প্ৰস্তাৱ তেওঁৰ পাৰিষদসকলে কি ওজস্বী ভাষাৰে গ্ৰহণ কৰিছিল, সেই পৰামৰ্শৰ বিৱৰণ হাতেলিখা অসম বুৰঞ্জীত লিপিবদ্ধ হৈ আছে। তাৰে হুবহু টোকা আনি তলত দিলোঁ। "ৰুদ্ৰসিংহ স্বৰ্গদেৱে তেওঁৰ তিনিজনা গোহাঁই ডাঙৰীয়া, বৰবৰুৱা ফুকন সমস্তকো সুধিলে, মই ঢকা সীমাকৈ ৰঙাগৰাৰপৰা এই ৰাজ্য মাৰিবলৈ মন কৰোঁ, তোমালোকে কি বোলা? কেন্দুগুৰীয়া বৰপাত্ৰ গোহাঁয়ে কথাতে ভৰ দি বোলে—স্বৰ্গদেৱে উত্তমহে সুধিছে, কৰতোয়া গঙ্গাক সীমা কৰি আমাৰহে ৰাজ্য। আমি মন-কাণ নিদিনৰ দ্বাৰাইহে শত্ৰুৱে লৈছে। ৰজা হলে পৰশত্ৰুক মাৰি, আপোনাৰ

9 1633

সীমনা বান্ধি ৰাজ্য লৰবনেসে যোগ্য। আৰু নাও-নাওৰা আহিলা-পাতি সকলো হৈছে। স্বৰ্গদেৱৰ আজ্ঞা হলে তাক মৰা যাব। কুৰৈগঞা ফুকন বুঢ়াগোহাঁই বোলে,—স্বৰ্গদেৱে উত্তমহে কৈছে। স্বৰ্গদেউৰ পূৰ্ব্বে পুৰণি ৰজাদেৱে তেজশক্তিৰ বলে ৰঙামাটি চলাই কৰতোয়া গঙ্গাত খাণ্ডা পখালি গৈছে। তেতিয়া তাক আচল যেন দেখি গুৱাহাটিত থানা কৰি মানাহ সীমা কৰি গৈছে। জয়ধ্বজ ৰজাদেৱৰ দিনত এনে আহিলা-পাতি বহুতো আছিল, তত্ৰাপি তেওঁৰ নাম হ'ল ভগনীয়া ৰজা। অস্ত্ৰ-শস্ত্ৰ আহিলা-পাতি সকলো জড়, স্বৰ্গদেউৰ বলীবেটাহে চেতন, সেইয়ে চলালেহে চলে—তাকো বলাবল বুজিব লাগে। শত্ৰুৰ বলাবল বুজিব লাগে, জয় পৰাজয় দুয়ো আছে, আকৌ বিশেষ ৰূপে বুজিহে বাহিৰবলৈ ভাল যেন দেখি, তথাপি স্বৰ্গদেৱে যি বুলিব সেয়েহে হব।" ৰজাদেৱে খং কৰি বোলে,—সৰ্ব্বকালে গোহাঁইবোৰৰ এনেহে কথা, এই বুলি বিদায় দিলে। পাচত বৰুৱা ফুকন সমস্তে বোলে, স্বৰ্গদেউ, গোহাঁইবোৰক নালাগে, আমাক আজ্ঞা কৰক, চকা সীমা কৰি আমি মাৰোগৈ।

এই প্ৰস্তাৱমতে ৰুদ্ৰসিংহ স্বৰ্গদেৱে ছয়লক্ষ সৈন্য আৰু সকলো যুদ্ধৰ সম্ভাৰ লৈ গুৱাহাটীত বাহৰ কৰিলে, কিন্তু ৰজাদুৱাৰত বাহৰ কৰা কালত স্বৰ্গদেৱত বগত ওলাই মৃত্যু হোৱাত তেওঁৰ মহান সংকল্প তেওঁৰ মৃত্যুৰ লগে লগে অৱসান হ'ল। মুমূৰ্ষু ৰুদ্ৰ-সিংহ স্বৰ্গদেৱে তেওঁৰ পাঁচোটা পুতেকক মাতি আনি ক'লে—"সদায় মিত্ৰভাৱে থাকিবা, তেনেহলে তোমালোকৰ সকলো চেষ্টা সিদ্ধ হব, অমিত্ৰ হৈ থাকিলে একো সিদ্ধ নহব। বুঢ়া হোৱা ডেকা হোৱা তোমালোক আটাইয়ে কিজনে অনুক্ৰমে ৰজা হবা। মই মোৰ দাঁতিয়লীয়া ৰাজ্যবিলাকক দমালোঁ, আৰু কৰতোয়া নৈৰ সংলগ্ন দেশবোৰ কৰতলীয়া কৰিবলৈ মই অভিলাষ কৰিছিলোঁ। মোৰ কামনা মোৰ মৃত্যুৰ লগে লগে ধ্বংস হব। হায়! মোৰ বাসনা কাৰ্য্যত পৰিণত কৰিবলৈ কোন সামৰ্থ্য হব ?"

ইংৰাজী ১৭৯৩-১৮০০ চনত ড' জে. পি. ৱেডে লিখা অসম বুৰঞ্জীত ইয়াৰ বিৱৰণ কি দৰে আছে শুনক—

Four years had elasped since the conquest of Kachar and Jayantia, when Swargodeo summoned a general assembly of his nobles at Rungpoor. He expatiated on his brilliant success in every part of the neighbouring countries, and proposed expedition into that part of Bengal which borders on the Korotoya river and was formerly in the possession of his ancestors. The Gohains, Borowas, Phukons declared their alacrity to proceed to the reduction of the country as far as the Korotoya river, and their confidence of success. Under the king's auspicious banners which had enabled them to subdue the kingdom of Kachar, Jayanta and Naga........

In this manner the king sent ambassadors to all Nawabs (Nababs) and princes of Bengal with letters expressed in the following terms :

"We formerly possessed the provinces on the side of the Korotoya river and we are now desirous to resume them. Do not prove inimical to us. If we remain friendly everything will succeed. Be yours the countries,

the Government and mine the name. Act in a manner to preserve peace. Fear not our approach ; send friendly answers respecting your welfare without delay."

Swargodeo ordered Seosingha and his four sons to attend him in person aand after embracing them with parental tenderness addressed them in the following terms :

"Take your seats ; remain in friendship ; you will be monarchs in your turns. Nothing will succeed if you are inimical to one another. If any attempts are made to place you at variance, and many will be made, listen not to suggestions of that kind, but remain united. I had formerly two (?) brothers but listening to the suggestions of the enemies drove away the younger. I now perceive my error; continue therefore in friendship, and all your pursuits will succeed ; if you prove enemies, nothing. Old and young you shall all be kings successilvey. I have subdued the countries that surround my dominions. I proposed the reduction of the provinces contiguous to the Korotoya river, but my design will perish with me, for who will be found capable to pursue my plans" ( An Account of Assam, by J.P. Wade, F.A.S.B., 1799—1800 ) ?

ৰুদ্ৰসিংহৰ মৃত্যুৰ পিছত অসমৰ ৰাজশক্তি আত্মকন্দনত ক্ষীণ হৈ আহিল, সতিকে কৰতোয়ালৈকে সকলো ৰাজ্য কৰতলীয়া কৰিবলৈ কাৰো কামনা আৰু শক্তি নহল। লাহে লাহে প্ৰবল পৰাক্ৰান্ত কোচবিহাৰ ৰাজ্যৰো ক্ষমতা টুটি আহিল। কালৰ গতিত কৰতোয়াৰ সমীপৱৰ্ত্তী ৰাজ্য সমষ্টি বঙ্গদেশৰ অন্তৰ্ভুক্ত হ'ল। সদিয়াৰপৰা কৰতোয়া এই গোটেইখন ৰাজ্যত যে আগেয়ে একে ভাষা আৰু একে সভ্যতাৰ নিচান উৰিছিল সিয়ো আজি প্ৰত্নতাত্ত্বিকৰ আলোচনাৰ অপেক্ষা হৈ পৰিছেহি। আমাৰ স্বদেশীয় প্ৰত্নতাত্ত্বিকসকলে এই ৰাজ্যখণ্ডৰ ভাষা আৰু সভ্যতাক দাবী কৰি ৰহিছে। অসমীয়াৰ আজি আৰ্থিক বল নাই, প্ৰত্নতাত্ত্বিক ঔপন্যাসিকৰ কলমত ভাষাৰ প্ৰৱাহ নাই, অসমীয়াৰ কৰ্ম্মবীৰৰ অঘটন-ঘটন-পটীয়সী প্ৰতিভা নাই, সেইদেখি আমাৰ বুকুৰ মঙহ জাতিভাইসকলক আমাৰ নিজ বুলি জগতৰ হতুৱাই স্বীকাৰ কৰাবলৈকো আমি আজি অসমৰ্থ হৈছোঁ। আপোনাৰ চাবি পুৰা মাটি আছে। তাৰ দুপুৰাত আপোনাৰ ওচৰচুবুৰীয়া ধনী গৃহস্থ এজনে নিজৰ বুলি দাবী কৰি ৰহিছে। সেই সমুদায় মাটিখিও পিতৃ-পিতামহৰ দিনৰপৰা আপোনাৰ পৰিয়ালে ভোগ দখল কৰি আহিছে, সেই সত্য কথাষাৰকে প্ৰমাণ কৰিবলৈ আপুনি বিচক্ষণ ব্যৱস্থা শাস্ত্ৰজ্ঞ উকীল বেৰিষ্টাৰ নিযুক্ত কৰিব লাগিব, আপোনাৰ যদি তাৰ কাৰণে ধন-বিত নাই তেনেহলে আপুনি আপোনাৰ প্ৰতিবেশীক নীৰৱে নিৰ্ব্বিবাদে মাটি দখল কৰি থাকিব দিয়ক আৰু চাবিপুৰাৰ ভিতৰত আপোনালৈ যে দুপুৰা মাটি এতিয়াও আছে তাৰ বাবে কামাখ্যাৰ উদ্দেশ্যে ফুল বেলপাত আগ কৰক। অসমীয়াৰ আজি এই দুৰ্য্যোগৰ দিনত ৰুদ্ৰসিংহ স্বৰ্গদেৱৰ সেই অন্তিম বাণীৰ মাথোঁ পুনঃ পুনঃ অসমীয়াৰ কাণত প্ৰতিধ্বনি হৈছে,—"মই মোৰ দাঁতিয়লীয়া ৰাজ্যবিলাক দমালোঁ আৰু কৰতোয়া নৈৰ সংলগ্ন দেশবোৰ কৰতলীয়া কৰিবলৈ মই অভিলাষ কৰিছিলো। মোৰ

বাসনা মোৰ মৃত্যুৰ লগে লগে ধ্বংস হব। হায়! মোৰ বাসনা কাৰ্য্যত পৰিণত কৰিবলৈ কোন সমৰ্থ হব?"

কোচবিহাৰ আমাৰ অসমীয়াৰ। ৰংপুৰ, জলপাইগুৰি, মৈমনসিংহ আমাৰ অসমীয়াৰ কোচবিহাৰত ৰজা নৰনাৰায়ণে যেতিয়া অসমীয়া ভাষাৰ ভেঁটি বান্ধিছিল, যেতিয়া তেওঁ মহাপুৰুষ শঙ্কৰদেৱ আৰু কবিৰত্ন ৰাম সৰস্বতীৰ দ্বাৰাই ভাগৱত মহাভাৰত আৰু পুৰাণ অনুবাদ কৰাই,

সম্প্ৰতিকে স্ত্ৰীয়ে শূদ্ৰে পঢ়িব যতনে।
কিছু শেষ ভৈলে পঢ়িবেক বিপ্ৰগণে॥

বুলি সেই গ্ৰন্থ ৰাজ্যত প্ৰচাৰ কৰিছিল। তাৰ দ্বাৰা তেওঁ নিজ ৰাজ্যত বিদেশী ভাষা আৰু সাহিত্যৰ উন্নতিৰ বাট মোকলোৱা নাছিল। সদৌ কোচবিহাৰ ৰাজ্যৰে তেতিয়া অসমীয়া ভাষা আছিল, আৰু নৰনাৰায়ণ ৰজাই নিজ দেশৰ ভাষাৰে আৰু নিজ প্ৰজাৰ উন্নতিৰ অৰ্থেহে পণ্ডিতৰদ্বাৰা সংস্কৃত গ্ৰন্থ দেশীয় ভাষালৈ অনুবাদ কৰাইছিল। ৰজা বিক্ৰমাদিত্যই সুদূৰ পাৰস্য দেশৰ ভাষাত গ্ৰন্থ লিখিবাইছিল। ইংলণ্ডৰ ৰজা মহামতি আলফ্ৰেডে স্পেইন ভাষাত লেটিন আৰু গ্ৰীক গ্ৰন্থ অনুবাদ নকৰাইছিল।

অসম ৰাজ্য ১৮২৬ চনত ইংৰাজৰ হাতলৈ অহাত অসমৰ ৰাজকাৰ্য্য চলাবলৈ ইংৰাজ শাসনকৰ্ত্তাসকলে বিদেশীসকলক নিযুক্ত কৰিবলৈ ধৰিলে কাৰণ সেই বিদেশী কৰ্ম্মচাৰীসকলে ইতিপূৰ্ব্বে ইংৰাজৰ তলত থাকি ইংৰাজৰ শাসনপ্ৰণালী ভালকৈ জানিছিল। তেতিয়া অসমীয়াই তেতিয়াও ইংৰাজৰ কুলত উঠা নাছিল। এই বিদেশী কৰ্ম্মচাৰীসকলৰ উদ্দেশ্যহীন প্ৰভাৱত অসমৰ অফিচ আদালত আৰু পাঠশালাবিলাকৰপৰা অসমীয়া ভাষাক খেদাই কলীয়াপানীলৈ দ্বীপান্তৰিত কৰা হ'ল। যাৰ্ফলত অসমীয়া ছাত্ৰই তলত দিয়াৰ দৰে সাধুভাষা ৰচিবলৈ ধৰিলে,—

"অহং স্থানত অনেক বালক স্থিত হইছে। অহং এই গ্ৰাম ছাৰি ভঙ্গ হইয়া গমন কৰা হইল। দীনহীন ব্যক্তিয়ে নিত্যে বৃহৎ কৰিয়া কৰ্ম্ম কৰে, আৰু অন্ন উদিয়ায়।".
স্বৰ্গীয় আনন্দৰাম ঢেকিয়াল ফুকন ডাঙৰীয়াই অনুমান ১৮৫৪ চন সালত স্কুল পৰিদৰ্শন কৰিবলৈ যাওঁতে কিছুমান ছাত্ৰৰপৰা ওপৰত দিয়া বাক্যটি পাইছিল। সেই ছাত্ৰবোৰে তিনি চাৰি বছৰ ধৰি বঙলা ভাষা শিকিছিল, তথাপি তেওঁলোকৰ ভাষা শিক্ষাৰ এনে চানেকি। অসমৰ আদালতবোৰত বঙালী ভাষা চলতি হোৱাত বিচাৰ কাৰ্য্যত কেনে ন্যায়টি হৈছিল, অসমৰ এজন দেশপ্ৰেমিক ভক্ত স্বৰ্গীয় পূৰ্ণানন্দ ডেকাবৰুৱা ছোটচাহাবে শিৱসাগৰৰ আসাম হিতৈষী সভাৰ সম্পাদক স্বৰূপে ১৮৫৬ চনৰ মাৰ্চ্চৰ "অৰুণোদয়"ত কি লিখিছিল শুনক,—

"আমাৰ দেশৰ বিচাৰ আসনত বঙালী ভাষা চলাত ৰায়তে বঙালী ভাষা নুবুজা হেতুকে গোচৰৰ সম্বন্ধীয় সিহঁতৰ ছৱাল, জবাব, উত্তৰ, প্ৰত্যুত্তৰ একোকে কৰিব নোৱাৰে; আৰু যদি ভুলত থাকি কোনো কথা নিখোঁতে সিহঁতৰ কোৱামতে লিখা নহয়, তথাপি সিহঁতে তাৰ সংশোধন কৰিব নোৱাৰাত তাতে শাস্তি হব লগা হয়; কাৰণ লিখাই এটাই নাতি শুনালেও সিহঁতে তাৰ একো নুবুজিব নোৱাৰে।"

আৰু কিছুদিন অসমৰ সোণৰ-সঁফুৰাত বিদেশী ভাষা সোমোৱাহেঁতেন আজি অসমীয়া ভাষাৰ অস্তিত্ব নাথাকিলহেঁতেন। আপোনালোকে কব পাৰে স্কুল আদালতৰ-পৰা অসমীয়া ভাষা বহিষ্কৃত হলেও অসমৰ গাঁৱে-ভুঁয়ে শত-সহস্ৰ বুঢ়া-মেঠা মুনিহ-তিৰোতাই অসমীয়া ভাষা কৈ তাৰ জীৱন-গছৰ গুৰিত গোবৰ-পানী দি থাকিলহেঁতেন। কিন্তু সেইটো ভুল। পঢ়াশলীয়া ছাত্ৰ, কাছাৰীৰ আমোলাই বঙলা ভাষাত অৰ্দ্ধপণ্ডিত হৈ গাঁৱলৈ গৈ সেই ভাষাৰ প্ৰচলন কৰি নিভাঁজ অসমীয়া ভাষাক বাৰেখিচুৰি কৰি পেলালেহেঁতেন। গাঁৱলীয়া মানুহেও শিক্ষিতসকলৰ ভাষা অনুকৰণ কৰি লাহে লাহে নিজৰ স্বদেশী নিভাঁজ ভাষা পাহৰি গলহেঁতেন। কাৰণ, ভাষা-ব্যাধি মহা সংক্ৰামক, অশিক্ষিত মানুহে শিক্ষিতৰ ভাষা উৎসাহেৰে অনুকৰণ কৰে। এপুৰুষত বঙলা ভাষাই অসমীয়া ভাষাক বনবাসলৈ পঠিয়াব নোৱাৰিলেও এই তিনি চাৰি পুৰুষৰ ভিতৰত এই বনবাস-যাত্ৰা সম্পূৰ্ণ হ'লহেঁতেন।

আনন্দৰাম ঢেকিয়াল ফুকন আৰু আমেৰিকাৰ বেপ্‌টিষ্ট মিছনেৰীসকলে অসমীয়া ভাষাৰ এই বনবাস যাত্ৰাত বিধি-পথালি হৈ থিয় দিলে। আনন্দৰাম ফুকনে অসমীয়া ভাষাৰ স্বাতন্ত্ৰ্য আৰু প্ৰাচীনত্ব বৈজ্ঞানিক প্ৰণালীৰে প্ৰমাণ কৰি "A Few Remarks on the Assamese Language" নামে ইংৰাজী গ্ৰন্থ লিখিলে। ফুকনে কলে,—

Some, from their imperfect acquaintance with the Assamese language, have contended that the Bengali the medium of instruction in Bengal, ought also to be adopted in Assam. Others, again, better aquainted with the comparative difference between the Bengali and Assamese languages, have been led to take a more correct view of the subject and have expressed their conviction of the necessity of strictly adhering to the Assamese as the most successful means of education. Unfortunately, however, for our country, those in whose hands the management and control of public instruction are entrusted, have been of the former opinion. They have been led to believe that the Assamese and the Bengali are one and the same language, and have accordingly, during the last ten or twelve years, introduced Bengali into our schools, as the vernacular language of the country.

The time, however, appears to have now arrived, when it seems necessary that the Government (as its attention is daily directed towards devising fresh measures for new and important improvements) should be apprized of the injuries that have resulted from the adoption of a foreign language in imparting education, and administering justice of the Assamese and that we should no longer suffer the existing misconceptions as to the identity of the Assamese and Bengali language to remain unrefuted ; but that we should appeal to the judgment of the public and of the Government , for maintenance of that right, of which we conceive, we have been unjustly deprived by errors and misconceptions ; we allude to our right to use our native language, both in the education of the people and in the dispensation of justice.

Here we may as, why have not the Assamese been able to improve their own literature, or create one for themselves in the same manners, as the Bengalis have done ? Our reply is, that the dissemination of European knowledge, and enlightened ideas of the present age among native population, is alone likely to lead to any marked improvement on the ancient literature of the country ; and the communication of a knowledge of the modern arts and sciences in a native dress, is the best and only means of raising a useful and profitable library for the Assamese ( A Few Remarks on the Assamese Language, and on Vernacular Education in Assam, by Anandaram Dhekial Phukan, pages 1—2, 52) .

আমেৰিকান মিচনেৰীসকলৰ দ্বাৰা পৰিচালিত "অৰুণোদয়" কাকতত পূৰ্ণানন্দ ঢেকাৰকতাই লিখিলে,—"যি দেশৰ যি ভাষা, তাক সেই দেশৰ সকলো কাৰ্য্যত ব্যৱহাৰ কৰিবলৈ দিয়া উচিত ; কিয়নো দেশীসকলে আপোনাৰ ভাষাৰ ভাব সঙ্কেত আদি যেনেকৈ বুজে অন্য ভাষাৰ তেনেকৈ বুজিব নোৱাৰে। এতেকে যি ভাষা মানুহবিলাকে ভালকৈ বুজিব নোৱাৰে, তাৰ দোৱাৰাই মানুহবিলাকক চলাচলত মহৎ কষ্ট হয় আৰু আমাৰ দেশত অনেক বছৰৰপৰা গৱৰ্ণমেণ্টৰ খৰচেৰে বঙ্গালী ভাষাৰ নিচিন পঢ়াশালি পতা হৈছে ; কিন্তু তাত পঢ়া বালকসকলে এই পৰ্য্যন্ত কৃতকাৰ্য্য হব পৰা নাই। তাৰ কাৰণ বিচাৰি চালে আমি ইয়াকেহে জানিব পাৰোঁ। যে লৰাবিলাকে স্বদেশী মাতৃ-ভাষাত বিশেষ পাৰগ নহলে বঙ্গালী ভাষা শিকি কোনোৰূপে কৃতকাৰ্য্য হব নোৱাৰে........ আমাৰ দেশ প্ৰথমে ইংৰাজৰ হাতলৈ অহাত এই দেশী লোক সেই সময়ত কৰ্ম্মত তেনে নিপুণতা নোহোৱাত, বঙ্গালী লোকৰ দোৱাৰাই কৰ্ম্ম কৰাইছিল। কিন্তু আমাৰ দেশৰ সমুদায় লোকে এতিয়া কৰ্ম্ম কৰিব পৰা হৈছে আৰু কৰিছেও, এতেকে দেশী ভাষা চলিবলৈ এতিয়া একো বাধা নাই। এই নিমিত্তে আমাৰ দেশাধিকাৰ সকলত জনাইছোঁ, যেন অচিৰে মনোযোগ কৰি আমাৰ দেশত নিজ ভাষা চলাবলৈ আজ্ঞা দিয়ে। এয়ে হলে আমাৰ দেশৰ অশেষ মঙ্গল হব।" ("অৰুণোদয়", মাৰ্চ্চ ১৮৫৬, ৩৫-৩৬ পিঠি।)

অসমীয়া ভাষা সম্বন্ধে যি চিত্ৰ ওপৰত দিয়া হৈছে মানাহা কৰতোৱা অঞ্চলতো কিছুমান ঠাইত সেই চিত্ৰ খাটে। অসমীয়া ভাষা কৰ্তৃতাসকলৰ উগ্ৰ চেষ্টা আৰু প্ৰতিবাদ নোহোৱা হলে আজি অসমৰ অসমীয়া ভাষাৰ যি পৰিণাম হ'লহেঁতেন, সেই পৰিণামৰ প্ৰতিনিধি কৰতোৱা আৰু মানাহৰ মাজত থকা বাজাৰখণ্ডৰ কিছুমান ঠাইত পৰিলক্ষিত হৈছে। কোনো আনন্দৰাম ঢেকিয়াল ফুকন, হেমচন্দ্ৰ বৰুৱা বা পূৰ্ণানন্দ ঢেকাৰকতাই সেই অঞ্চলৰ স্বাভাৱিক আদিম ভাষা পুনৰ প্ৰতিষ্ঠাৰ যত্ন কৰা নাই। সেইদেখি তাত এটি বাঙেমিহলি ভাষা প্ৰচলিত হৈছে আৰু সেই অঞ্চলত অসমীয়া ভাষা ৰূপী জানকী—ৰমনাগৰ পঞ্চমাঙ্ক নাটকৰ তৃতীয় অঙ্ক অভিনীত হৈ গৈছে। এইখিনিত ভাষাবিদ প্ৰত্নতাত্ত্বিকসকলে কলাফুমাটিৰপৰা কাপমুৰ জোকাৰি একেবাৰে নুঠিলে, ভগদত্ত-নৰনাৰায়ণৰ স্মৃতিৰে পৰিপূৰ্ণ সেই মানাহা-কৰতোৱা খণ্ডত অসমীয়া ভাষা জানকীয়ে "ফাট দিয়া বসুমতী পাতালে লুকাওঁ," বুলি ভূগৰ্ভত বিলীন হৈ যাব।

১৮৭৩ খৃষ্টাব্দত প্ৰকাশিত "A Report on the District of Rungpur"

নামে গ্ৰন্থত গ্ৰেজিয়াৰ চাহাবে লিখিছে— A long list might be procured, giving terms peculiar to the district of Rungpur which are probably derived from Assam districts.

আমি আৰু শুনিছো কিছুদিনৰ আগেয়ে "মানসী মৰ্ম্মবাণী" পত্ৰিকাত ৰংপুৰত ভিতৰুৱা ঠাইত প্ৰচলিত প্ৰাদেশিক শব্দবোৰৰ এটা লিষ্টি প্ৰকাশিত হৈছিল। আমি সেই শব্দ সংগ্ৰহ নিজ চকুৰে দেখা নাই, কিন্তু দেখা মানুহে কৈছে যে যিবোৰ শব্দ ৰংপুৰত বৰ্ত্তমানে ধৰা হৈছে সেইবোৰ শব্দ অসমীয়া ভাষাত সজীৱ হৈ এতিয়াও চলিব লাগিছে। এই বিষয়ে ভাষাবিদ প্ৰত্নতাত্ত্বিকৰ দৃষ্টি নিক্ষিপ্ত হোৱা উচিত।

অসমীয়া জাতীয়ত্বৰ প্ৰথম পৰিচায়ক ভাষা-সাদৃশ্য; দ্বিতীয় পৰিচায়ক হৈছে বেশ-সাদৃশ্য। অসমীয়া তিৰুতাৰ মেখেলা ব্যৱহাৰে অসমীয়া তিৰুতাৰ সাজক এতিয়াও স্বাতন্ত্ৰ্য দান কৰি আহিছে। এই মেখেলা ব্যৱহাৰ আমি শদিয়াৰপৰা আম্বালা-লৈকে অসমৰ বাহিৰে কোনো ঠাইত দেখা নাই। কিন্তু ৰংপুৰৰ কিছুমান ঠাইত তিৰুতা-সকলে এই মেখেলা ব্যৱহাৰ কৰে।

সেই বিষয়ে গ্ৰেজিয়াৰ চাহাবে লিখিছে—

The indigenous inhabitants of Rungpore are the Koch and other allied Kamrup tribes, who founded the last local dynasty previous to the erruption of the Mahommedans, and their marked Mongol physiognomy is unmistakable in all the portion of the district which lies round about Cooch Behar. In Buchanan's time, the Kamrup tribes numbered half of the Hindu inhabitants of Govindgunge ; but the line of demarcation has now been pushed further north. Above a line drawn about thirty miles north of Rungpore town, west of the Teesta, the women of the common people wear the old Kamrup dress which offers a marked contrast to the common 'saree' of Bengal. It consists of a square piece of colored, indigo-striped passed under the arms and round the back, so as to cross in front where the upper corners are tucked in, leaving the head and shoulders bare, and reaching to the knees below. All the women, Hindus and Mahommedans alike, dress in this fashion and they also attend the markets and transact the buying and selling, to the almost total exclusion of the men (A Report on the District of Rungpore, by E. G. Glazier, p. 6).

আপোনালোকে কামৰূপাধিপতি ধৰ্ম্মপাল ৰজাৰ নাম শুনিছে। এওঁৰ বোৱাৰীয়েক মইনামতী বা মীনাৱতী বিষয়ক গান পূৰ্ব্ববঙ্গৰ নানান ঠাইত প্ৰচলিত। মইনামতীৰ পুতেক গোপীচন্দ্ৰ। সন্তানবৎসলা বিধবা মইনামতীয়ে সংসাৰবিৰাগী পুতেকৰ মন পাহৰাবলৈ গোপীচন্দ্ৰক এশজনী দীপলিপ কন্যা বিয়া কৰাই দিয়ে। তথাপি গোপীচন্দ্ৰক সন্যাস ধৰ্ম্ম গ্ৰহণ কৰাৰপৰা মাকে বিৰত কৰাব নোৱাৰিলে। পুতেকৰ সংসাৰ ত্যাগ অভিলাষত মাতৃ মীনাৱতী আৰু প্ৰধানা মহিষী অদুনা আৰু পদুনাৰ বিলাপ লৈ গোপীচন্দ্ৰৰ গীত ৰচিত হৈছে। সেই গীত ১৮৭৮ খৃষ্টাব্দত Journal of the Asiatic Society of Bengal কাকতত Grierson চাহাবে প্ৰকাশিত কৰিছিল আৰু

বৰ্তমানে ঢাকা সাহিত্য পৰিষৎ আৰু কলিকতা বিশ্ববিদ্যালয়ৰ পৰাও মইনামতীৰ গান বা গোপীচন্দ্ৰৰ গীত প্ৰকাশিত হৈছে। গ্ৰেষ্টিয়াৰৰ বিপ'ৰ্টত এই বিষয়ে আছে,—

Gopichandra succeeded to the vacant guddee, but he did not govern ; Minavati would not so readily part with her authority. She provided him with hundred wives, ana when he grew tired of their embraces his mother persuaded him to dedicate his life to religion......A poem called Sivar-Git, sung by yogi bards, and recounting the lamentations of Gopie's numerous wives at his departure, was said to be popular in Kamrup at the beginning of this country ; an indication that the rule of the Pal kings included that province as well as Rungpore. (page 10).

পূৰ্ব্ববঙ্গত প্ৰচলিত এই গীতৰ লগত আমাৰ অসমীয়া এটা গীতৰ সাদৃশ্য দেখা গৈছে। আজি কিছু দিনৰ পূৰ্ব্বে শ্ৰীমান ৰূপেশ্বৰ দত্ত নামে কটন কলেজৰ ছাত্ৰ এজনে 'জনা গাভৰুৰ গীত' নামে এটা প্ৰাচীন গীত সংগ্ৰহ কৰি প্ৰকাশ কৰিছে। সেই গীতৰ নায়ক গোপীচন কোঁৱৰ বা গোপীচন্দ্ৰ। এই গোপীচন কোঁৱৰৰ পিতাক সৰুতে ঢুকায়, মাকে বহু যত্নেৰে কোঁৱৰক তুলি-তালি ডাঙৰ দীঘল কৰে, আৰু এশ ভাৰ্য্যা বিবাহ কৰাই দিয়ে। কিন্তু জনা নামে এগৰাকী ৰাজকুমাৰীয়ে তেওঁৰ পাণিপ্ৰাৰ্থী সহস্ৰ কোঁৱৰক বন্দী কৰি থৈছে। গোপীচন্দ্ৰৰ সখিয়েক কলিধনো সেই জনাৰ ওচৰত অপমানিত হৈ আহিছে। জনা গাভৰুৰ বুদ্ধি আৰু বল পৰীক্ষা কৰিবলৈ গোপীচন কোঁৱৰ যাবলৈ ওলাল। তেওঁৰ এই উদ্দেশ্যত মাক আৰু ভাৰ্য্যাসকলে বিলাপ কৰিবলৈ ধৰিলে,—

মাতক মাতি গ'ল বুকৰ বাৰী মাকে
কোঁৱৰৰ মুখলৈ চাই,
কেচুৱা কালতে বাপেৰো মৰি গ'ল,
সহায়-সাৰথি নাই।
এপতীয়াৰ পৰা দুপতীয়া কৰিলে
সহায় কোন আছিলে তোৰ,
বুকুত বান্ধি ডাঙৰ কৰিলোঁ,
বোপাই, হাক দিয়া নুশুন মোৰ।
বাপেৰে আনিছিল ছপোন লিগিৰী
নপোন আনি দিলোঁ মই।
নপোন লিগিৰীয়ে গা জুৰ নকৰে
আৰু ছপোন আনি দিওঁ মই॥
মাতক মাতি গ'ল বুকুৰ কুঁৱৰীয়ে
কোঁৱৰৰ চিৰি মুখ চাই,
অতি হেপাহেৰে আয়ে বিয়া দিলে
পুৰুষত বিশ্বাস নাই।

অচিন কাঠৰে খোৰাকো নলৰা,
আৰু নেবানিবা ধান,
নেজানি নুশুনি আমাক বিয়া দিলে
কোঁৱৰে নেবাখে মান।
গৰুচৰ বাজ্যলৈ নটৰ কলিযুগে
কাৰে বুদ্ধি পাই গ'লে,
জনা গাভৰুয়ে নাক-কাণ কাটিলে
কাললৈ খিয়াতি থলে।
আখৈ খাই খাই পেট নভৰিলে
নিয়ৰত নিতিতিল ভৰি,
ন পোন কুঁৱৰীয়ে কান্দিব লাগিছে
কোঁৱৰৰ ভৰিতে পৰি।
শৰাইৰে গুৱাপাণ শৰাইতে শুকাল
নুশুকাই কৰিবা কি ?
অভাগীৰ কপালত সুখ নেলেখিলে
কপালত লেখিলে যি ?
পাটী পাৰি পাৰি নোশোওঁ আজিৰপৰা
নোশোওঁ পাটী-ঢাৰী পাৰি,
অবুজন কোঁৱৰক বুজাব নোৱাৰি
ফুলতে কৰিলে বাৰী।
মাতক মাতি গ'ল গোপীচন কোঁৱৰে
কুঁৱৰীৰ চিৰি মুখ চাই,
সত্যে শপতে মিছা নেমানিবি
তিৰীৰ আশাত ওলোৱা নাই।

অৱশ্যে গোপীচন্দ্ৰৰ গীত হিন্দী আদি ভাষাতো পোৱা যায়। কিন্তু অসমীয়াৰ ভাষাত বিশেষ লক্ষ্য কৰিব লগীয়া, কাৰণ ই প্ৰাচীন কামৰূপৰ ধৰ্ম্মপাল ৰজাৰ বংশধৰ আৰু ভাই বোৱাৰী আৰু ভতিজাৰ কথা লৈ লিখা। গোপীচন্দ্ৰৰ কাহিনীয়ে উজনি আৰু নামনি অসমত যেনেকৈ মানুহৰ মনত আঘাত কৰিছিল, সেইদৰে ৰংপুৰৰ মানুহৰ মনতো দকৈ সি শিপাব পাৰিছিল। কোনো প্ৰত্নতত্ত্ববিদে ৰংপুৰ, কোচবিহাৰ, জলপাইগুৰি আৰু মৈমনসিংহৰ ভিতৰ অঞ্চলত পৰিভ্ৰমণ কৰি সেইবোৰ ঠাইত থকা প্ৰাচীন কামৰূপ ৰাজ্যৰ ভগ্নাৱশেষ পুথি স্মৃতিচিহ্ন, কিম্বদন্তী, প্ৰবাদ আদি উদ্ধাৰ কৰিব পাৰিলে দেশৰ বিশেষ মঙ্গল হয় আৰু তাৰ দ্বাৰা কৰতোয়া-শদিয়া-নিবাসী সদৌ কামৰূপী জাতিয়ে গৌৰৱ অনুভৱ কৰিব আৰু সকলোৱে যে অতীত কালত একে ৰজা আৰু শাসনৰ অন্তৰ্গত আছিল এই কথাষাৰৰ উপলব্ধিয়ে তেওঁলোকৰ অন্তৰত একতা আৰু মিত্ৰতাৰ সুবৰ্ণ মন্দিৰ প্ৰতিষ্ঠা কৰিব পাৰিব।

এইখিনিতে আপোনালোকৰ আগত এখন বহুমূলীয়া গ্ৰন্থৰ পৰিচয় দিব খোজোঁ। ই হৈছে হৰেন্দ্ৰনাৰায়ণ চৌধুৰী প্ৰণীত কোচবিহাৰ ৰাজ্যৰ বিবৰণ। কোচবিহাৰৰ স্বনামধন্য অধিপতি স্বৰ্গীয় মহাৰাজ চাৰ নৃপেন্দ্ৰনাৰায়ণ ভূপ বাহাদুৰৰ আদেশত সঙ্কলিত হৈ এই গ্ৰন্থ ১৯০৩ খ্ৰীষ্টাব্দত প্ৰকাশিত হয়। ই এখন ৭০০ পৃষ্ঠাৰ সুবৃহৎ গ্ৰন্থ আৰু ইয়াত কোচবিহাৰ ৰাজ্যৰ মেপ আৰু নানান ছবি আছে। এই গ্ৰন্থ সঙ্কলন কৰোঁতে লিখকৰ যে বহু বছৰ ব্যাপী উৎকট পৰিশ্ৰম হৈছিল তাক সকলোৱে স্বীকাৰ কৰিবলৈ বাধ্য হব। ইয়াত কোচবিহাৰ সংক্ৰান্ত সকলো জানিব লগীয়া কথা লিপিবদ্ধ আছে।

কোচবিহাৰৰ ভৌগোলিক বিবৰণ, মাটি, হাবা-পানী, হাট-বজাৰ, মহকুমা পৰগনা, যাতায়াতৰ সুবিধা উৎপন্ন বস্তু, প্ৰজাৰ অৱস্থা, প্ৰজা-বিভাগ, আচাৰ-ব্যৱহাৰ শিক্ষা ব্যৱসায়, খেতি-বাতি, ভাষা-বুৰঞ্জী, শাসন প্ৰথা, ভূস্বত্ব আদি সকলো ৰাজ্য সংক্ৰান্ত তথ্য সন্নিৱিষ্ট আছে। ভৱিষ্যত যুগত এই গ্ৰন্থ কিমান আদৰণীয় আৰু মূল্যবান হব তাক আপোনালোকে সহজে অনুমান কৰিব পাৰিব। আমাৰ দুখৰ বিষয় যে আহোম ৰাজ্যৰ বিষয়ে এনে এখনি পুথি নথকাত আমি সেই ৰাজ্যৰ শাসন প্ৰথাৰ তথ্যৰ কাৰণে হাবাথুৰি খাই ফুৰিব লগাত পৰিলোঁ। হৰেন্দ্ৰনাৰায়ণ চৌধুৰীৰ গ্ৰন্থত ২৪০ পৃষ্ঠা ব্যাপি কোচবিহাৰৰ বুৰঞ্জী দিয়া হৈছে, তাত প্ৰাচীন কামৰূপৰ ধাৰাবাহিক ইতিহাস, কমতাৰ বিবৰণ আৰু নৰনাৰায়ণ আদি ৰজাসকলৰ শাসন কাহিনী দিয়া হৈছে। এই গ্ৰন্থ সকলো অসমীয়াই পঢ়া উচিত। আমি দেখি বিশেষ আনন্দ পালোঁ যে বুৰঞ্জীকাৰ হৰেন্দ্ৰনাৰায়ণ চৌধুৰী সকলো কথাতে সত্য আৱিষ্কাৰ আৰু সত্য লিপিবদ্ধ কৰাৰ চেষ্টাৰ দ্বাৰা অনু-প্ৰাণিত হৈছে। কিছুমান বুৰঞ্জী লিখকে বুৰঞ্জী লিখিবলৈ আগবাঢ়ি উপন্যাস লিখিবলৈ আৰম্ভ কৰে আৰু কেইটামান উদ্দেশ্য প্ৰণোদিত যুক্তিৰ অৱতাৰণা কৰি সেই বুৰঞ্জীমূলক উপন্যাসখনকে বুৰঞ্জী বুলি জগতৰ আগত প্ৰচাৰ কৰে। এইসকল ঔপন্যাসিক বুৰঞ্জীকে হাঁহটোকে পাৰ কৰে, আৰু নেকুৰীটোক বাৰ কৰে, এওঁলোকে নিজ উদ্দেশ্য সিদ্ধি কৰি তৃপ্তি লাভ কৰে সঁচা; কিন্তু সত্যপ্ৰিয় পাঠকে বুৰঞ্জী লিখকৰ কল্পনাৰ অবাধিত লয়লাস নৃত্য গীত দেখি, আলেখেলে মিচিক মিচিককৈ হাঁহিবলৈ ধৰে আৰু সেই লিখকক কেপ্পুয়েষ্ট আদি সমানধৰ্ম্মা পুৰুষৰে সৈতে সাঙুৰি পো-নাতিৰ বিচাৰৰ কাৰণে এৰি দিয়া হয়, কিন্তু হৰেন্দ্ৰনাৰায়ণ চৌধুৰী ডাঙৰীয়া এই শ্ৰেণীৰ বুৰঞ্জী লিখক নহয়। তেওঁ এজন বুৰঞ্জীবিদ পণ্ডিত আৰু এই গ্ৰন্থ সঙ্কলনৰ কাৰণ, পুৰাণ, ইতিহাস, দপ্তৰ-খানাৰ কাগজ-পত্ৰ বিশেষকৈ মথিব লগাত পৰিছিল।

গোৱালপাৰা জিলাত যিসকল জমিদাৰী আৰু সৰু ৰাজ্য আছে সেইবোৰৰো এখনি এখনি বুৰঞ্জী বিৱৰণী উলিয়াব পাৰিলে প্ৰাচীন কামৰূপ আৰু অসমৰ বহুত অতীত তথ্য পোহৰলৈ আহিব। গোৱালপাৰাৰ বিজনী, গৌৰীপুৰ, মেচপাৰা, চাপৰ, পৰ্ব্বত জোৱাৰ, কৰৈবৰী, চিদলী, কপচী, বগৰীবাৰী, ইত্যাদি ৰাজ্যৰ বিৱৰণী পঢ়িবলৈ পালে আমি কিমান ৰং পাম আপোনালোকে জানে। অলপতে কলিকতা বিশ্ববিদ্যালয়ৰ এজন কৃতী ছাত্ৰ শ্ৰীমান হৰেন্দ্ৰনাথ শৰ্ম্মাই নানান কাগজ পত্ৰ চাই গৌৰীপুৰ ৰাজ্যৰ

বিৱৰণ সংগ্ৰহ কৰি "চেতনা"ত প্ৰকাশ কৰাৰ বাবে আমাৰ পৰম শলাগৰ পাত্ৰ হৈছে। "দৰং ৰাজবংশাৱলী" প্ৰণীত সূৰ্য্যখৰি দৈৱজ্ঞৰ পৃষ্ঠপোষক দৰঙৰ অধিপতি সমুদ্ৰনাৰায়ণৰ বংশধৰ কুমাৰ ভূপেন্দ্ৰনাৰায়ণ দেৱ ডাঙৰীয়াই পণ্ডিত জগন্নাথ ভট্টাচাৰ্য্যৰদ্বাৰা দৰং ৰাজ্যৰ সুবৃহৎ বুৰঞ্জী সঙ্কলন কৰাই প্ৰকাশ কৰিবলৈ উদ্যত হোৱাৰ কাৰণে আমাৰ অসমীয়াৰ তেওঁ পৰম কৃতজ্ঞতা ভাজন হৈছে। শ্ৰদ্ধেয় সমজুৱাসকল, ক্ৰমতোয়া মানাহৰ অন্তৰ্গত ৰাজ্যসমূহৰ বিক্ষিপ্ত আভাষ দি, আপোনালোকৰ ধৈৰ্য্য হেৰুৱাব লগাত পৰিছো। ইয়াৰ কাৰণ এই অঞ্চলৰ বিষয়ে আমি অসমীয়াই আজি ভালকৈ নাজানো ; এই অঞ্চলৰ ভাষাৰ বুৰঞ্জী বিষয়ক সকলো তথ্য উলিয়াবৰ সময় হৈছে। কাৰণ আমি অসমীয়া আগেয়ে সুমহৎ সুবিখ্যাত জাতি আছিলো। আমাৰ সংখ্যা আছিল অগণন, আমাৰ শক্তি আছিল অপৰাজেয়। কিন্তু আমাৰ হীন অৱস্থা দেখি বুকুৰ বাঙ্কে সাৰ নোম সদৃশ একে পিতৃ-মাতৃৰপৰা জন্ম পোৱা অতীজ কালৰপৰা এই অসমৰ হাৱা-বতাহ খাই বৰ্দ্ধিত হোৱা আমাৰ ভাই-ককাইসকলে আমাৰ লগ এৰি বৰ্ত্তমান জগতত জাকত জিলিকা ওচৰচুবুৰীয়াৰ লগলৈ যাবলৈ ধাউতি কৰিছে। কিন্তু ভাৰতীয় সভ্যতাৰ আদৰ্শ কি ? নিজৰ জাতি-ভাই বাটৰ ভিক্ষাৰী হওক, তেওঁলোকৰ লগত মৰণে জীৱনে জাহ যোৱাই ভাল। তথাপি অন্য সমৃদ্ধিশালী লোকৰ আড়ম্বৰ জাকজমকত ভোল গৈ নিজৰ জাতি ভাইক পৰ কৰাটো কেতিয়াও উচিত নহয়। আমি অসমীয়া আজি মুষ্টিমেয়, ইয়াৰ ভিতৰত আমাৰ জ্ঞাতি-ভাই ইষ্ট-কুটুম্বসকলে দলনিত পোনা মেলি আমাক পানীত হাঁহ নচৰাকৈ এৰি থৈ গ'ল আমি তিষ্ঠিম কি প্ৰকাৰে ? মাতৃৰ বুকুৰপৰা সন্তানক আঁহ ফালি নি পৰ কৰাৰ অভিসন্ধি কিছুমান ওচৰচুবুৰীয়াই কৰিব পাৰে, কিন্তু মাতৃভক্ত সন্তানে অপৰৰ ফুচুলনিত কেতিয়াও ভোল নাযায় ; কাৰণ হাজাৰ দৰিদ্ৰা নিছলা হওক, হাজাৰ কলুষিত কলঙ্কিতা হওক, মাতৃ সদায় মাতৃ,—"জননী জন্মভূমিশ্চ স্বৰ্গাদপি গৰীয়সী।" বৰ্ত্তমান সময়ত দুজন অসমীয়া খ্যাতনামা সাহিত্যিকে অসমৰ প্ৰাচীন যুগৰ বিষয়ে দুটি নতুন তথ্য উলিয়াই ৰাইজৰ আগত দাঙি ধৰিছে। তাৰ বিষয়ে বুৰঞ্জী বিভাগৰ অভিভাষণত উল্লেখ নকৰিলে সমীচীন নহব। এই দুই তথ্য গৃহীত হলে ভাৰতৰ বুৰঞ্জীৰ ধাৰাও আনফালে প্ৰৱাহিত হব। প্ৰথম শ্ৰীযুত আনন্দচন্দ্ৰ আগৰৱালা ডাঙৰীয়াই বহুত যুক্তিৰে প্ৰমাণ কৰিবলৈ বিচাৰিছে যে বৈদিক সভ্যতাৰ কেন্দ্ৰভূমি এই ব্ৰহ্মপুত্ৰ উপত্যকাই, আৰু আৰ্য্য-সকল। এটা সুঁতি উত্তৰ-পূবেদি ভাৰতবৰ্ষ প্ৰবেশ কৰিছিল। দ্বিতীয় শ্ৰীযুত ৰজনীকুমাৰ পদ্মাপতি ডাঙৰীয়াই কৰ খোজে যে ভাৰতৰ হিন্দু যুগৰ গ্ৰন্থাদিত উল্লেখ কৰা প্ৰায়বোৰ ঠায়েই অসমতে। তেখেতে কৰ খোজে যে ৰামায়ণৰ সৰযূ আৰু অযোধ্যা আদি ঠাই অসম উপত্যকা আৰু তাৰ ওচৰৰ পৰ্ব্বতবোৰতে পোৱা যায়। এই দুই তথ্যৰ ঐতিহাসিক সত্যতা আছে নে নাই, সেই বিষয়ে আজিলৈকে কোনেও গভীৰকৈ পৰীক্ষা কৰি চোৱা নাই। বহুতে তেওঁলোকৰ চিৰন্তনীয় বিশ্বাস বা জ্ঞানৰ ওপৰত আঘাত পৰাত এই দুই তথ্যক উপলুঙা কৰি উৰাই দিছে, আৰু সেইদৰে যে উৰাই দিব সিও স্বাভাৱিক, কাৰণ মানুহে প্ৰাচীন মতৰ ব্যতিক্ৰম সহজে গ্ৰহণ কৰিব নোখোজে। কিন্তু এইখিনিতে কব পাৰি যে ঐতিহাসিক সত্য বুলি কোনো এটা খাতাং কথা নাই। আমি আজি যাক

সৰ্ব্ববাদী সন্মত সত্য বুলি গ্ৰহণ কৰিছো, কাইলৈ সেই সত্যৰ ঠাই নতুন এটা সত্যই গ্ৰহণ কৰিব পাৰে। সত্যৰ ৰাজ্যত সদায় তোলপাৰ, সদায় অৰাজকতা, সদায় সিংহাসন-চ্যুতি, সদায় উত্থান-পতন। আজি সকলোৱে কৈছে আৰ্য্যসকলে উত্তৰ-পশ্চিম কোনেদি ভাৰতবৰ্ষ প্ৰবেশ কৰে। এই সত্য প্ৰত্যক্ষ নহয়, কাৰণ সেইদৰে কওঁতাসকলে আৰ্য্য-সকলক উত্তৰ-পশ্চিম কোনেদি ভাৰতবৰ্ষ প্ৰবেশ কৰা নিজ চকুৰে দেখা পোৱা নাই আৰু আৰ্য্যসকলেও "Report on Aryan Migration into India" বুলি কোনো সমসাময়িক গ্ৰন্থ আমাৰ কাৰণে লিখি থৈ যোৱা নাছিল। সেইদেখি আৰ্য্যসকলৰ ভাৰত প্ৰবেশ আৰু আদিম উপনিবেশৰ বিষয়ে আমাৰ যি অভিমত সি হাকুটি যোৰা দিয়া অনুমান আৰু প্ৰমাণৰ সাপেক্ষ। সেইদৰে নতুন প্ৰমাণাৱলী উপস্থিত হলে পুৰণা অভিমতৰো ব্যতিক্ৰম ঘটিব। বহুত দিনলৈকে এইটো বিশ্বাস আছিল যে আৰ্য্যসকলৰ আদিম বসতি ঠাই মধ্য এছিয়া; কিন্তু পণ্ডিতপ্ৰবৰ বাল গঙ্গাধৰ তিলক ডাঙৰীয়াই সেই মত সমৰ্থন কৰা নাই। বৰ্ত্তমান কালত আৰু এটি মত ওলাবলৈ উন্মুখ হৈ আছে যে আৰ্য্যসকলৰ আদিম বসতি হয়তো এই ভাৰতবৰ্ষই।

গতিকে ঐতিহাসিক সত্যৰ অনিশ্চয়তা আৰু সঘনে ব্যতিক্ৰম হোৱাৰ কথা জানি শুনি আমি কেনেকৈ কওঁ যে শ্ৰীযুত আগৰৱালা আৰু শ্ৰীযুত পদ্মপতিৰ মত অগ্ৰাহ্য? তেওঁলোকৰ মত যে সম্পূৰ্ণ গ্ৰাহ্য আৰু তেওঁলোকৰ যুক্তি যে সম্পূৰ্ণ অব্যৰ্থ আমি তাকো ডাঠি কব নোৱাৰোঁ, কাৰণ তেখেত দুজনে নিজ নিজ যুক্তিৰ অৱতাৰণা কৰোঁতে যিমান অধ্যয়ন গৱেষণা আৰু পৰিশ্ৰম কৰিছে, সেই যুক্তি খণ্ডন বা গ্ৰহণ কৰিবলৈ হলে আমিও সিমান পৰিশ্ৰম কৰিব লাগিব আৰু তাৰ লগে লগে আমি পূৰ্ব্ব মতৰ ওপৰত আৰ পৰ্ব্বত নিৰ্ম্মাণ কৰিব লাগিব তেহে, আমি নিৰপেক্ষ বিচাৰকৰ শাৰীত বহিব পাৰিম। "আগৰ-ৱালা আৰু পদ্মপতি ডাঙৰীয়াৰ মত শুদ্ধ হবই নোৱাৰে" এনেকৈ কবলৈ আমাৰ দাম্ভিকতা নাই। মুঠতে কওঁ তেখেতসকলৰ মতত সত্যৰ শুং-সূত্ৰ আৰু বীজ থাকিব পাৰে, ভৱি-ষ্যতে তেখেতসকলে বা আন কোনো সমান ধৰ্ম্মা পুৰুষে প্ৰচণ্ড যুক্তিৰ সহায়েৰে জগতৰ দৃষ্টি এই দুজন অসমীয়া ঐতিহাসিকৰ মতৰ ফালে আকৃষ্ট কৰিব পাৰিব।

কিন্তু এইটো সত্য যে এই ব্ৰহ্মপুত্ৰ উপত্যকাত অতি আদিম কালত এটি প্ৰবল সভ্যতাৰ সোঁত বৈছিল। যি যি কাৰণত সভ্যতাৰ প্ৰতিষ্ঠান হয়, সেইবোৰ অনুকূল কাৰণ ব্ৰহ্মপুত্ৰৰ দাঁতি কাষৰীয়া গিৰি-ভৈয়ামত আছে নে নাই চাব লগীয়া। ব্ৰহ্মপুত্ৰ উপত্যকাৰ মাটি পলসুৱা বা alluvial, ইয়াত অতি কম পৰিশ্ৰমতে খেতি-বাতি হয়। ইয়াৰ নৈবোৰে সমীপবৰ্ত্তী খনিজ ধাতুপূৰ্ণ পৰ্ব্বতৰ গাই দি বাগৰি আহি খনিজ ঐশ্বৰ্য্য অসমৰ ভৈয়ামত বিলাই দিছেহি। এই ৰত্নগৰ্ভা ব্ৰহ্মপুত্ৰ উপত্যকা মহামানৱৰ সঙ্গমস্থান নহৈ, অনুৰ্ব্বৰ মৰুভূমি প্ৰায় কটুৰ সিন্ধু প্ৰদেশৰ ৰাজ্যখণ্ড হবনে? আমি নিজ চকুৰে ভাৰতৰ উত্তৰ-পশ্চিম আৰু উত্তৰ-পূব অঞ্চল দেখিছোঁ। উত্তৰ-পশ্চিম অঞ্চলত মানুহে যি উৎকট পৰিশ্ৰমেৰে খেতিবাতি কৰে তাক দেখিলে অসমীয়াই দুবৈৰ-পৰা হুমুনিয়াহ নেকাঢ়ি নোৱাৰে।

অতীত কালৰ সুপ্ৰসিদ্ধ টাইগ্ৰিচ আৰু ইউফ্ৰেটিচ নদী পাৰশ্য উপসাগৰত পৰিছেহি। এই দুই নদীয়ে যি খণ্ড ৰাজ্য ধুই পখালি আনিছে তাৰ মাটিৰ উৰ্ব্বৰতা

হেতু সি আদিম সভ্যতাৰ কেন্দ্ৰভূমি হৈছিল। সেইদেখি এই দুখন নৈৰ দুয়োপাৰে অৱস্থিত বেবিলন আৰু এছিৰিয়া ৰাজ্য অতীজ কালত সভ্যতাৰ ওখ টিঙত থিয় হৈছিল। এই বিষয়ে "Extinct Civilisation of the East" নামে গ্ৰন্থত আছে,—

The great country, the "Land of the Chaldees" in the Old Testament, had been named Babilu. "The Gate of God," by the Assyrians Babilu, or "Babel," meaning the same as Kadi-mirra, which was the name given to the capital of the monarchy in the original language. The obvious cause of the early population here was the alluvial soil spread over a wide, flat plain by the Euphrates and Tigris. The fertility and ease tillage attracted generations of squatter settlers, and cultivators from the first beginning of human life on our planet. The southern part of this region according to geologists, has been won from the sea ; the twin rivers having brought down from the Armenian mountains abundant and constant supply of deposit, as not only fertilize the whole valley, but gradually convert the head of the Persian Gulf into splendid farms and gardens ( Extinct Civilisations of the East, by R. E. Anders, Chapter 2, Chaldea and Babylonia, pp. 24-25 ).

ওপৰত টোকাত কোৱা alluvial soil fertility and ease of tillage, abundant and constant supply of deposit from neighbouring mountains,— এইবোৰ স্থবিধা আৰু বিশেষত্ব অসম উপত্যকাত নাছিল নে ? যাতে মানুহে অপ্ৰয়াসে জীৱিকাৰ বাট নোকোলাব পাৰে, তাতে সভ্যতাৰ বেদি হোৱা অস্বাভাৱিক নহয়, কাৰণ তাত অন্নৰ নিমিত্তে খোৱা কামোৰা নাই, আৰু এই খোৱা কামোৰাৰপৰা বি বিষময় পৰিণাম হয়, সেইবোৰো তাত নাই। গতিকে তেনে অঞ্চলৰ মানুহে নিৰ্ব্বিবাদে মানসিক আৰু আধ্যাত্মিক উন্নতিৰ অৰ্থে পুৰুষাৰ্থ কৰিব পাৰে। স্বদেশ প্ৰেমৰ দ্বাৰা অনুপ্ৰাণিত হৈ আমি অসমৰ আদি যুগৰ মনোমোহা চিত্ৰ অঙ্কন কৰা নাই। অসমৰ স্বাভাৱিক অৱস্থা হাৱা-পানী আগৰ কালত সভ্যতাৰ লীলাভূমি হোৱাৰ উপযোগী আছিল নে নাই আমি তাকেহে মাথোন চিন্তনীয় বিষয় বুলি আগত দাঙি ধৰিছোঁ। বুৰঞ্জীয়ে চুকি পোৱা যুগৰ আগতো অসমত এটি সভ্যতাৰ সোঁত বৈছিল, তাৰ বিষয়ে এজন ইংৰাজ লিখকে কৈছে,—We must go back to a period beyond the boundary line of legitimate history for the earliest mention of Assam ; for there can be no doubt that properly organised state existed in this region long before the struggle between Brahminist and Buddhist illustrated in the Mahabharata. and that in those remote times, Assam had a powerful voice in the affairs of the Indian continent ( Calcutta Review, Vol. XIV, May. 1867, p. 510 ).

সমজুৱাসকল, অসমীয়া সাহিত্যৰ এটি প্ৰধান অঙ্গ হৈছে বুৰঞ্জী আৰু এই সাহিত্য সন্মিলনে বুৰঞ্জী বিভাগ সৃষ্টি কৰি অসমৰ বুৰঞ্জী আলোচনাক প্ৰাধান্য দান কৰিছে। অসমৰ বুৰঞ্জী বিভাগত এতিয়ালৈকে কি কি কাম কৰা হৈছে, আৰু কি কি কৰিবলৈ বাকী আছে সেই বিষয়ে বহলকৈ আলোচনা কৰি এখনি গ্ৰন্থ বৰ্ত্তমান বক্তাৰ

দ্বাৰা সংকলিত হৈছে ; বৰ্ত্তমান অভিভাষণত সেই বিষয়ে বিশেষ ৰূপে নকলেও হব। সম্প্ৰতিকলৈ অতি সংক্ষিপ্তভাৱে বুৰঞ্জী বিভাগত আমাৰ কৰিব লগীয়া কামবোৰৰ এটি আভাস দিবলৈ চেষ্টা কৰিম।

(১)· A Biolíography of Assamese History অৰ্থাৎ অসম বুৰঞ্জী সংক্ৰান্ত সকলো গ্ৰন্থ আৰু প্ৰবন্ধৰ নাম সংগ্ৰহ। এনে গ্ৰন্থ আজিকালি সকলো দেশতে বুৰঞ্জী চৰ্চাত বিশেষকৈ ব্যৱহাৰ হৈছে। ইয়াৰ অভাৱত অসম বুৰঞ্জী চৰ্চা কৰোঁতা-সকলে ওৱা বন দোৱা কৰিব লগাত পৰিছে। বাৰু ধৰক, মই মহাপুৰুষ শঙ্কৰদেৱৰ বিষয়ে এখন গ্ৰন্থ লিখিব খুজিছোঁ। তাৰ আগেয়ে শঙ্কৰদেৱৰ সম্পৰ্কে প্ৰকাশিত বা হাতে লিখা চৰিত্ৰ-পুথি আৰু আলোচনাৰ নাম জানি লব পাৰিলে সেইবোৰ পঢ়ি লৈ মহাপুৰুষৰ বিষয়ে এটি সম্যক ধাৰণা কৰিব পাৰিম। আৰু যি প্ৰণালীত মহাপুৰুষৰ ধৰ্মপ্ৰাণতা, সমাজ গঠন শক্তি আৰু সাহিত্য প্ৰতিভাৰ আলোচনা হোৱা নাই, তাৰ বিষয়ে মোৰ গ্ৰন্থত আলোচনা কৰিব পৰা যাব। অৱশ্যে পূৰ্ব্ববৰ্ত্তী লিখকসকলৰ মতকে মোৰ গ্ৰন্থত সমৰ্থন বা দোহাৰি কৰিবলৈ মই বাধ্য নহওঁ। তথাচ পূৰ্ব্ববৰ্ত্তী লিখকসকলৰ অভিমত আৰু বক্তব্যৰ সম্পূৰ্ণ উপলব্ধি কৰি নিজৰ মত গঠন কৰা আধুনিক যুগৰ পণ্ডিতৰ আদৰ্শ। স্কটলেণ্ডৰ এবাৰ্দ্দিন বিশ্ববিদ্যালয়ৰ দুৱাৰত এই কথা কেইষাৰ অঙ্কিত আছে— They have said. What say they ? Let them say.

সম্প্ৰতি এনে এখন প্ৰমাণপঞ্জী বা bibliography সংকলিত কৰা হৈছে। তাত অসমৰ বুৰঞ্জী সম্পৰ্কে প্ৰায় দুহেজাৰ গ্ৰন্থ আৰু প্ৰবন্ধৰ নাম লিপিবদ্ধ কৰা হৈছে। কিন্তু তেনে গ্ৰন্থ সম্পূৰ্ণ কৰিবৰ হলে বহুদিনৰ পৰিশ্ৰম আৰু বহুজনৰ সাহায্য বাঞ্ছনীয়।

(২) অসমৰ কেয়োফালে সিঁচৰতি হৈ পৰি থকা পুথি সংগ্ৰহ।

(৩) অসমীয়া সাধুকথা, গীত, ফকৰা আদি সংগ্ৰহ।

(৪) অসমৰ ঠায়ে ঠায়ে থকা মঠ, মন্দিৰ, পুখুৰী, কাৰেং, গড় বা আন কোনো কীৰ্ত্তিৰ ভগ্নাৱশেষৰ বিৱৰণ সংগ্ৰহ।

(৫) বুৰঞ্জীৰ লগত সম্পৰ্ক থকা বা প্ৰাচীন কালৰ আচাৰ ব্যৱহাৰৰ পৰিচায়ক আৰু কোনো প্ৰসিদ্ধ লোকৰ লগত সংশ্লিষ্ট থকা কোনো বাহানি যদি পোৱা যায় তাত নাম দিয়া বস্তুবোৰ গোটাব পাৰিলে সেইবোৰ অসমীয়া মানুহৰ আদৰণীয় হ'ব।

(ক) পিজো গাভৰুৱে দেউতাক বদনচন্দ্ৰলৈ সাৱধান কৰি দিয়া চিঠিখন।

(খ) বদনচন্দ্ৰৰ গাত থকা অলৌকিক শক্তি সম্পন্ন বিৰিধাৰ।

(গ) ৰূপসিং বঙালে বদনচন্দ্ৰক কটা তৰোৱালখন।

(ঘ) পূৰ্ণানন্দ বুঢ়াগোহাঁই ডাঙৰীয়াই চেলেকা হীৰাপতা আঙঠিটো।

(ঙ) দুৰ্গাপূজাৰ উপলক্ষে পূৰ্ণানন্দ বুঢ়াগোহাঁয়ে চন্দ্ৰকান্ত স্বৰ্গদেৱক উপহাৰ দিয়া আৰু নজাই পিছলৈ সতৰাম ভূতৰ পুতেকক উপহাৰ দিয়া বহুমূলীয়া চোলাটো।

(চ) হৰিৰাম ঢেকিয়াল ফুকনে ব্যৱহাৰ কৰা লাখুটি, খৰম আৰু হুঁকা।

(ছ) গুণাভিৰাম বৰুৱাৰ নিজ হাতৰ আখৰৰ ৰাম-নৱমী নাটকৰ পাণ্ডুলিপি।

(জ) হেমচন্দ্ৰ বৰুৱা আৰু আনন্দৰাম ঢেকিয়াল ফুকনৰ মাজত চলাচল হোৱা চিঠিবোৰ।

(ঝ) কামৰূপৰ হৰদত্ত চৌধাৰীয়ে ব্যৱহাৰ কৰা তৰোৱালখন্।

(ঞ) তাহানি গোৱালপাৰাত বাস কৰোঁতা বণিক প্ৰৱৰ Rausch চাহাবৰ ফট' বা হাতৰ আখৰ।

(ট) ডাক্তৰ আৱঙ্গছাৰ নিজ হাতে লিখা চিঠি।

আমি ওপৰত ঐতিহাসিক মূল্য থকা কিছুমান বস্তুৰ নাম মাত্ৰহে দিলো। এই ধৰণৰ বস্তুৰ কাৰণে ইংলণ্ড আৰু আমেৰিকাৰ সমজ্দাৰ বা connoisseur সকলে শত সহস্ৰ ৰূপ ভগন কৰে। আমাৰ অসমতো এই ধৰণৰ বস্তুলৈ আগ্ৰহ সৃষ্টি কৰিব পাৰিলে এটা নতুন ব্যৱসায়ৰ উদ্ভাৱন হয়।

(৬) অসমীয়া ৰজাৰ মোহৰ সংগ্ৰহ। অসমীয়া ৰজাসকলৰ মোহৰ বৃটিছ মিউজিয়াম, ছিলং চেক্ৰেটাৰীয়েট লাইব্ৰেৰী, এছিয়াটিক্ ছছাইটি অব্ বেঙ্গলৰ মিউজিয়াম্ আৰু কামৰূপ অনুসন্ধান সমিতিৰ মন্দিৰত ৰক্ষিত আছে। কিন্তু কিমান মোহৰ মাজে মাজে মানুহে হাল বাওঁতে কোৰ মাৰোঁতে, গাঁত খান্দোতে পায়, আৰু পাচলৈ সেইবোৰৰ অৱস্থা কি হয় তাক ভাবিলে শোক কৰিব লাগে। এইবোৰ মোহৰ ধ্বংসৰপৰা উদ্ধাৰ কৰি ভালকৈ ৰক্ষা কৰা অসমীয়া মাত্ৰৰে কৰ্ত্তব্য।

(৭) অসমত প্ৰচলিত, অৱশ্যে এতিয়া নহয়, যুদ্ধ সামগ্ৰী সংগ্ৰহ কৰাও বাঞ্ছনীয়। সেইবোৰ সংগ্ৰহ কৰিলে আমিও যে আগেয়ে দুই দণ্ড বেলি যুঁজি চাব পৰা জাতি আছিলো তাক সকলোৱে পতিয়াব। আগৰ দিনৰ হিলৈ, দা, তৰোৱাল, ঢাল, বাৰুদ, ধেনু, কাঁড়, খাৰ-বাখৰ, যাঠি-জোং ইত্যাদি যতে পোৱা যায় তাৰেপৰা উদ্ধাৰ কৰি ভাল ঠাইত ৰক্ষা কৰাটো বাঞ্ছনীয়।

(৮) অসমৰ আদিম যুগৰ প্ৰস্তৰ নিৰ্ম্মিত দা, কুঠাৰ ইত্যাদি।

(৯) অসমৰ বুৰঞ্জী প্ৰসিদ্ধ ঠাইবোৰৰ বিৱৰণ, যথা, হাদিৰাচকী, যোগী-ঘোপা, হাজো, বিশ্বনাথ, গুৱাহাটী, ৰংপুৰ, গড়গাঁও।

(১০) অসমৰ আৰু অসমীয়াৰ বিষয়ে পাৰস্য, উৰ্দ্দু আৰু আৰবী ভাষাত লিখা বিৱৰণৰ সংগ্ৰহ।

(১১) Hieun-tsang, Tavernier, Bernier, Manucci, Ralph Fitch, আদি বিদেশী ভ্ৰমণকাৰীসকলে অসমৰ বিষয়ে লিখি যোৱা বিৱৰণৰ সংগ্ৰহ।

(১২) অসম কামৰূপ বা প্ৰাগজ্যোতিষৰ সম্পৰ্কে সংস্কৃত গ্ৰন্থাৱলীত থকা বিৱৰণ বা উল্লেখ কৰা কথা সংগ্ৰহ।

(১৩) অসমৰ জিলা, বিভাগ আৰু প্ৰাদেশিক ৰাজধানীৰ মহাফেজ্খানাৰ দপ্তৰত থকা ঐতিহাসিক মূল্যৰ কাকত-পত্ৰৰ সাৰাংশ আৰু তাৰ প্ৰকাশৰ ব্যৱস্থা।

(১৪) ইষ্ট ইণ্ডিয়া কোম্পানীৰ আমোলৰ কাগজ-পত্ৰ আৰু পুথি-পাঁজিত অসমৰ সম্পৰ্কে থকা বিৱৰণী সংগ্ৰহ।

(১৫) অসমৰ হিন্দু আৰু আহোম যুগৰ শিলালিপি আৰু তাম্রলিপি বা তাৰ পাঠৰ সংগ্ৰহ।

(১৬) অসমৰ দাঁতিকাষৰীয়া জাতিবোৰৰ ব্যৱহাৰ কৰা সাজ-বাচন, যুদ্ধৰ সামগ্ৰী ইত্যাদি সংগ্ৰহ।

(১৭) অসমৰ লুপ্ত হোৱা শিল্প, কাৰুকাৰ্য্য বা স্থপতি বিদ্যাৰ নমুনা।

(১৮) অসমৰ প্ৰাচীন সঙ্গীতৰ উপাদানসমূহৰ নমুনা, যথা, বীণা, টোকাৰি, ডম্বৰু, পাখোৱাজ, মৃদঙ্গ, খোল, তাল, পেঁপা, টকা, গগনা, তাল-ঢোল, কালি, ডবা-কাঁহ, ঢাক।

অসম বুৰঞ্জীৰ অন্তৰ্গত আলোচনা আৰু সংগ্ৰহ কৰিব লগীয়া সকলো বিষয় লিপিবদ্ধ কৰা অসম্ভৱ; কাৰণ বুৰঞ্জীৰ শাখা-প্ৰশাখা কোনেও গণতি কৰি অন্ত কৰিব নোৱাৰে। এটা সাধাৰণ অসমীয়া মানুহে আজি ১৯২৬ চনৰ ২০ অক্টোবৰ তাৰিখে আন এটা মানুহলৈ এখন চিঠি লিখিছে। আজিৰপৰা এশ বছৰৰ পিছতে এইখন চিঠিৰ গাত বুৰঞ্জী হিচাপে মহা মূল্য লম্ভিব। কাৰণ এইটো নিশ্চয়, এশ বছৰৰ মূৰত মানুহে আজিৰ দৰে চিঠি লিখিবলৈ আৰু আজিৰ ভাষা ব্যৱহাৰ কৰিবলৈ এৰিব।

উপস্থিত ভদ্ৰমহিলা আৰু ভদ্ৰমহোদয়সকল, আৰু এটি কথা কৈ মই আপোনালোকৰ ওচৰৰপৰা বিদায় মাগিম; দেশৰ বুৰঞ্জী চৰ্চ্চা বাঢ়ক, অতীতৰ বিবিধ সত্যৰ উদঘাটন হক। এই কথা সকলোৱে স্বীকাৰ কৰিব; কিন্তু একাণপতীয়া বুৰঞ্জী চৰ্চ্চা কৰিবলৈ হ'লে কেনে ধৰণৰ একনিষ্ঠতা লাগে, আৰু সেই একনিষ্ঠতা অসমীয়াৰ ভাগ্যত আছে নে নাই, তাকো এবাৰ ভাবি চাব লগীয়া। প্ৰত্যেক অসমীয়াই সংসাৰ সংগ্ৰামত পেপুৱা লাগি জলাকলা হোৱাৰ নিচিনা। তাৰ ভিতৰত যি কন্তেকীয়া আজৰি পোৱা যায় তাকেহে আজিৰ অসমীয়াই বুৰঞ্জী আৰু সাহিত্যৰ চৰ্চ্চাত লগাব পাৰিছে। গতিকে সংসাৰ নিৰ্ব্বাহৰ ফালে একেবাৰে নিশ্চিন্ত হৈ বুৰঞ্জী চৰ্চ্চাত কোনো অসমীয়াৰে একাণপতীয়াকৈ লাগিবৰ শক্তি নাই। এই বুৰঞ্জী চৰ্চ্চাৰ উদ্‌গতি কৰিবৰ হলে অৰ্থৰ প্ৰয়োজন। সেই অৰ্থৰে সত্য পিপাসু অনুসন্ধানকাৰীক জীৱন সংগ্ৰামৰপৰা অব্যাহতি দিব লাগিব। তেওঁৰ গ্ৰন্থাদি ৰচনাৰ সুবিধাৰ কাৰণে প্ৰাচীন পুথি-পাঁজি আৰু পুৰাতত্ত্ব বিষয়ক গ্ৰন্থ ভঁৰালৰ সাহায্য দিব লাগিব; তেওঁৰ ৰচিত, সঙ্কলিত, সম্পাদিত গ্ৰন্থাৱলী প্ৰকাশ কৰিবৰো ব্যৱস্থা থাকিব লাগিব। তেহে ঐতিহাসিকে নিৰ্ব্বিবাদে কাম কৰি যাব পাৰে। কিন্তু এইবোৰ সুবিধাৰ সৃষ্টি কৰিবলৈ হ'লে বিপুল অৰ্থৰ প্ৰয়োজন। এই কথাষাৰ উপলব্ধি কৰি কলিকতা বিশ্ববিদ্যালয়ত ঐতিহাসিক আলোচনাৰ সুচল কৰাৰ অৰ্থে জীৱন আহুতি দিয়াৰ কাৰণে স্বৰ্গীয় আশুতোষ মুখোপাধ্যায়ৰ নাম দেশপূজ্য আৰু চিৰস্মৰণীয় হৈ থাকিব। আৰু সেই কাৰণেই "অস্ত্ৰত শস্ত্ৰত শাস্ত্ৰত পাৰ্গত" অসমীয়া নৃপতি মহাৰাজ নৰনাৰায়ণৰ স্মৃতি আমি আজিও সদৌ অসমীয়াই পূজা কৰিছো। এইজনা মহাৰাজে কবিবৰ ৰাম সৰস্বতীক অকল মহাভাৰত অনুবাদ কৰিবলৈ দিয়েই ক্ষান্ত নহৈছিল। কবিয়ে যাতে সংসাৰ চিন্তাৰপৰা মুক্তি লাভ কৰি শাস্ত্ৰ আলোচনাত একনিষ্ঠ-

ভাৱে মনোনিবেশ কৰিব পাৰে তাৰ কাৰণে গুণগ্ৰাহী ৰজাই কবিক পুথি-পাঁজি, ভাষ্য-টীকা, বস্ত্ৰ-অলঙ্কাৰ, দাস-দাসী দান কৰিছিল,—

জয় নৰনাৰায়ণ ৰাজ-শিৰোমণি।
সন্তৰ পৰম মিত্ৰ দুষ্টৰ অগনি॥
আমাক কৰিলা আজ্ঞা সাদৰ বচনে।
ভাৰত পয়াৰ তুমি কৰিয়ো যতনে॥
আমাৰ ঘৰত আছে ভাষ্য-টীকা যত।
নিওক আপোন গৃহে দিলোহো সমস্ত॥
এহি বুলি ৰাজা পাছে বলধি যোৰাই।
পঠাইলা পুস্তক সব আমাসাৰ ঠাই।।
ধন বস্ত্ৰ অলঙ্কাৰ দিলা বহুতৰ।
দাস-দাসী দিয়া মান কৰিলা বিস্তৰ॥

এইদৰে ৰাজন্য আৰু আঢ্যৱন্তসকলৰ সহায় নেপালে শাস্ত্ৰ বুৰঞ্জী আলোচনা যে অসম্ভৱ তাক সকলো অসমীয়াই উপলব্ধি কৰিছে। লক্ষ্মীসিংহ স্বৰ্গদেৱৰ দিনৰ এখন বুৰঞ্জীত এটা বৰ ভাল কথা পোৱা গৈছে। বিষয়ত লিপ্ত থকা এজন আহোম কোঁৱৰক বিদেশী গোসাঁইৰপৰা মন্ত্ৰ লবলৈ কিছু মানুহে অনুৰোধ কৰিছিল। তাৰ উত্তৰত কোঁৱৰজনে যি উত্তৰ দিলে সেই কথা বৰ্ত্তমান যুগৰ সাহিত্য, বুৰঞ্জী বা পৰোপকাৰ ব্ৰতৰ মন্ত্ৰত দীক্ষিত হোৱা প্ৰতিজন অসমীয়াৰ গাতে ফলিয়াব।

"মই আহোমৰ ল'ৰা। আমাৰ কি মন্ত্ৰ? আমি বিষয় বৰশীত পৰি আছোঁ। মন্ত্ৰ ললে, মন্ত্ৰ জপিবলৈ ধৰিম, তেনেতে ল'ৰাই মাতিব, তিৰোতাই মাতিব, বিলতীয়াইও কোনো আৰাও কৰিব, স্বৰ্গদেৱৰ ঠাইৰপৰাও শীঘ্ৰে যাব দিব, এতেকে আমি আহোমৰ ল'ৰা, আমাৰ বাসনা সকলো ভাগৱত ধৰ্ম্মতে প্ৰৱৰ্ত্তিছো, আমি ইয়াতে ৰাজি হৈছোঁ। আমাক আহোমৰ ল'ৰাক কেলৈ মন্ত্ৰ যাচে?"

সেইদৰে সংসাৰ-লিপ্ত আৰু সংসাৰ-চিন্তাত বিবুধি হোৱা কোনো অসমীয়াই বুৰঞ্জী চৰ্চ্চাৰ মন্ত্ৰত দীক্ষিত হৈ বুৰঞ্জী আলোচনাত বহিলে, ল'ৰাই মাতিব, তিৰোতাই মাতিব, বজাৰ ঘৰৰপৰা শীঘ্ৰে যাবলৈ ফৰ্ম্মাচ আহিব, এতেকে আমি বুৰঞ্জী মন্ত্ৰ সিদ্ধ কৰিম কেনেকৈ?

কিন্তু এই অৱস্থাত আমাৰ একমাত্ৰ উদ্ধাৰকৰ্ত্তা হৈছে, যিসকলে ঐশ্বৰ্য্য-লক্ষ্মীৰ বৰপুত্ৰ হৈ জন্ম গ্ৰহণ কৰিছে, সেই সকলৰ সস্নেহ সহানুভূতি। ভৰসাৰ একমাত্ৰ স্থল গোৱালপাৰা জিলাৰ জমীদাৰসকলে নিজ দেশৰ সাহিত্য-বুৰঞ্জী আলোচনাত উৎসাহ আৰু সহানুভূতি দেখুৱাব, এইটো তেখেতসকলৰ জ্ঞাতি-ভাই সকলো অসমীয়াই বাঞ্ছা কৰে। আৰু এই আকাঙ্ক্ষা যে কেতিয়াও বিফলে নেযায়, সেইটো আমাৰ সদৌ অসমীয়া ৰাইজৰ দৃঢ় বিশ্বাস।

# তৃতীয় অধিৱেশনৰ সভাপতিৰ অভিভাষণ

যোৰহাট, মাৰ্চ্চ ১৯২৯

**শ্ৰীপ্ৰমথনাথ চক্ৰৱৰ্ত্তী**

ডাঙৰীয়াসকল,

আপোনালোকে মোৰ নিচিনা জ্ঞানহীন অভাজন ব্যক্তিক এই মহতী সভাৰ সভাপতিত্বত বৰণ কৰি মোক এফালে যেনেকৈ গৌৰৱান্বিত কৰিছে, আন ফালে তেনে বিপদগ্ৰস্ত কৰিছে। আপোনালোকে জানে "দূৰতঃ শোভতে মূৰ্খং যাবৎ কিঞ্চিৎ ন ভাষতে।" ইমান দিন আপোনালোকে মোৰ নাম শুনিছিল, আপোনালোকৰ বহুতে মোক চকুৰে দেখা নাছিল। আপোনালোকে মোক বিজ্ঞ বুলি ভাবিছিল। মইও "দূৰতঃ শোভতে" হৈ আত্মতৃপ্তি লাভ কৰিছিলো। মোৰ সৌভাগ্য বা দুৰ্ভাগ্যৰ ফলত আপোনালোকৰ আগত মুখব্যাদান কৰিব লগাত মই যিখিনি বিদ্যা বুদ্ধি গুপ্ত কৰি ৰাখিছিলো তাক আজি আপোনালোকৰ আগত মুক্ত কৰিব লগাত পৰিলো। আপোনালোকে জানে, মই ধুবুৰীৰপৰা আহিছো। ধোৰা বুঢ়ীৰপৰা ধুবুৰী নাম হৈছে। এনেকুৱা ঠাইৰ মানুহৰপৰা আপোনালোকে কি আশা কৰিব পাৰে? মোৰ ভাষাত ওজস্বিতা নাই; মোৰ কথাত সুন্দৰ ঝঙ্কাৰ নাই; মোৰ সুৰত মূৰ্চ্ছনা নাই, মোৰ কাব্যত ৰস নাই; মোৰ বৰ্ণনাত কাব্য নাই। মই যি কম সি "শুষ্কং কাষ্ঠং তিষ্ঠত্যগ্ৰে," "নিৰস তৰুবৰ পুৰতো ভাতি" নহয়। মোৰ চাৰিওফালে সুধীবৃন্দ বহি আছে, এয়েই মোৰ সাহস। মোৰ কিবা ত্ৰুটী হলে মই আশা কৰিব পাৰো সুধীবৃন্দই নিজ গুণেৰে তাক মাৰ্জ্জনা কৰিব। মই বুজিব পৰা নাই। আপোনালোকে মোক কি নিমিত্তে ইতিহাস শাখাৰ সভাপতি পাতিছে। মোৰ ইতিহাসৰ জ্ঞানত আপোনালোকে ইতিকিং দিব পাৰে; কিন্তু মোৰ বিশ্বাস আপোনালোকে ইতিকিং নকৰিব। বিশ্ব স্ৰষ্টাৰ সৃষ্টি-কাৰ্য্যৰ মূৰৰেপৰা এই বিশ্বব্ৰহ্মাণ্ড যি সৃষ্টি কৰিছে তেওঁৰ সৃষ্ট পদাৰ্থৰ প্ৰত্যেকেই এখন ইতিহাস। মোৰ ব্যক্তিত্বৰো ইতিহাস আছে। মই মানৱ, মানৱ জাতিৰ এখন ইতিহাস আছে। মই অসমত বাস কৰোঁ; এই অসমখন ভাৰতৰ ভিতৰত; এই ভাৰতখন পৃথিৱীৰ ভিতৰত; এই পৃথিৱীখন বিশ্বৰ মাজত; এই বিশ্ব এখন ইতিহাস। ইতিহাস এৰি কোনো সৃষ্ট পদাৰ্থ নাই। মই কি এইটো জানিব লাগিলে মোৰ ইতিহাস আৰু মই যি দেশত জন্মিছো তাৰ ইতিহাস জানিব লাগিব। ইতিহাস কি? ইতিহাস অকল ঘটনাৱলীৰ বিবৃতি নহয়। ইতিহাসত উত্থান-পতন, জনম মৰণ, জ্যোতি আন্দোলন অনুভূতি, মানুহৰ কিম্বা জাতিৰ কিম্বা দেশৰ থাকিব লাগিব। আজি যদি কোনোৱে অসম দেশৰ এখন

ইতিহাস লিখিব খোজে তেনেহলে তেওঁ অকল অসমৰ এখন ৰাজনামা লিখিলে তেওঁৰ দায়িত্বৰ সমাধান নহয়। অসমৰ ইতিহাস ভাৰতৰ ইতিহাস। অসমৰ লগত ভাৰতৰ আন আন ঠাই বৈদিক যুগৰপৰা ইয়াৰ পৰোক্ষ সম্বন্ধ যে অসমক এৰি ভাৰতৰ ইতিহাস দিয়া হৈ থাকিব নোৱাৰে। কোনো কোনো পাশ্চাত্য পণ্ডিতৰ মতে ভাৰতৰ শৃঙ্খলাবদ্ধ ইতিহাস নাই। মই ভাবি কব পাৰোঁ তেওঁলোকৰ ধাৰণা ভ্ৰান্তিমূলক। আমি বৈদিক যুগৰে পৰা দেখোঁ ভাৰতৰ বেদ ইতিহাস। পৌৰাণিক যুগৰ ইতিহাস পুৰাণ। ৰামায়ণ, মহাভাৰত, কথকতা, ভাগৱত, গীতা, নামঘোষা আৰু আন আন ধৰ্ম্মগ্ৰন্থ, সাহিত্য, কাব্য, পদাবলী—এইবিলাক আমাৰ জাতিৰ ইতিহাস। এইবিলাক পাঠ কৰিলে আমি পাওঁ যে জাতিৰ ইতিহাস এক নিৰৱচ্ছিন্ন ধাৰ—সভ্যতাৰ লগত সভ্যতাৰ, ধৰ্ম্মৰ লগত ধৰ্ম্মৰ, আৰু শিল্প-বাণিজ্যৰ লগত শিল্প-বাণিজ্যৰ ধাৰ। আৰ্য্যজাতিয়ে যেতিয়া প্ৰথমতে উত্তৰ-পশ্চিম আৰু উত্তৰ-পূব কোণেদি ভাৰতত প্ৰৱেশ কৰিছিল, তেতিয়া তেওঁলোকৰ উদ্দেশ্য আছিল অনাৰ্য্য সভ্যতাক ধ্বংস কৰি আৰ্য্য সভ্যতাৰ মূল স্থাপন। মুছলমান সম্প্ৰদায় নিজধৰ্ম্ম প্ৰচাৰ কৰিবৰ নিমিত্তে ভাৰতত সোমাইছিল। আমাৰ বৰ্ত্তমান শাসকসকলে নিজ শিল্প আৰু বাণিজ্য স্থাপন কৰিবৰ নিমিত্তে ভাৰতত প্ৰৱেশ কৰিছিল আৰু এতিয়ালৈকে এই শিল্প-বাণিজ্যৰ ধাৰ চলি আছে। ভাৰতৰ কথা এৰি দি যদি আমি আমাৰ ফালে চাওঁ আমি একে কথাকে দেখিবলৈ পাওঁ। সেই সভ্যতাৰ লগত সভ্যতাৰ ধাৰ; সেই ধৰ্ম্মৰ লগত ধৰ্ম্মৰ ধাৰ আৰু শিল্প-বাণিজ্যৰ লগত শিল্প-বাণিজ্যৰ ধাৰ চলি আছে। অসমৰ ভিতৰত এনে ধৰ্ম্ম, এনে সভ্যতা নাই যি এবাৰ গা লাড়ি উঠা নাই। সেইবিলাকে কালৰ প্ৰকোপত নিশাগমত বেলিৰ নিচিনা মাৰ গলেও, অসমৰ বুকুত চিন থৈ গৈছে। অসমৰ নাম যেনে কামো তেনে। অসমক আমি এখন ক্ষুদ্ৰ ভাৰত বুলিব পাৰো। ইয়াত উচ্চ পৰ্ব্বত শ্ৰেণী আছে, ইয়াত গভীৰ ধীৰ-নীৰ-পৰি-পূৰিত নদ-নদীও আছে, হিংস্ৰ পশু-পক্ষী-কীট-পতঙ্গ-পূৰ্ণ হাবিও আছে আৰু সুসজ্জিত নগৰো আছে। অসমত "সুজলা সুফলা শস্যশ্যামলা" মাটিও আছে আৰু শস্যহীন অনুৰ্ব্বৰ ব্ৰহ্মপুত্ৰৰ শিকতাময় দাঁতিও আছে। অসমৰ পণ্য শিল্প, অসমৰ কাৰুকাৰ্য্য জগতত অবিদিত নহয়। অসমৰ শৌৰ্য্য-বীৰ্য্যৰ কথাও এদিন সমগ্ৰ জগত ব্যাপ্ত হৈ পৰিছিল। অসমৰ উত্থান আৰু পতন ভাৰতৰ উত্থান আৰু পতনৰ লগত এক সূত্ৰত গঠিত হৈ আছে। অসমৰ চান্দ সদাগৰৰ বাণিজ্য-পোত এদিন অসমৰ সম্ভাৰ লৈ ভাৰতৰ বহিৰ্দেশলৈ গৈছিল। অসমৰ জ্ঞান জ্যোতি এদিন প্ৰাগ্‌জ্যোতিষ নামেৰে খ্যাত আছিল। যেতিয়া অঙ্গ, বঙ্গ, কলিঙ্গ, মগধলৈ তীৰ্থ ভিন্ন যাবৰ নিষিদ্ধ আছিল, তেতিয়া প্ৰাগ্-জ্যোতিষৰ জ্যোতিয়ে গোটেই ভাৰতক মুগ্ধ কৰিছিল। তাৰ আগৰেপৰা অসম আৰ্য্য বাসভূমি আছিল। তেতিয়া অসমত কৃষ্ণসাৰ মনৰ সুখেৰে বিচৰণ কৰিছিল। আবৰ উপত্যকাৰ ভীষ্মক ৰজাৰ কৌণ্ডিল্য নগৰে, কামৰূপৰ বশিষ্ঠাশ্ৰমে, নৱগ্ৰহ পাহাৰে জগতৰ আগত তাৰ সাক্ষ্য দিব লাগিছে। অসমৰ নদী, অসমৰ পাহাৰ, অসমৰ গছ, অসমৰ লতা, অসমৰ বন, অসমৰ পুখুৰী, অসমৰ বাট, অসমৰ ঘাট, অসমৰ মন্দিৰ—এই সকলোবিলাকে অসমৰ অতীত ইতিহাসৰ গীত গাব লাগিছে। শদিয়াৰপৰা ধুবুৰীলৈকে এনে এডোখৰ ঠাই নাই য'ত থিয় হলে অসমৰ অতীত গৌৰৱ অসম মাতৃৰ মহিমামণ্ডিত মূৰ্ত্তি অসমীয়াৰ

মনত জাগৰণ নহয়। সি ইতিহাস---ইতিহাস নহলে অতীত গৌৰৱ জগাব নোৱাৰে। আজিও মনত পৰিলে চকুলো ওলায়, যি অসম মাতৃৰ বীৰ পুত্ৰগণে এদিন সমগ্ৰ আৰ্য্যাৱৰ্ত্ত বীৰ দৰ্পেৰে মন্থন কৰিছিল, আজি তেখেতসকলৰ বংশধৰসকল বিদেশী বস্ত্ৰেৰে সজ্জিত হৈ চিগাৰেটৰ ধোঁৱাৰে নিজক আবৰণ কৰি কানিৰ কুহেলিকাত বুৰ গৈ মনৰ হেপাহেৰে তৃপ্তি লভিছে। আজি যদি অসমীয়াই অসমৰ প্ৰকৃত ইতিহাস পঢ়িলেহেঁতেন তেনেহলে আজি অসমীয়াৰ এনে দুৰ্দ্দশা নহয়, অসম মাতৃৰ ম্লান কান্তি উজ্জ্বল হ'লহেঁতেন। যি দেশত ভগদত্ত ৰজা আছিল, যি দেশৰ ৰজাৰ লগত ভগৱান শ্ৰীকৃষ্ণ বৈবাহিক সত্ৰেৰে আৱদ্ধ হৈছিল, যি দেশত চিলাৰায়, গদাপাণি আদি বীৰ পুৰুষসকলে জন্ম গ্ৰহণ কৰিছিল, ৰাণী জয়মতীৰ নিচিনা সাধ্বী আছিল, যি দেশত শঙ্কৰদেৱৰ ধৰ্ম্মধ্বজাই অজ্ঞান আন্ধাৰ দূৰ কৰিছিল, যি দেশত লাচিত ফুকন উপজিছিল, যি দেশৰ ইতিহাস পঢ়িলে গা ৰোমাঞ্চিত হৈ উঠে, বুকু অসীম তেজেৰে ভৰি উঠে, অসম মাতৃৰ মুখত হাঁহি স্ফুৰিত হয়, আমি এনে দেশত উপজিছো, আমি এনে বংশৰ সন্তান, আমি এনে দেশৰ উৎপন্ন শস্য খাইছো, আমি এনে দেশৰ ইতিহাস পঢ়িছো। আমাৰ লাজ নাইনে যে আজি জাগৰণৰ দিনত আমি কানি খাই শুই থাকিম, আমি চেলেউ হুপি দৰিদ্ৰ অসম মাতৃৰ বুকুৰপৰা ৰক্তৰ নিচিনা লাখ লাখ টকা উলিয়াই আনি জুই লগাই ভস্ম কৰিম? অসমৰ গৃহজাত শিল্পৰ মূৰত কোব মাৰি দৰিদ্ৰা অসম মাতৃৰ শোণিতৰপৰা ওপজা টকাৰে বিদেশী শিল্পক প্ৰশ্ৰয় দি অসম মাতৃৰ দৰিদ্ৰতাক ঘনীভূত কৰিম? যদি অসমৰ এখন ভাল ইতিহাস থাকিলহেঁতেন, যদি অসমত ভাল ইতিহাস জনা মানুহ থাকিলহেঁতেন, যদি অসমত ইতিহাস শুনাবৰ মানুহ থাকিলহেঁতেন, আজি অসমৰ, অসমবাসীৰ এনে দশা নহ'লহেঁতেন। আজি অসমক কোনেও কানীয়া নাম নিদিলেহেঁতেন। ইতিহাস নোহোৱাৰ গতিকে প্ৰতি ঘৰত শিক্ষাৰ অভাৱ হোৱাত আজি অসমীয়াৰ বুকুত তেজ নাই, বাহুত শক্তি নাই, মনত উৎসাহ নাই। অসমবাসী আজি টোপনিত পৰি আছে।

আপোনালোকে জানে ইতিহাসে পুনৰাবৃত্তি কৰে। অসমত পুনৰাবৃত্তিৰ আৰম্ভণ হৈছে। অসমৰ পুৰণি সভ্যতা পুৰণি ভাব, পুৰণি তেজে আজি গা জোকাৰিছে। অসমৰ আজি মনত পৰিছে অসম এদিন আৰ্য্যাৱৰ্ত্তৰ অন্তৰ্গত আছিল, দেৱগণৰ লীলাভূমি আছিল। আহক, আজি ইয়াত গোট খাই সকলোৱে প্ৰতিজ্ঞা কৰো, যে অসমৰ প্ৰকৃত ইতিহাস উদ্ধাৰ কৰি, অতীত গৌৰৱ স্মৰণ কৰি জাতীয় উত্থানত সহায় কৰো।

# চতুৰ্থ অধিৱেশনৰ সভাপতিৰ অভিভাষণ

গোলাঘাট, মাৰ্চ্চ ১৯৩০

ৰজনীকুমাৰ পদ্মপতি

আদৰণী সমিতিৰ সভাপতি ডাঙৰীয়া আৰু সমজুৱা ভদ্ৰমহোদয়সকল,

প্ৰদেশ এঁখনৰ বুৰঞ্জী আঁতি-গুৰি মাৰি জানিবলৈ হ'লে বহুত প্ৰদেশৰ বহুত দেশৰ বুলি ক'লে নহয় গোটেই পৃথিৱীৰে বুৰঞ্জী জনাৰ আৱশ্যক ; আৰু বুৰঞ্জী বিষয়ক সভাৰ সভাপতিজনৰ এই পৃথিৱীৰ বুৰঞ্জীৰ জ্ঞান থকাৰ দৰকাৰ। মোৰ এই জ্ঞানৰ হাজাৰ ভাগৰ এভাগো নাই, তাতে নিজৰ শৰীৰৰ অৱস্থাও বৰ বেয়া, সেইদেখি এই বাৰৰ ভাৰ লোৱাটো মোৰ উচিত নাছিল। কিন্তু আপোনালোকে যে এই নিঃকিনৰ ওপৰতেই এই ভাৰ দিবলৈ উচিত ভাবিলে, মই আপোনালোকৰ আজ্ঞা পেলাব নোৱাৰি আৰু মোৰ নিজৰ কথা কেইটামান আপোনাসকলৰ কাণলৈ অনা নিতান্তই দৰকাৰ যেন ভাবি, এই বাৰ লবলৈ আগ বাঢ়িলো। মোৰ কোৱা শক্তিৰ গুণে যে মই আপোনাসকলৰ মন আকৰ্ষণ কৰি মোৰ মতলৈ আনিব পাৰিম, এই গুণ হলে মোৰ নাই। শুকান কাঠতো বোলে পানী থাকে। বৈজ্ঞানিকভাৱে এই কথাষাৰ মনত লই মোৰ নিৰসুৱা কৰ্ঠুৱা কথা কেইআষাৰ যেন শুনে।

পৰম ঈশ্বৰৰ কৃপাত আৰু আমাৰ অহম আৰু কোচ ৰজাসকলৰ বুৰঞ্জী প্ৰিয়তা গুণে আমাৰ বৰ গৌৰৱৰ বিষয় যে উজনি অসমৰ যোৱা ৭০০ বছৰৰ আৰু নামনি অসমৰ যোৱা ৪০০ বছৰৰ বুৰঞ্জী আমাৰ আছে। এই সময়তো কিন্তু চুটিয়া, কছাৰী, ভূঞা আৰু দাঁতিকাষৰীয়া ৰজা বহুতৰ ৰাজত্ব আছিল ; সেই সকলৰ আৰু ৰজাসকলৰ বিষয়ে হলে এই বুৰঞ্জীত আমি একো নোপোৱা বুলিব লাগে। ইয়াৰ আগৰ অনন্ত ছোৱা একেবাৰে আন্ধাৰ। মাথোন বুটলি পোৱা কেইখনমান তামৰ ফলিৰপৰা আৰু শিলত কটা লেখাৰপৰা কেইজনমান ৰজাৰ নাম আৰু চীনা ফুৰৈয়া হিয়েন-চাঙৰ লেখাৰ-পৰা কুমাৰ ভাস্কৰ বৰ্ম্মাৰ বিষয়ে যি অলপ জানো।

এতিয়া আমাৰ কাম হৈছে, এই আন্ধাৰত থকা বুৰঞ্জী উদ্ধাৰ কৰা।

বুৰঞ্জীৰ আন আন গুণৰ ভিতৰত ই জাতিৰ মনত আৰু গাত এটা শক্তি দিয়ে। নিজৰ জাতিৰ পূৰ্ব্বৰ অৱস্থা টনকিয়াল হলেতো কথাই নাই, টনকিয়াল নহলেও আন আন সকলৰপৰা ডাঙৰ হোৱা জাতিবিলাকৰ দৃষ্টান্তেও মনলৈ আৰু গালৈ বল আনে। বুৰঞ্জীয়ে মনলৈ আৰু গালৈ শক্তি যে আনে, এই বিষয়ে আগৰ জ্ঞানবন্তসকলে কোন কাহানিবাই সাধু কথাৰে আৰু দৃষ্টান্তৰে বেছ বুজাই থৈও গৈছে।

দৃষ্টান্ত এটাৰে দেখুৱাই--ৰাৱণে সীতা হৰি নিয়াত সুগ্ৰীৱৰ সহযোগত, সীতাক বিচাৰি বান্দৰবিলাক দশোদিশে যায়। লঙ্কাৰ ফালে বিচাৰিবলৈ অঙ্গদ, হনুমন্ত, জাম্বৱন্ত আদিৰ পাল পৰে। সমুদ্ৰ পাৰ হৈ লঙ্কালৈ যাবলৈ সেই দলৰ কোনো বান্দৰৰে সামৰ্থে নুকুলালে। হনুমন্তেও নোৱাৰো বুলি কোচ্‌মোচ্ খাই থকা দেখি, জাম্বৱন্তে হনুমানৰ আৰু নিজৰ বল-বিক্ৰম গুণ বুদ্ধিবিলাক বখানিবলৈ ধৰিলে আৰু হনুমানে শুনি শুনি মনত আৰু গাত এনে বল পালে যে, তেতিয়াই "হুঁ মই নোৱাৰিম" বুলিয়েই লঙ্কালৈ ডেও মাৰিলে।

## বুৰঞ্জীৰ আৱশ্যকতা

আমাৰ ইংৰাজ ৰজা অহাৰ অলপ দিনৰ পাছতেই, সেই বিলাতলৈ যোৱাৰ শঙ্কটময় ২।৩ মহীয়া বাটৰ অৱস্থাতেই জয় জয়তে অসমে বিলাতত পাচ কৰি অহা এজন পৃথিৱী বিখ্যাত ডিষ্ট্ৰিক্ট মেজিষ্ট্ৰেট, এজন এক্‌জিকিউটিভ্ ইঞ্জিনিয়াৰ, তিনিজনকৈ চিভিল চাৰ্জ্জন আৰু এজন গীত-বাদ্যৰ ওজা পালে। তেতিয়াৰপৰা আৰু ক'তা সেই সময়ৰ তুলনাত এতিয়া অসমে কুৰিয়ে কুৰিয়ে তেনে সুসন্তান পাব লাগিছিল; কিন্তু একেবাৰে শূন্য। বিলাতত পাচ কৰাৰ কথা এৰি দিয়ক, এই দেশতেই চিভিল চাৰ্ভিচ পৰীক্ষা দিয়াৰ নিয়ম হোৱাৰ কত বছৰ হ'ল। আন প্ৰদেশৰ কত লৰাই বছৰি বছৰি সেই পৰীক্ষা পাচ কৰিব লাগিছে, কিন্তু অসমীয়া ক'তা? ইয়াৰ কাৰণ কি? কাৰণ বৰঞ্জী আগেয়ে, অসমৰ পূৰ্ব্বৰ কথা এৰি দিলেও, কামৰূপ নাম পোৱাটো, কামৰূপৰ গৰিমা আছিল। কামৰূপৰ সন্তানৰো সেইদৰে সাহ-পিত ডাঙৰ আছিল, ওখ ভাব আছিল, ওখ আকাঙ্খা আছিল আৰু সেই ছেগতেই সেই কেইজন মানুহৰ আৱিৰ্ভাৱ হ'ল। পিছত লাহে লাহে কামৰূপলৈ বিদেশী মানুহৰ সোঁত বেছিকৈ বলিবলৈ ধৰিলে আৰু লগে লগে কিছুমান কট মানুহ আহি কামৰূপ সোমাই কামৰূপীয়া মানুহক তলত পেলাই সিহঁত সকলোপিনে ওপৰত থাকিবলৈ নানান ৰকম কূট-নাট খেলিবলৈ ধৰিলে। অসম ৰজাক অসভ্য বোলাবলৈ নানান গল্প উলিয়ালে; ইয়াৰ তিৰুতাবিলাকে উন্নত বিদেশী-বিলাকক ফুচুলাই ধৰে বুলি কামৰূপলৈ বিদেশী আহিলে ভেড়া হোৱাৰ ব্যাখ্যা উলিয়ালে। এই ৰকম নানান কূট কথা উলিয়াই ৰজা প্ৰজা দুইকো বুজাবলৈ ধৰিলে। মোটতে অসমীয়া যে আন আন প্ৰদেশৰ মানুহতকৈ বহুত গুণে তলৰ খাপৰ, জঙ্গলী মুলুকৰ অসভ্য মানুহ, এইটো ৰজা প্ৰজা দুইৰো মনত সুমাই দিলে আৰু সেই লগে লগে আমাৰ মানুহৰো সাহ-পিত, ওখ ভাব, ওখ আকাঙ্ক্ষা এইবিলাক নোহোৱা হলেই যে নিজৰ দা-দস্তুৰ খাৱন পিন্ধন এইবিলাকলৈকো এটা ঘৃণাৰ ভাব হ'ল। তাৰ ফলত ধনে মানে, বিদ্যাই বুদ্ধিয়ে, অসমীয়া এতিয়া সকলো প্ৰদেশৰ তলত পৰিছে আৰু নিজৰ জাতীয়তাৰো চিন হেৰুৱাইছে; বিদেশীৰ লগত নিজ ভাষাত কথা পাতিবলৈ লাজ পোৱা হৈছে; গৃহলক্ষ্মীসকলৰ ৰিহা-মেখেলা জোৰেও কলচোপ্-কলচোপ্ কৰিছে। অসমীয়াই নিজৰ বুৰঞ্জী জনা হ'লে, এই কূট মানুহবিলাকৰ কথাত বিশ্বাস নকৰিলে-

হেঁতেন, সিহঁতেও কুটালি কৰিবলৈ চেলু নাপালেহেঁতেন আৰু অসমীয়াবো এই শোচনীয় দশা নহলহেঁতেন।

বুৰঞ্জীৰ আন আন আৱশ্যকীয় বিষয় এৰি দিলেও নিজৰ বুৰঞ্জী শুনি হনুমন্তৰ নিচিনা কিজানি আমাৰ মানুহৰ গালৈ শক্তি আহেই, এই নিমিত্তেই আমাৰ পুৰণি বুৰঞ্জী উদ্ধাৰৰ আৱশ্যক। এই বুৰঞ্জী উদ্ধাৰৰ নিমিত্তেই আমাৰ সাহিত্য সভাৰ লগত—এই বুৰঞ্জী শাখা। কামৰূপ অনুসন্ধান সমিতিৰ কামো এই বুৰঞ্জী উদ্ধাৰেই। কামৰূপ অনুসন্ধান সমিতিৰ বয়স বহুতো হ'লহি ; এই বুৰঞ্জী শাখাৰো কেইবা বছৰো হ'ল। বুৰঞ্জী উদ্ধাৰৰ কাম হলে "দৰংৰাজ বংশাৱলী"খন ছপোৱা চেৰাই একোকে গম নাপাওঁ দেখোন ? ব্যক্তিগতভাৱে অৱশ্যে কেইবাজনো দেশ-প্ৰেমিকে বুৰঞ্জীৰ সমল গোটাবলৈ পুৰুষাৰ্থ কৰি আছে ; বিশেষকৈ ৰায়বাহাদুৰ শ্ৰীযুত আনন্দচন্দ্ৰ আগৰৱালা ডাঙৰীয়াই, প্ৰফেছৰ শ্ৰীযুত সূৰ্য্যকুমাৰ ভূঞা ডাঙৰীয়াই আৰু শ্ৰীমান বেণুধৰ শৰ্ম্মা বোপাই। কিন্তু আগৰৱালা ডাঙৰীয়া চেৰাই, সকলোৰেই এই পোহৰৰপৰা ৭০০ বছৰতহে লাগি আছে হবলা ; ইয়াৰ আগৰ আন্ধাৰ ছোৱাৰ নিমিত্তে কিবা যে কৰিছে, ইয়াৰ গম পোৱা নাই।

## পৰমুখাপেক্ষী অসমীয়া

ডাঙৰীয়াসকল, ক'বলৈ গত নেপায়, হিয়া বিদাৰি যায়। নিজৰ ভৰিত নিজে কুঠাৰ মাৰিছোঁ, নিজৰ ঘৰত নিজেই জুই লগাইছোঁ, ভৰা লুইতৰ মাজত উঠা নাওখন বুৰাই দিছোঁ। কিছুদিন দেৱনাৰায়ণ ঘোষ নামৰ, কামৰূপ অনুসন্ধান সমিতিৰ সমজুৱা এজনক আমাৰ লুপ্ত বুৰঞ্জী উদ্ধাৰ কৰিবলৈ লগাই দিলো। তেখেতে কলিতা, কেওট, অহম, বিদৰ্ভ শোণিতপুৰ আদি জাতিবিলাকৰ আৰু ঠাইবিলাকৰ পুৰণি তথ্য বিলাক ভৰাভৰ উলিয়াবলৈ ধৰিলে, আমাৰ অসমৰ বাতৰি কাকতে সেইবিলাক পোহৰলৈ উলিয়াই শুনাবলৈ ধৰিলে আৰু আমি সেইবিলাক শুনি শুনি আপ্যায়িত হ'লো নে কি হ'লো কব নোৱাৰো। তেওঁৰপৰা পোৱা তথ্যবিলাকৰ এটাৰপৰা জানিব পাৰিলো, যে এসময়ত আমাৰ কোনো এজনা অহম ৰজা দিল্লীৰ বাদচাহৰ লগত মিতিৰালি অৱস্থাত থকা সময়ত, বাদচাহে আমাৰ ৰজাৰ নিমিত্তে ভাল কাম কৰা ধুনীয়া জোতা এজোৰ পঠিয়াই দিয়ে। আমাৰ ৰজাই জোতাজোৰ পাই, জোতা অনা কটকীক এইটো কি বস্তু, কি ব্যৱহাৰত আহে বুলি সোধাত, কটকীয়ে জোতাৰ নাম আৰু ভৰিত পিন্ধিব লাগে বুলি বুজাই দিয়ে। ৰজাই কিন্তু এনে ধুনীয়া বস্তু ভৰিত পিন্ধাৰ লায়ক নহয় বুলি জৰী লগাই কাণত আঁৰি পিন্ধিলে। হৰি হৰি ! শুনা কথা নধৰো, বুৰঞ্জীৰ কথা নধৰো, চকুৰ আগতে এই বিষ্ণুদ'ল, এই শিৱদ'ল, এই শিৱসাগৰ, এই জয়সাগৰ আদি কত দ'ল কত পুখুৰী জ্বলি থাকি অহম ৰজাৰ সভ্যতাৰ কীৰ্ত্তিকলাপ সদায় জ্বলি থকাৰ ওপৰতে এনেকুৱা লুপ্ত বুৰঞ্জী উদ্ধাৰ কৰি আমাক দিছে ; বুৰঞ্জীয়ে চুকি নোপোৱা বিলাকত যে কি ৰকম ৰহন দিছে ভাবি চাওক।

আকৌ আমি কি কৰিছো শুনক,—প্ৰাচ্য বিদ্যামহাৰ্ণৱ, সিদ্ধান্তবাৰিধি, তত্ত্ব-চিন্তামণি আদি বহুত উপাধিৰে ভূষিত, বৰ নামিক, নগেন্দ্ৰনাথ বসু নামেৰে মানুহ এজনে বিশ্বকোষ নামে ডাঙৰ অভিধান এখন লিখে। বিশ্বকোষত অসমৰ কথা অৱশ্যে থাকিবই। এই মানুহজনৰ ঘৰ বঙলা দেশত। কামেই অসমৰ কথা এওঁ ভাল কৰি জনাটো নিশ্চয়.। এওঁ সেই অভিধানত অসমীয়া মানুহে মানুহৰ মঙহ খায় বুলিও লেখিছে। পিছে আমি আমাৰ কামৰূপ অনুসন্ধান সমিতিৰ হতুৱাই আমাৰ গৱৰ্ণমেণ্টক খাটিখুটি কিছুমান টকা সেই নগেন্দ্ৰনাথ বসুকে দি, তেওঁক আমাৰ পুৰণি বুৰঞ্জী উদ্ধাৰ কৰিবলৈ লগাই দিওঁ আৰু আমাৰ জনচেৰেক অসমীয়াই বসু মোচাইক সেই কামত বহুত সহায় কৰে। ফলত " Social History of Kamarupa " নামৰ ঘৰ ডাঙৰ দুখণ্ড বুৰঞ্জী বাহিৰ হ'ল। এখন সমিতিৰ অনুৰোধত, গৱৰ্ণমেণ্টৰ সহায়ত, এজন নামৰলা মানুহে লেখা বুৰঞ্জী ; সম্ভৱতঃ ভাৰতবৰ্ষৰহে নালাগে, ইউৰোপ আমেৰিকাৰ পুথিভঁৰালবিলাকেও একোখনকৈ কিনিলে। অসমৰ আৰু অসমীয়াৰ গুণাগুণ প্ৰায় সকলো জাতেই জানিলে, লগে লগে বসু মহাশয়ৰ ধন ভঁৰালো ভৰিল আৰু আমি ইমান আড়ম্বৰেৰে লেখা আমাৰ পুৰণি বুৰঞ্জী পাই কি ভাবিছো কই কব নোৱাৰো। এই বাৰ্ষবীয়া ধন ভৰাই খাটিখুটি লেখোৱা বুৰঞ্জীৰ উদ্ধাৰ কৰা তথ্যবিলাকৰপৰা জানিবলৈ পাওঁ :—

১। উকনি মোৱা ৬০০০ বছৰৰ অলপ পিছৰেপৰা বহুত দিনলৈকে পানী-কোচবিলাক কামৰূপৰ ৰজা আৰু ধৰ্ম্মগুৰু আছিল।

২। পিচে এজন আৰ্য্যৰজা ভাটীৰপৰা আহি পানী-কোচ ৰজাক ভাঙি কামৰূপক তেওঁৰ তলতীয়া ৰাজ্য কৰি গুচি যায়। সেই সময়তেই প্ৰাগজ্যোতিষপুৰ নগৰ কৰে আৰু কেজনমান বামুণ থৈ যায়।

৩। পিচত আকৌ কিৰাত জাতিৰ ৰজা হয়।

৪। পিচত ম্লেচ্ছ জাতিৰ ৰজা আৰু ধৰ্ম্মগুৰু হয়।

৫। খৃষ্টাব্দ ৭০০ চনৰপৰা ১১২৫ চনলৈকে বঙালীয়ে ৰাজত্ব কৰে।

৬। কামৰূপৰ আচল বামুণ হৈছে—মিচিমি, মিৰি, আবৰ আৰু ডফলা। সমতলত থকা বামুণবিলাক, পিচত ম্লেচ্ছ আৰু বঙালী ৰজাই অনা। এইবিলাক বামুণেও ম্লেচ্ছ নিয়ম প্ৰণালীৰে ম্লেচ্ছ দেৱ-দেৱী পূজা কৰে আৰু আৰ্য্য ভাষা আৰু ম্লেচ্ছ ভাষাৰে সানমিহলি ভাষাকেই যে মাতে এনে নহয়, সংস্কৃত লেখোতেও ম্লেচ্ছ ভাষাৰে সানমিহলি কৰি লেখে।

৭। শঙ্কৰদেৱৰ সময়লৈকে ইয়াৰ বামুণবিলাকে ম্লেচ্ছ ৰীতি-নীতিৰে ম্লেচ্ছ দেৱ-দেৱী পূজা কৰি আছিল।

৮। ইয়াৰ ম্লেচ্ছবিলাকেই ম্লেচ্ছ। ভগদত্ত, কুমাৰ ভাস্কৰ বৰ্ম্মণ আদি ৰজাবিলাক ম্লেচ্ছ। এই ম্লেচ্ছবিলাক এক ৰকম বামুণ, আন ঠাইত ম্লেচ্ছবিলাক বৰ ঘৃণনীয় ; কিন্তু কামৰূপত ম্লেচ্ছ শব্দটো বৰ সন্মানসূচক।

৯। ভগদত্ত, কুমাৰ ভাস্কৰ বৰ্ম্মণ আদি ৰজাবিলাক কামৰূপতহে এড়ণ্ডোহপি মহাক্ৰমঃ। আন ঠাইৰ ৰজাৰ তুলনাত নামতহে ৰজা বুলিব লাগে। বঙালী ৰজাই এই বংশৰ ওৰ পেলায় আৰু ইয়াত ৰজা হয়।

১০। কোচবিলাকো আন ঠাইত বৰ ঘৃণনীয়; কিন্তু অসমৰ উজনি অঞ্চলত কোচবিলাকৰ বৰ সন্মান। এই কুনলৈ উঠিবলৈ সকলো জাতিৰে আগ্ৰহ।

১১। অসমীয়াবিলাকে যে তেজপুৰক শোণিতপুৰ বোলে, ই মিছা কথা। আচল শোণিতপুৰ সিন্ধু প্ৰদেশত, এইখন নকলহে।

১২। নৰনাৰায়ণ ৰজাৰ দিনলৈকে কামাখ্যাৰ পূজাৰিবিলাক ম্লেছ অৰ্থাৎ মেচ আছিল। নৰনাৰায়ণে মেচ পূজাৰি গুচাই আৰ্য্য জাতীয় বামুণক পূজাৰ ভাৰ দিয়ে; কিন্তু এই বামুণেও ম্লেছ দস্তৰ মতেই পূজা-পাতল চলাব লাগিছে। পূজা প্ৰণালী অতি বীভচ।

১৩। কামৰূপৰ মানুহবিলাকে তিৰোতাবিলাকক কামাখ্যাৰ জীৱন্ত প্ৰতিমা বুলি পূজা কৰে, বেশ্যাবিলাককো পূজা কৰে। সেইদেখি বহুত কামৰূপীয়াই নিজৰ ছোৱালীবিলাকক বেশ্যা কৰে।

এইৰকম কত কথাৰে ডাঙৰ ডাঙৰ দুখণ্ড কিতাপ কৰা আৰু কিমান কম। এইবিলাক কথাত যে সঁচাৰ ভাগ নায়েই বুলিব লাগে, এইটো কোৱা নিষ্প্ৰয়োজন। কামৰূপৰ নাম আগেয়ে যিয়েই থাওক কামৰূপ নাম হোৱাতো, কামৰূপ যে গোটেই ভাৰতৰেই শীৰ্ষস্থানীয় আছিল, সেইটো গুচাই কামৰূপক একেবাৰে সকলো প্ৰদেশৰ তললৈ নি থেচৰো থেচ অৱস্থাত ৰাখি কামৰূপীয়াৰ মন একেবাৰে কোঁচাই ৰখাৰ কাৰণ এইবিলাকেই আমাৰ যিসকলে এই মিছা বুৰঞ্জীৰ কথাকে সঁচা বুলি ভাবি লৈছে, তেওঁ-লোকৰ মন যে কিমান কোঁচ খাই গৈছে, নিজে নিজে ভাবি চালেই পাব। এই বসু মহাশয় গৌৰীপুৰৰ ৰজাৰ তালৈকে অহা-যোৱা কৰি, ৰজাৰ প্ৰিয়পাত্ৰ হয় আৰু এই বুৰঞ্জী তেখেতৰ নামে উচৰ্গা কৰে।

## জাল ফলি

এই কিতাপৰ মতে ৰজাৰ পূৰ্ব্বপুৰুষ বঙালীহে। এই বুৰঞ্জী কৰাৰ লগে লগে প্ৰাচ্যবিদ্যা মহাৰ্ণৱ নগেন্দ্ৰ বাবুৰে সৌভাগ্য নে অসমীয়াৰে সৌভাগ্য কব নোৱাৰো দুখন তামৰ ফলিও বাহিৰ হয়। চাৰ এডোৱাৰ্ড গেইট্ এজন ক্ষমতাশালী ডাঙৰ ৰাজ কৰ্ম্মচাৰী। তেখেতে চালি-জাৰি য'ত যি ফলি, বুৰঞ্জী পালে, তাৰেই তেখেতৰ বুৰঞ্জী লিখিলে আৰু ক'তো বিচাৰি একো নাপালে; কিন্তু বসুবাবুৰে বুৰঞ্জী লেখাৰ সময়ত যপহ কৰে এখনকৈ নহয় দুখনকৈ তামৰ ফলি ওলাই পৰিল। এখন বোলে তেজপুৰত ওলায়; তাৰপৰা বোলে জনা যায় যে আদিমত্ত ৰজা বঙাল দেশৰ বল্লাল সেন ৰজাৰ সেনাপতি ইয়ালৈ আহি ৰাজ্য দখল কৰি কামৰূপৰ ৰজা হয়হি। মোৰ ঘৰ তেজপুৰতে; মই হু'লে তেজপুৰৰ ক'তনো কেনেকৈ এই ফলি ওলাল, ইয়াৰ ভং-সূত্ৰ একো নাপাওঁ

আৰু এই ফলিখননো এতিয়া ক'ত আছে তাকো নাজানো। দ্বিতীয় ফলিখন বোলে চিলট জিলাৰ নিধানপুৰত ওলায়। বাবু পদ্মনাথ বিদ্যাবিনোদে এই ফলি পাই পাঠ উদ্ধাৰ কৰে। এই ফলিৰ মতে ভাস্কৰবৰ্ম্মা নৰকৰ বংশৰ। এই ফলিত লেখা কথাই গেইট্ চাহাবৰ বুৰঞ্জীৰ দ্বিতীয় তাঙৰণতো ঠাই পালেগৈ আৰু আমি অসমীয়াই বৰ বহু-মূলীয়া গুপ্তবস্তু উদ্ধাৰ হ'ল বুলি কাকতে পত্ৰে খুব ঢোল কোবাইছো। কিন্তু ডাঙৰীয়া-সকল, এই ফলি দুখন যে জাল ফলি ইয়াত অকণো সংশয় নাই, ভাল প্ৰমাণ আছে কোন কোন সময়ত এই জাল ফলি তৈয়াৰ কৰাইছিল কোৱা টান। এই ফলি জাল কৰোঁতা সকলৰো উদ্দেশ্য কামৰূপ আৰু কামৰূপীয়াক অতি নিকৃষ্ট বুলি জগতৰ আগত প্ৰচাৰ কৰা।

আমাৰ পুৰণি বুৰঞ্জী উদ্ধাৰৰ কাম এই দৰেই হৈছে। আৰু এটা বৰ বেজাই কাম কৰা হৈছে, যে আমি আমাৰ ৰজাৰ সহায়ত যাৰ ঘৰত যি বহুমূলীয়া পুথি আছিল সেইবিলাক আনিলোঁ আৰু আনি কিছুমান হেৰুৱালো। তাৰ ভিতৰত বৰ্দ্ধমানৰ বুৰঞ্জী এখন। এইখন বুৰঞ্জীত অসমৰ বহুত পুৰণি তথ্য পোৱাৰ সম্ভৱ আছিল। আমি এইদৰে ইমানদূৰ বুৰঞ্জী উদ্ধাৰৰ কাম কৰি, এতিয়া কৰবাত কাহানিবা ফলি এখন ওলাই নে, কৰবাত কাহানিবা শিলা-টিলাৰ গাত কিবা লেখা ওলাই নে বা আকৌ কোনোবা খগেন্দ্ৰ বাবু, দেবেন্দ্ৰ বাবু দুই এজন ওলাই আমাক উদ্ধাৰ কৰেইবা তালৈ বাট চাই আছো!

## বুৰঞ্জীৰ সমল

ইয়াত প্ৰশ্ন উঠে যে, বুৰঞ্জী উদ্ধাৰৰ উপায় নো কি? ইয়াৰ উত্তৰ অতি সহজ—বহুত উপায় আছে। উপায়নো বোলো কেলেই—বুৰঞ্জীয়েই আছে। আগেয়ে ৭০০ বছৰৰ আগৰ বুৰঞ্জী নাই বুলি যে কৈ অহা হৈছে সেইটো সাধাৰণতঃ মানুহৰ যিটো ধাৰণা, সেইটোহে কোৱা হৈছে; আচলতে অসমৰ বুৰঞ্জী কত হাজাৰ বছৰৰে পৰা আছে! অসমৰ নিচিনা বুৰঞ্জী চহকী কোনো ঠাই যে আছে, ইয়েই সংশয়। ঋক, যজু, সাম, অথৰ্ব্ব—এই চাৰিবেদ, শতপথ মাধ্যান্দিন আদি কত ব্ৰাহ্মণ, দুখন উপনি-ষদ আৰু ইতিহাসৰ নামেৰেই মহাভাৰত, ৰামায়ণ; ইয়াৰ উপৰিও ওঠৰখন পুৰাণ ওঠৰখন উপপুৰাণ; আকৌ ইয়াৰ ওপৰতো হংসকাকী, ব্যাসাশ্ৰম, মণিচন্দ্ৰ ঘোষ, হৰ-গৌৰী-সম্বাদ, ব্ৰহ্মযামল, ৰুদ্ৰযামল, যোগিনী-তন্ত্ৰ, দীপিকাচ্ছন্দ। এইবিলাক কি? এই-বিলাকেই অসমৰ ভূগোল আৰু অসমৰ বুৰঞ্জী। অকল অসমৰ কথা লৈয়েই এইবিলাক শাস্ত্ৰৰ বেচিভাগ ভৰা—ই ধ্ৰুৱ সত্য, ইয়াত যেন কোনেও তিলেকো শঙ্কা নকৰে। মহা-ভাৰত, ৰামায়ণ আৰু পুৰাণবিলাক mythology অৰ্থাৎ সাধুকথাৰ পুথি বুলি উৰুৱাই দিয়াটোৱেই বৰ ডাঙৰ ভুল। এইবিলাক সাধু কথাৰ পুথি নহয়, বুৰঞ্জীয়েই; কেৱল ধৰ্ম্মৰ কথাৰে সানমিহলি। ধৰ্ম্মৰ কথাখিনি বাদ দিলেই ভূগোল আৰু বুৰঞ্জী দুয়োখন ওলাই পৰে। এইবিলাক অমূল্য কিতাপক সাধুকথাৰ পুথি বোলাৰ ১ম কাৰণ আৰাধ্য গোসাঁই গোসাঁনীৰে সম্পৰ্ক কৰি লেখা। আমাৰ অহম আৰু কোচ বুৰঞ্জীতো পাওঁ যে

খুনলুঙ খুনলাই স্বৰ্গৰপৰা সোণৰ জখলাৰে পৃথিৱীলৈ নামি আহিছিল, বিশ্বসিংহৰ বাপেক গদাশিৱ, তেনেহলে এই অহম বুৰঞ্জী আৰু কোচ বুৰঞ্জী সাধু কথাৰ পুথি হ'ল নে ? ২য় কাৰণ—এই পুথি লেখক কবিসকলৰ অলঙ্কাৰৰ প্ৰাচুৰ্য্য। কিন্তু অলপ গমি চালেই সেই অলঙ্কাৰ ছিঙি মূল কথাটি পোৱা টান নহয়। সূৰ্য্যবংশৰ আৰু চন্দ্ৰবংশৰ ৰজাসকলৰ আদি পুৰুষ সূৰ্য্যগ্ৰহ আৰু চন্দ্ৰ গ্ৰহক নধৰি, সূৰ্য্য আৰু চন্দ্ৰ নামৰ মানুহ দুজন বুলি ধৰিলেই লেঠা মৰে। আজিকালিয়ো এই নামৰ মানুহ বহুত আছে। যমুনা নৈৰ বাপেক সূৰ্য্য আৰু চন্দ্ৰভাগা নৈৰ বাপেক মহেন্দ্ৰ। কথাটো শুনাত সাধু যেনেই লাগে, কিন্তু কথা একেবাৰেই প্ৰকৃত। গোৱালপাৰাত শ্ৰীসূৰ্য্য নামৰ পৰ্ব্বত এটা আছে আৰু সেই খিনিতেই ব্ৰহ্মপুত্ৰৰপৰা যমুনা নৈ ওলাই গৈছে, সেই দেখিয়েই যমুনাৰ বাপেক সূৰ্য্য। সেইদৰে গাৰোপৰ্ব্বতৰ টিলা এটাৰ নাম মহেন্দ্ৰ আৰু তাৰেপৰা চন্দ্ৰভাগা নৈ ফাটি গৈছে, সেইদেখি চন্দ্ৰভাগা নৈৰ বাপেক মহেন্দ্ৰ। আজিকালি কবিসকলেও এনেবিলাক অলঙ্কাৰ দি কাব্য লেখে। ৩য় আৰু ঘাই কাৰণ—এই শাস্ত্ৰবিলাক নপঢ়ি স্বৰ্গ, পাতাল, সুৰ অসুৰ, দৈত্য-দানৱ আদি এই পৃথিৱীৰ বাহিৰৰ কোনো ঠাই আৰু প্ৰাণী বা কাল্পনিক ঠাই বা প্ৰাণী বুলি এটা কিবা ধাৰণা কৰা। এই শাস্ত্ৰবিলাক পঢ়িলে জনা যায় যে মৃত্যুৰ পিচত যি স্বৰ্গ পোৱাৰ কথা আছে, সেই স্বৰ্গহে কাল্পনিক। সুৰাসুৰসকলৰ যুদ্ধ বিগ্ৰহাদিৰ থলী আৰু বাসস্থলী স্বৰ্গ, মৰ্ত্ত্য, পাতাল এই পৃথিৱীৰেই এক এক অঞ্চলৰ নাম মাথোন, আৰু সুৰ-অসুৰ দৈত্য-দানৱ সকলো মানুহেই বেলেগ বেলেগ জাতি মাথোন। মানুহৰ স্বৰ্গ মৰ্ত্ত্য আৰু পাতালৰ ভুল ধাৰণাৰ নিমিত্তে স্কন্দ-পুৰাণে খেদ কৰিয়েই কয় যে যিবিলাক মানুহে বেদ স্মৃতি আৰু পুৰাণৰ কথা শুনিও ভূতল, পাতাল আৰু স্বৰ্গলোক চিনি নাপালে, সেইবিলাক মানুহ একেবাৰে বঞ্চিত হ'ল।

এই স্বৰ্গ আৰু পাতালৰ আৰু দেৱ-দানৱৰ ভুল ধাৰণা এৰি দিলে আৰু কবিসকলৰ লেখাৰ অলঙ্কাৰবিলাক ছিঙি ললে এই শাস্ত্ৰবিলাকৰপৰা বুৰঞ্জী উলিওৱা নিচেই সহজেই হব ; কিন্তু বুৰঞ্জীৰ আগেয়ে ভূগোলখনৰ হে বেছি আৱশ্যক। ভূগোল ঠিক নহলে, বুৰঞ্জী লেখিবলৈ আগবঢ়া, খুটা নোহোৱাকৈ চাঙ পাতিবলৈ ধৰাৰ নিচিনাহে। অনন্ত-কাল চেষ্টা কৰি থাকিলেও সেই চাঙ নহব, বৃথা পৰিশ্ৰমেইহে সাৰ হব।

দেৱতা-দানৱৰ আৰু স্বৰ্গ-পাতালৰ ভুল ধাৰণাটো এৰি দিলে এই শাস্ত্ৰবিলাকৰ-পৰা পোৱা যায় যে অসভ্য জঙ্গলি মানুহৰ বাসভূমিৰ আখ্যা পোৱা এই জুকলা অসমৰ নাম, এসময়ত কামৰূপ নাম পোৱাৰ আগেয়ে আছিল স্বৰ্গ বা ত্ৰিদিব বা নাকপৃষ্ঠ বা সুমেৰু। এই সুমেৰুৰে নাম যোগিনীতন্ত্ৰত সৌমাৰ। এয়ে ব্ৰহ্মা বিষ্ণু মহেশ্বৰ, ইন্দ্ৰ আদি সুৰ, আৰু বলি বাণ, ভীষ্মক আদি অসুৰসকলৰ বাসভূমি আৰু যুদ্ধ বিগ্ৰহাদিৰ লীলাক্ষেত্ৰ। ইয়াৰে মণিদ্বীপ বোলা এক অংশ, যাৰ নাম আজিকালি গুৱাহাটী, কিছুদিনৰ নিমিত্তে প্ৰাগজ্যোতিষেশ্বৰ নৰকে অধিকাৰ কৰিছিল, সেই দেখি গুৱাহাটীক প্ৰাগ্‌জ্যোতিষ বোলে। আচলতে কিৰাত বাসস্থান প্ৰাগ্‌জ্যোতিষপুৰ মৈমনসিংহ জিলাৰ ফালেহে। ব্ৰহ্মপুত্ৰ আগেয়ে অহম ৰজাৰ দিনলৈকে মাজুলীৰ দক্ষিণফালে নবৈছিল, দিহিং নৈহে মাজুলীৰ দক্ষিণ ফালে বৈছিল, ব্ৰহ্মপুত্ৰ মাজুলীৰ উত্তৰে খেৰকটীয়া সুঁতিয়েদি বৈছিল।

খেৰকটীয়া সুঁতিৰ আচল নাম খেৰসুঁতী বা স্বৰস্বতী আৰু দিহিঙৰ নাম দৃষদ্বতী। এই স্বৰস্বতী আৰু দৃষদ্বতীৰ মাজত ব্ৰহ্মাবৰ্ত্ত যাক আজিকালি মাজুলী বোলে। শঙ্কৰ দামোদৰ আদি গুৰুসকলৰ দিনলৈকে আগৰ ঠাইবিলাক ভাল জনা আছিল ; সেই দেখিয়েই মাজুলী গোসাঁইসকলৰ বাসভূমি হৈছে। দৃষদ্বতীৰ আৰু এটা নাম অশ্মদ্বতী। অশ্মদ্বতীৰ সেওঁৰৰ ফালে অশ্ম নগৰ বা মুংৰিমুংখাং, যি ঠাইত অহমসকলৰ পূৰ্ব্বৰ ৰাজ্য আছিল। এই অশ্ম নগৰৰপৰা অহা দেখিয়েই ইবিলাকৰ নাম অশ্ম বা অশম বা অহম। পৰশু-কুণ্ড বা ব্ৰহ্মকুণ্ডৰ স্থিতিস্থান শদিয়াই হৈছে ব্ৰহ্মলোক ; তাতে ব্ৰহ্মাৰ নাতিয়েকে কুণ্ডিল নগৰ কৰে।

## স্বৰ্গ

এই জুৰুলা অসমৰ নাম অকল হিন্দু শাস্ত্ৰ মতেইহে যে স্বৰ্গ আছিল এনেটো যেন কোনেও নাভাবে। গোটেই পৃথিৱীৰ ভূগোলৰ মতেই স্বৰ্গ। গ্ৰীক ভৌগলিক টলেমিয়ে ২য় খ্ৰীষ্টাব্দত পৃথিৱীৰ ভূগোল এখন লেখে। সেই ভূগোলৰ মতে এতিয়াৰ অসমৰ ঠাই ডোখৰৰ নাম স্বেৰিক্। স্বৰ্গ শব্দৰ উচ্চাৰণেই যে গ্ৰীক মতে স্বেৰিক্, ইয়াত সন্দেহ কৰিব নালাগে, কিয়নো তেখেতৰ মেপখনত আকৌ সেই ঠাইৰে নাম দিছে দেৱবাস। দেৱবাস বুলিলেই যে স্বৰ্গ ইয়াত আৰু কিহৰ সংশয় ? টলেমিয়ে এই স্বেৰিকৰ নৈ, পৰ্ব্বত, উৎপন্ন বস্তু আদিৰ বিৱৰণো দিছে ; এই বিৱৰণৰ পৰাই অতি উত্তমৰূপে জনা যায় যে তেখেতে স্বৰ্গকে স্বেৰিক্ কৈছে। ইংৰাজ পণ্ডিতসকলৰ কেৱাজনেও অসমৰ নামেই স্বেৰিক্ বুলি মত প্ৰকাশ কৰিছে আৰু অসমলৈ অহা দুই এজন পণ্ডিতে টলেমিৰ মেপৰ দেৱবাস অসমেই যে এই মতো প্ৰকাশ কৰিছে ; কিন্তু কোনো কোনো পণ্ডিতৰ মনত অসম যে অসভ্য মুলুক এই ভাবটো ইমান দকৈ সোমাইছে যে তেওঁলোকে সেইসকলৰ কথা নপতিয়ায় আৰু টলেমিৰ বিৱৰণ মতে স্বেৰিকত পাট, মুগাসূতা উৎপন্ন হোৱাৰ কথাটো দেখি, স্বেৰিক চীন দেশত বুলি মত প্ৰকাশ কৰে। অসমতো যে পাট মুগা উৎপন্ন হয়, তেখেতসকলে নাজানে। এই বিষয়ে এই বক্তাৰ "A strange mistake of geographers" নামৰ খুদ কিতাপত ভালকৈ দেখুওৱা হৈছে।

অসমৰ নাম যে নামতহে স্বৰ্গ, এইটোও যেন কোনেও নাভাবে। স্বৰ্গ বুলিলে যি গুণ গৰিমাৰ ভাবটো মনলৈ আহে, সেই গুণ-গৰিমাৰ অধিকাৰীও আছিল। কি প্ৰাকৃতিক বিষয়ে, কি শৌৰ্য্যে, কি বীৰ্য্যে, কি ধনে, কি দৌলতে, কি জ্ঞানে, কি বুদ্ধিয়ে সকলো পিনেই ভাৰতৰ নহয়, গোটেই পৃথিৱীৰেই শীৰ্ষস্থানীয় আছিল। পূৰ্ব্বে যেতিয়া সমুদ্ৰ দক্ষিণে কাছাৰলৈকে আৰু পশ্চিমে দিনাজপুৰৰ আধালৈকে আছিল আৰু কৰতোৱা নৈও প্ৰায় সমুদ্ৰৰ নিচিনা বহল আছিল, তেতিয়া প্ৰাকৃতিক গুণত আৰু সৌন্দৰ্য্যত অসমৰ নিচিনা বিতোপনীয়া আৰু বিনন্দীয়া ঠাই জগততেই যে নাছিল, সেইটো সহজে অনুভূত হয়। ধন ঐশ্বৰ্য্যও কেনে আছিল, এইটো সিদিনা এই মাথোন ৭০০ বছৰৰ আগেয়ে বখতিয়াৰ খিলিজিয়ে হাজো দেৱালয়ত যি সোণৰ মূৰ্ত্তি পাইছিল তাৰেই পৰা অনুভৱ

কৰিব পাৰি। সেই সোণৰ মূৰ্ত্তিখনৰ ওজন ১০০০ মোনৰ কম নাছিল বোলে। এই কথা ফোপদাং বুলিবলৈকো হিন্দুৰ পুথিত পোৱা কথা নহয়; মুছলমানসকলৰ বুৰঞ্জীত লেখা কথাতে। বীৰ্য্য আৰু সভ্যতাৰ পাকেও এই সৌমাৰবে বা সুমেৰুৱে এদলে, খ্ৰীষ্ট জন্মৰ ৪০০০ বছৰৰ আগেয়েই ইউৰোপৰ বেবিলনত সুমেৰীয়ান ৰাজ্য পাতিছিল আৰু সুমেৰীয়া সভ্যতাৰ উদাহৰণ দেখুৱাইছিল গৈ, গোৱালপাৰাৰ ফালৰপৰা অসুৰ-সকলৰ এদলে খৃষ্ট-জন্মৰ ২০০০ বছৰৰ আগেয়েই ইউৰোপত অসুৰীয়া ৰাজ্য পাতি, এছিয়া মাইনৰ আৰু দক্ষিণ ইউৰোপ তেওঁলোকৰ প্ৰভাৱেৰে ব্যাপি পেলাইছিল গৈ। খ্ৰীষ্টপূৰ্ব্ব ৬৭১ শতাব্দীৰ গ্ৰীক কবি আলকমেনৰ লেখাৰপৰা জনা যায়, সেই কালৰ মানুহ এই স্বৰ্গলৈ তীৰ্থ কৰিবলৈকো আহিছিল। মান দেশৰ বুৰঞ্জীত পোৱা যায়, ভাৰতবৰ্ষৰপৰা গৈ কেৱাজনো ৰজাই তাত ৰাজভোগ কৰিছিলগৈ, আৰু মুছলমান বুৰঞ্জীত পোৱা যায় যে বঙ্গদেশৰ লক্ষ্মাৱতী নগৰ আমাৰ শঙ্কল নামৰ কোচ ৰজা এজনেহে পাতিছিলগৈ। ৰাজপুতনাৰ কৰতলীয়া ৰজাসকলৰ কাৰো কাৰো পূৰ্ব্বপুৰুষৰ নামত আহম ৰজাসকলৰ নিচিনা ফা শব্দটো পোৱা যায়। এইটোও অনুসন্ধান কৰিব লগীয়া কথাই।

এই অসমৰ ভিতৰতে পাতাল আৰু ভূতলৰো একোছোৱা পৰে। নগা পৰ্ব্বতেই পাতালৰ নাগলোক, মণিপুৰেই মণিপুৰ, নগাওঁ জিলাৰ যমুনামুখেই প্ৰকৃত প্ৰয়াগ আৰু টিং মৌজায়েই অযোধ্যা। বহুত অসমীয়া বামুণৰ পূৰ্ব্বপুৰুষসকল কনৌ-জীয়া বুলি কয়; শঙ্কৰগুৰু আৰু দামোদৰ গুৰুৰ পূৰ্ব্বপুৰুষো কনৌজীয়া; বঙ্গদেশৰ ৰজা আদিশূৰেও বামুণ কনৌজৰপৰা নিছিল। সেই কনৌজ আজিকালি ইউনাইটেড্ ষ্টেটত যি ঠাই কনৌজ নামে প্ৰসিদ্ধ, সি নহয়, তাত অসমৰ নিচিনা যজুৰ্ব্বেদী বামুণ নায়েই হ'বলা। সেই কনৌজ এই জুৰুলি অসমৰ নগাঁও জিলাতহে। নগাঁৱৰ কন্দলি পৰ্ব্বতেই আমাৰ পুৰণি মাধৱ কন্দলি আদি কবিসকলৰ বাসভূমি কনৌজৰ চিন ৰাখি আছে। পৰম শ্ৰদ্ধাস্পদ স্বৰ্গীয় ৰায় গুণাভিৰাম বৰুৱা বাহাদুৰৰ বুৰঞ্জীত পোৱা যায় যে নগাঁও আৰু গোলাঘাটৰ মাজতে মগধ ৰাজ্য, নগাঁৱৰ চপানলাই হংসধ্বজৰ ৰাজ্য। আজি-কালিৰ বিদেশী পণ্ডিতসকলে এইবিলাক ঠাই ইয়াত নহয় বুলি অসমৰ বাহিৰৰ আন আন ঠাই দেখুৱায়। আচলতে ৰায়বাহাদুৰ ডাঙৰীয়াৰ কথাহে সঁচা। ঠাইবিলাকৰ কথা আৰু বেছি কোৱাৰ আৱশ্যক নকৰে আৰু মই নিজেও সকলোবিলাক নাজানো; কিন্তু এইটো নিশ্চয় কৰি জানিব, ধনিষ্ঠামানো শঙ্কা নকৰিব, মোক বাতুল বুলিও নাভাবিব, যি কাশী, গঙ্গা, গয়া মথুৰা বৃন্দাবন আদি প্ৰসিদ্ধ তীৰ্থবিলাক সকলোবিলাকেই কামৰূপতে। আজিকালি সেই বিখ্যাত কামৰূপৰ বাহিৰৰ তীৰ্থবিলাক নকলহে। কামৰূপৰ প্ৰসিদ্ধ ঠাইবিলাকৰ প্ৰকৃত স্থিতি নিৰূপণ কৰাটো, যত্ন কৰিলে অতি সহজেই হৈ যাব। কাম-ৰূপৰ পশ্চিমে ঢাকা জিলাৰপৰা, পূবে ব্ৰহ্মকুণ্ডৰ অশম নগৰলৈকে, আগৰ পুৰণি দেৱালয়ৰ ধ্বংস, নগৰ আৰু পুখুৰী আদিৰ চিন মোকাম এতিয়ালৈকে ইমান আছে যে পুথি আৰু চিন এই দুটি বিজাই গ'লে সহজেই স্থিতিৰ নিৰূপণ হৈ যাব। আৰু এটা সুবিধা আছে যে শঙ্কৰ দামোদৰ আদি গুৰুসকলে আগৰ প্ৰসিদ্ধ প্ৰসিদ্ধ ঠাইবিলাকতে

গত্রবিলাক থাপি গৈছে। এই গত্রবিলাকৰ পৰাও বহুত সহায় পোৱা যায়। ৰজা-বিলাকৰ বংশাৱলী পুৰাণবিলাকত আছেই। কাজেই মোৰ বিশ্বাস, অসমৰ পুৰণি ভূগোল আৰু বুৰঞ্জী উদ্ধাৰৰ কাম অতি সহজেই হৈ যাব।

## পৰত আশ বনত বাস

লোকে উদ্ধাৰ নকৰে, যিমান পাৰে তললৈহে নিব। নিজে নিজে কামত লাগি যাওক। এই নিংকিনৰ জীৱনৰ আজৰীয়া সময়ৰ বেচিভাগেই এই কামতেই গৈছে আৰু ঈশ্বৰৰ কৃপাত বুৰঞ্জী উদ্ধাৰৰ বাটত যিবিলাক দুৰ্ভেদ্য গড় আছিল, সেই-বিলাক ভঙা হৈছে। আৰু এই বিষয়ে "পুৰণি আসামত ভুমুকি", "পুৰণি অসম ভুমুকিৰ যোৰা" "Atreatise ascertaining the correct sites of places as mentioned in the Ramayan" আৰু "A strange mistake of geographers" নামৰ প্ৰবন্ধ আৰু ক্ষুদ্ৰ কিতাপত দেখুৱা হৈছে। এতিয়া আপোনাসকলে সেই প্ৰবন্ধ আৰু কিতাপত লেখা কথাবিলাকৰ পৰীক্ষা কৰক নাথোন। আটাইকেইটা প্ৰবন্ধ আৰু কিতাপ পৰীক্ষা কৰিবলৈ অৱশ্যে বহুত সময় লাগিব আৰু প্ৰথমতে তিমান উৎসাহো নহব, কিন্তু "A treatise ascertaining the correct sites of places as mentioned in the Ramayan" বোলা কিতাপখনৰ পৰীক্ষা অলপ সময়তে হৈ যাব। ৰামায়ণখন বৰ ডাঙৰ পুথি নহয়। দিনে দুঘণ্টা কৰি লাগিলে ১০।১২ দিনে কিতাপখন পঢ়া আৰু Treatise খনৰ পৰীক্ষা হৈ যাব। ৰামায়ণ গোটেইখন নপঢ়ি, কেৱল Treatise খনৰ পৰীক্ষাৰ নিমিত্তে আৱশ্যকীয় খিনি পঢ়িলেতো, এদিন ৭।৮ ঘণ্টা খাটিলেই হৈ যাব। ৰামায়ণ মতে ঠাই থিৰ কৰাৰ এটা বৰ সুবিধা—তাত কোন ঠাই কোন ঠাইৰ কোন পিনে, কিমান দূৰৈ, কোন নৈ কোন মুৱা, এইবিলাক আৱশ্যকীয় কথা এনে খোলোচাকৈ লেখা আছে, যে তাৰ মতভেদ হোৱাৰ কাৰণেই নাথাকে। এই কিতাপৰ কথা সাব্যস্ত যেন পালে, সিকেখন পৰীক্ষা কৰিবলৈকো উৎসাহ হব। তেতিয়া বেদ পুৰাণাদিৰ সহায়েৰে বুৰঞ্জী উদ্ধাৰৰ কামত লাগিলে সহজেই কাম হৈ যাব। বেদ পুৰাণৰ বাহিৰেও ভাৰতবৰ্ষলৈ নহা বা পোনে পোনে অসমলৈ অহা ইউৰোপীয় আৰু আমেৰিকাৰ পণ্ডিতসকলৰ কিতাপৰ পৰাও বহুত সহায় পোৱা যাব। আমাৰ মুছলমানসকলৰ বুৰঞ্জীতো বহুত উপাদান পোৱা যাব। দেউতাসকল, যি সৌমাৰীয়াই বেবিলনত সুমেৰীয়া ৰাজ্য আৰু সভ্যতা, যি অসুৰে গোটেই দক্ষিণ ইউৰোপত অসুৰীয়া ৰাজ্য আৰু সভ্যতা থাপিছিলগৈ, সেই সুৰাসুৰৰ সন্ততি হৈ কূটবুদ্ধীয়া মানুহবিলাকে গোটাই জগতকেই মিছা কথাৰে আমাক খেচৰো খেচ বুলি বুজোৱাত, আপোনাসকলৰ হিয়া বিদৰি নাযায়নে? মই কাতৰ কৰিছো, আৰু বেলি নকৰিব, কামত লাগি যাওক, ঈশ্বৰে অতি সহজেই মনৰ কামনা পূৰ্ণ কৰিব।

# পঞ্চম অধিৱেশনৰ সভাপতিৰ অভিভাষণ

শিৱসাগৰ, ২৮ ডিচেম্বৰ ১৯৩১

## সোণাৰাম চৌধুৰী

আদৰণী সভাৰ সভাপতি, স্বদেশবাসী, ভদ্ৰমহোদয় আৰু মাননীয়া মহিলাসকল,

আপোনালোকে কি গুণ দেখি এই কণ্‌গ্ন নিঃকিনক আপোনালোকৰ বুৰঞ্জী শাখাৰ সভাপতি পাতিছে কব নোৱাৰোঁ। সেইখিনি আপোনালোকৰ এই নিমাখিতলৈ মৰম বুলি ধৰি শলাগ নোলোৱাকৈ থাকিব নোৱাৰিলোঁ। কিন্তু মই হলে কোনো প্ৰকাৰে সেই সন্মানৰ যোগ্য নহওঁ। বোধ হয়, আপোনাসকলে শুনিছে, কামৰূপৰ ফালে ডাঙৰ উৎসৱ বা বিয়াই-সবাহে ওজা-পালি মতা দস্তুৰ আছে। ওজাজনে পাগ-জেনা পিন্ধি চাৰিজন পালিৰে সৈতে সেইবোৰ উৎসৱত পুথিৰ কোনো উপাখ্যান লৈ তাল-লয় লগাই পদ গায়। তাৰ লগতে নাচ-বাগ কৰি দৰ্শক বা শ্ৰোতাসকলক দেখুৱায়। যদি ওজাজন দেখনে-শুৱনে সুশ্ৰী, সুন্দৰ বক্তা, গীতে-পদে-ৰাগে চতুৰ, নাচন-বাগনতো পাকৈত হয়, তেনেহলে তেওঁক সকলো প্ৰজাই আগুৰি ধৰি চায় আৰু আগ্ৰহেৰে সৈতে তেওঁৰ গীত-পদ শুনে; কিন্তু যদিহে সেই মানুহজন কুশ্ৰী, লেৰেলা, শুকান-উৰান, কথা-বতৰাত বা গীত-পদ গোৱাত মাত নোলোৱা, নাচন-বাগনতো তথৈবচ, তেনেহলে তেওঁক কোনেও ভাল নাপায়; তেওঁ গোৱা পদ-বাগতো ৰস নাপাই কেৰেঁ নোচোৱাত পৰে। মোক আপোনালোকে এই দ্বিতীয় শ্ৰেণীতে পেলাব পাৰে, কিন্তু মোৰ হলে পালি বা নাচন-বাগন একো নাই। গতিকে অনুষ্ঠানৰ বিভিন্নতাৰ লগে লগে আমাক তৃতীয় শ্ৰেণীত বা নিচেই হীন থাপত থলেও মই বেয়া নাপাওঁ।

মোৰ স্বদেশবাসীসকল, আজিৰ এই মহদনুষ্ঠানত এই অভাজনে কিবাৰূপে আপোনালোকক কিবা নতুন কথা শুনাই, কথাৰ ৰসত তিয়াই আপোনালোকৰ মনোৰঞ্জন কৰিব পাৰিম, এনে আশা মোৰ পক্ষে পৰ্ব্বতত কাছ-কণী বিচৰাৰ দৰে। কিন্তু আপোনা-লোকৰ মত কি কব নোৱাৰো। মই কোনো নতুন তত্ত্ব, নতুন তথ্য লৈ আপোনালোকৰ ওচৰলৈ আহিম, আৰু সেইবোৰকে আপোনালোকৰ আগত দাঙি ধৰিম, এনে মোৰ কোনো সামৰ্থ্য নাই। আপোনালোকক কোনো উপদেশ দিবৰো মই যোগ্য নহওঁ। মোৰ জীৱনৰ আগৰ কালডোখৰ অফিচৰ হেচাত পৰি থাকোঁতেই গ'ল। এতিয়া যে মোৰ বুৰঞ্জীত কিবা অভিজ্ঞতা হৈছে বা আছে, তাকো বুলিব নোৱাৰো। মাজে-সময়ে মনৰ আগ্ৰহত অ'ৰ-ত'ৰ দুই চাৰি কথা সংগ্ৰহ কৰি, জোৰা-ফোন্দা দি দুই এটা আধা-ডুখৰীয়া প্ৰবন্ধ লিখো, তাত মোৰ স্বতন্ত্ৰীয়া বিদ্যা-বুদ্ধি একেবাৰেই নাই বুলিলেই হয়। দেশত

আজি-কালি বিদ্যা-বুদ্ধিৰে কত গুণী অভিজ্ঞ পুৰুষ হৈছে, সেইসকল থকাতো যে এই অভাজনলৈ আহ্বান পৰিল, সেই আহ্বান দেশৰ ডাক বুলিয়ে মানি শিৰত তুলি ললো। সেইবোৰ যি হওক বহুদিনৰপৰা আমাৰ স্বৰ্গী মহাৰাজসকলৰ ৰাজধানী এই ৰংপুৰ বা শিৱসাগৰখন চাবলৈ মোৰ বৰ হেপাহ আছিল, কিন্তু শাৰীৰিক নানা আঁসোৱাহৰ বাবে সেই আশা ফলৱতী হৈ নুঠিছিল। এইবাৰ সভাপতি নহলেও দৰ্শক হিচাপে শ্ৰদ্ধাস্পদ বেজবৰুৱা ডাঙৰীয়াৰ নিজ জন্মভূমিত তেখেতৰ সাহিত্য-প্ৰতিভাৰ সম্বৰ্দ্ধনা চাবলৈ বুলি উৰুলীকৃত হৈ আছিলো। তাতে আপোনালোকৰ আহ্বান পৰিল। সেই আহ্বানে যদিও মূৰটো অলপ তপতাই গাটোৰ জেঙা বঢ়ালে তথাপি এনে সুবৰ্ণ সুযোগ এৰিবলৈ মন নগ'ল। সেইহে "আইৰো বাৰ্ত্তা, গঙ্গাৰো যাত্ৰা।"

আপোনালোকে যেতিয়া এই মহা যজ্ঞত এই অযোগ্যক পুৰোহিত বৰণ কৰি উচচ আসনত বহুৱাই দিলে, তেতিয়া মুখৰ ভিতৰতে গুনাই নুগুনাই মন্ত্ৰই বোলক বা কথাই বোলক, মাতি যাম। মোক আপোনাসকলৰ শলাগ নালাগে, হাত-চাপৰি নালাগে—লাগে কেৱল অনুভূতি, লাগে কেৱল কাৰ্য্য। কাৰ্য্যত নেদেখাই কিছুমান হাই-উৰুমি কৰি কোৰাল পাতি দেশৰ কাম কৰিবলৈ যোৱাটো অনৰ্থক আড়ম্বৰ মাত্ৰ। সেইবোৰ আমাৰ বুঢ়া চকুত ভাল নালাগে।

## প্ৰাচীন ভাৰতত কামৰূপৰ স্থান

ভাৰতৰ ভিতৰত প্ৰাচীন সভ্যতাৰ ইতিহাসত আমাৰ দেশ অতি উচচ আৰু গৌৰৱময়। ইয়াৰ প্ৰাচীন নাম প্ৰাগজ্যোতিষ ( Light of the East )। ই অমূৰ্ত্ত ৰজাৰ ৰাজধানী ধৰ্ম্মাৰণ্যৰ কাষত (ৰামায়ণ বালকাণ্ড)। ইয়াতে প্ৰজাপতি ব্ৰহ্মাই প্ৰথম নক্ষত্ৰ সৃষ্টি কৰাৰ কাৰণে এই নাম হয় (কা. পু )। ইয়াৰ পৰাই স্পষ্ট বুজিব পাৰি, আমাৰ দেশ কিমান প্ৰাচীন আৰু জ্যোতিষ শাস্ত্ৰত কিমান উন্নত আছিল। এনেকুৱা উদাহৰণ দিবলৈ ভাৰতৰ কোনো প্ৰদেশ আছে নে? ইয়াত মহাযোগী মহাদেৱে সতীক হেৰুৱাই মহাযোগত বহিছিলহি। ইয়াত শিৱৰ নেত্ৰ-বহ্নিত কামদেৱ ভস্ম হয়, আৰু ইয়াতে ৰতিৰ তপস্যাত কামদেৱে নতুন ৰূপ পায়। সেই দেখি ইয়াৰ নাম কামৰূপ হয়। এই কথাই আমাৰ দেশত মৰা মানুহো জীয়ে, এনে প্ৰমাণ নিদিয়ে নে? এই দেশ অতি পৱিত্ৰ বুলি মহাদেৱে তেওঁৰ প্ৰিয়পুত্ৰ কাৰ্ত্তিকক দিবৰ নিমিত্তে গুপ্তকৈ ৰাখিছিল, পিছত বিষ্ণুৱে মহাদেৱক খুজি তেওঁৰ পুত্ৰ নৰকক দিয়ে (কা. পু.)। এই কামৰূপ লৈয়ে কালিকা পুৰাণ। এনেকৈ এখন প্ৰদেশ লৈ ক'ত কেইখন পুৰাণ হৈছে? প্ৰাচীন যুগত ই দেৱতা সকলৰ লীলাভূমি আছিল। এই দেশ ব্ৰহ্মা, বিষ্ণু, শিৱ, ইন্দ্ৰ, কৃষ্ণ, নাৰদ আদিৰ পদধূলিৰে পৱিত্ৰ। ইয়ালৈ উমা, কালী, শচী, উৰ্ব্বশী আদি অনেক দেৱকন্যা আৰু অপসৰা আহি ক্ৰীড়া কৰা কথাও পুৰাণে উক্তি কৰে। ইয়াতে সতীৰ মহাপীঠ দশমহাবিদ্যাৰে সৈতে বিৰাজিত থকাত ই বাস্তৱিকে এখন প্ৰধান দেৱী-ক্ষেত্ৰ। ইয়াক ঋষি-ক্ষেত্ৰও বুলিব পাৰি। ইয়াতে মাৰ্কণ্ডেয়, বশিষ্ঠ, উৰ্ব্ব, গালৱ, চাৱন, কপিল আদিৰ তপশ্চৰণৰ স্থল আৰু আশ্ৰম। ই প্ৰকৃতিৰ কাম্যকানন; নানা ফল ফুলে

বঞ্জিত ; নানাবিধ পক্ষীৰ কাকলিৰে মুখৰিত দ্বিতীয় স্বৰ্গপুৰী। ইয়াতে বৈদিক স্তোত্ৰ আদিও ৰচিত হোৱা অসম্ভৱ নহয়। ইয়াত কীৰ্ত্তিমন্ত ৰজাসকলৰ দিনত মহা মহা যজ্ঞৰ অনুষ্ঠান হৈছিল। স্মৃতি, শ্ৰুতি, ৰামায়ণ, মহাভাৰত, পুৰাণ, তন্ত্ৰ আদিত ইয়াৰ উল্লেখ আছে। কালিকা পুৰাণ আৰু যোগিণী-তন্ত্ৰত ইয়াৰ মাহাত্ম্য বিশেষকৈ দিয়া আছে। তন্ত্ৰ-চূড়ামণিতো এই দেশৰ যথেষ্ট প্ৰশংসা। বৃহদ্ধৰ্ম্ম পুৰাণত লিখা আছে, এই দেশ কাশীৰ দৰে পৃথিৱীৰ বাহিৰ অৰ্থাৎ পৱিত্ৰতাত পৃথিৱীতকৈও উচ্চতৰ। এই দেশ অসংখ্য পৱিত্ৰ তীৰ্থেৰে ভৰা। ইয়াৰ তৃণ, তৰু, লতা, জল, স্থল, নৈ, পৰ্ব্বত সকলো পৱিত্ৰ। এই দেশত যিবিলাক মানুহৰ জন্ম, সিবিলাক দেৱতুল্য ; সিবিলাকৰ ভাগ্যৰ সীমা নাই। ভাৰতৰ ভিতৰত যিমানবিলাক পৱিত্ৰ তীৰ্থক্ষেত্ৰ আছে, পৱিত্ৰ জনপদ, নদ-নদী আছে সকলোবিলাকৰ ফল এই দেশৰ ভিতৰতে পায়। এই পৱিত্ৰ, উৰ্ব্বৰা, শস্যশ্যামলা দেশখনিৰ যোগিনী-তন্ত্ৰে যি সীমা নিৰ্দ্দেশ কৰি দিছে সি এই—ইয়াৰ পূবে দিকৰবাসিনী (দিকৰং) নৈ, পশ্চিমে কৰতোৱা, উত্তৰে গিৰিকণ্যকা নামে হিমালয়ৰ পৰ্ব্বত শ্ৰেণী, দক্ষিণে ব্ৰহ্মপুত্ৰ আৰু লাক্ষা নদীৰ সঙ্গম। এই দেশৰ পূৰ্ব্বৰ মানুহবিলাক ভব্য ডাঙৰ আছিল দেখি, তেওঁলোক বৈদিক ব্ৰাহ্মণ প্ৰাধান্য যুগত দৈত্য, দানৱ, অসুৰ আদি নামত অভিহিত হৈছিল। তেওঁলোকক অনাৰ্য্য বুলি আমাৰ মনে নধৰে। তেওঁলোক যে সুমেৰীয় বা ইৰাণিক প্ৰাচীন আৰ্য্যৰ বতি-বংশ তাত কোনো সন্দেহ নাই। তেওঁলোকেই আৰ্য্য-স্ৰোত, আৰ্য্য সভ্যতা প্ৰাগ্‌বৈদিক যুগতে আমাৰ দেশলৈ অনা সম্ভৱ। এই সুমেৰিয় বা ইৰাণিক আৰ্য্যসকলক, পৰৱৰ্ত্তী অহা বৈদিক আৰ্য্যসকলে সকলো বৈদিক ক্ৰিয়া-কাণ্ডৰপৰা পৃথক দেখি, দৈত্য, দানৱ, অসুৰ আদি নাম দিয়ে বুলি ধৰিব পাৰি। এই দানৱ-অসুৰবিলাক মহা মহা পৰাক্ৰমী ৰজা আছিল বুলি প্ৰাচীন শাস্ত্ৰ-বিলাকেই প্ৰমাণ দিয়ে।

## সৌমাৰ খণ্ড

এই প্ৰাচীন কামৰূপৰ চাৰিটা পীঠ বা ভাগ— কামপীঠ, ৰত্নপীঠ, স্বৰ্ণপীঠ আৰু সৌমাৰপীঠ। এই শেষোক্ত সৌমাৰপীঠতে আজি আপোনালোকৰ মহাযজ্ঞৰ অনুষ্ঠান। এই পৱিত্ৰ সৌমাৰপীঠ ভৈৰবী বা ভৰলীৰপৰা পূবে দিকৰবাসিনী (দিকৰং) নৈলৈকে বিস্তৃত। ইয়াৰ ভিতৰতে প্ৰসিদ্ধ দিক্ষু (দিখৌ) নদী যাৰ তীৰৰপৰা অলপ দূৰৈত পৱিত্ৰ শিৱ আৰু বিষ্ণুৰ দৌল শোভিত আজিৰ এই শিৱসাগৰ। এই নৈৰ ওচৰতে মহামুনি বশিষ্ঠে আশ্ৰম পাতি যজ্ঞৰ নিমিত্তে পুৰশ্চৰণ কৰিছিল। এই পীঠৰ ভিতৰতে মহাক্ষেত্ৰ কণ্যাশ্ৰম, য'ত ৰুদ্ৰপদ এতিয়াও বিৰাজিত। ইয়াতে একাম্ৰ-ক্ষেত্ৰত নাগাক্ষশঙ্কৰ বিদ্যমান। ইয়াৰ কাশীৰ দৰে পৱিত্ৰ মানস ক্ষেত্ৰত বিশ্বেশ্বৰ (বিশ্বনাথ?)। এই খণ্ডতে নাটকাৰণ্য, চম্পকাৰণ্য ; দক্ষিণে মহাফলা পিচ্ছিলা (পিছলা) নদী। ইয়াৰ পূবে স্বৰ্ণদী আৰু দিকৰবাসিনী। ইয়াৰ বায়ুকোণত নীলপীঠ আৰু কামেশ্বৰী দেৱী। ইয়াতে পাৰিজাত মহাক্ষেত্ৰত আদিত্য-শঙ্কৰ, কৌষেয়পুৰ ক্ষেত্ৰ, চামৰকণ্টক আৰু গৌতমাৰণ্য। এই পীঠৰ পূবে শৌৰশিলাৰণ্য, পশ্চিমে শুভঙ্কৰী স্বৰ্ণদী, দক্ষিণে

ব্ৰহ্মযুগ আৰু উত্তৰে মানস সৰোবৰ। ইমানখিনি ঠাই জুৰি সৌমাৰপীঠ। যোগিনী-তন্ত্ৰৰ আন এঠাইত লিখিছে—বিহগাচলৰ (চৰাইদেও) পৰা কৰতোয়ালৈকে আঠ কোণীয়া ঠাইখনেই সৌমাৰপীঠ। ইবোৰ যি নহওক, এই পীঠতে প্ৰসিদ্ধ কুণ্ডিলপানীৰ ওচৰত ভীষ্মক নগৰ, পৃথুনগৰ আদিৰ ভগ্নাৱশেষ আজিও বৰ্ত্তমান। ইয়াতে বাণৰজাৰ শোণিতপুৰ, হংসধ্বজৰ চম্পাৱতী, ঘটোৎকচৰ হিড়িম্বাপুৰ, ৰামচন্দ্ৰ, হৰবিন্দ আদি ৰজাৰ ৰত্নপুৰ, আৰিমত্ত, জোঙালবলহু আদিৰ ৰাজধানী আছিল। এই খণ্ডৰ ভিতৰতে সেইবোৰ নগৰৰ ভগ্নাৱশেষ ঠাই বুজি আছে। ইয়াতে চিচিৰ ধ্বংসাৱশেষ, বামুণীপাহাৰৰ ধ্বংসাৱশেষ, পৰ্ব্বতীয়া ভালুকপুং, প্ৰতাপগড় আদিৰ ধ্বংসাৱশেষো আছে। এই খণ্ডতে চুটিয়া আৰু কছাৰী ৰজাসকলৰ কীৰ্ত্তি এতিয়াও পৰি আছে। এই খণ্ডতে বিশেষকৈ শিৱসাগৰ আৰু যোৰহাট নগৰত পৰাক্ৰান্ত আহোম স্বৰ্গদেৱসকলৰ কীৰ্ত্তি চিন সম্পূৰ্ণৰূপে সঞ্জীৱিত হৈছে বুলি কব পাৰি। সেই স্বৰ্গী ৰজাসকলৰ ৰাজগৃহ বা কাৰেং বৰ্ণনাত মুছলমান সেনাপতি মীৰ্ জুম্লাৰ লগত অহা চাহাবুদ্দিন নামে লেখক এজনে লিখি গৈছে— Probably nowhere else in the whole world can wooden houses be built with such decorations and figure-carvings as by the people of this country. অৰ্থাৎ সম্ভৱতঃ সমস্ত পৃথিৱীৰ কোনো ঠাইতে এনে কাৰুকাৰ্য্য খচিত, চিত্ৰ কটা কাঠৰ ঘৰ নাই যেনে বিলাক ঘৰ এই দেশৰ মানুহৰ দ্বাৰাই সজা হৈছিল। ইয়াতকৈ আৰু অধিক প্ৰশংসা কি লাগে? ইয়াৰ ৰংঘৰো উল্লেখযোগ্য। ইয়াৰ আকাশচুম্বী চূড়াৰে বিষ্ণুদৌল, শিৱদৌল আদিয়ে কোন হিন্দুৰ প্ৰাণত ভক্তি আকৰ্ষণ নকৰাকৈ থাকে? কাৰ মনত সেই নেদেখাজনৰ মহাসিংহাসন সোঁৱৰাই নিদিয়ে? ইয়াৰ প্ৰকাণ্ড প্ৰকাণ্ড পুখুৰী শিৱসাগৰ, জয়সাগৰ, আঠাইসাগৰ আদিয়ে কাৰ মনত এই সাগৰহীন দেশত সমুদ্ৰৰ মহান দৃশ্যলৈ মনত পেলাই অনুপম আনন্দৰ সঞ্চাৰ নকৰে?

## বুৰঞ্জীৰ লক্ষণাদি

আপোনালোকৰ এই সভাত বুৰঞ্জীৰ বিশদ বিৱৰণ দি আপোনালোকক আমনি নকৰো। ইয়াত কেৱল বুৰঞ্জীৰ লক্ষণ-কাৰণ আলচ কৰি বুৰঞ্জীৰ আভাস মাত্ৰ দিম। তাৰ লগতে আমাৰ দেশৰ পুথিবিলাকৰ সম্বন্ধে অলপ বহলাই দুই চাৰি আষাৰ কথা ক'ম।

বুৰঞ্জীৰ সংস্কৃত নাম ইতিহাস। অতীত ঘটনাৱলীৰ বিৱৰণকে ইতিহাস আখ্যা দিব পাৰি। 'বুৰঞ্জী' আহোম ভাষাৰ শব্দ। এই শব্দই আজিকালি আমাৰ ভাষাত ইতিহাসৰ ঠাই অধিকাৰ কৰিছে। গতিকে আমি বুৰঞ্জী আৰু ইতিহাস শব্দ অভিন্নভাৱেই ব্যৱহাৰ কৰিম। বুৰঞ্জীৰ উদ্দেশ্য বা আৱশ্যকতা ধৰিব লাগিলে পৃথিৱীৰ ঘটনাবোৰ জুকিয়াই লৈ, মনুষ্য জীৱনত প্ৰকৃত কি কি ঘটনা ঘটে, কেনেকৈ সেইবোৰত কৃতকাৰ্য্য হোৱা যায়, কেনেকৈ বা তাত এটা নতুনত্ব ঘটে, এইবোৰ গোটেপিটে কৈ দেখুৱাব লাগে। প্ৰাচীন যুগৰ কিছুমান মূৰ্ত্তি দেখি তাৰ লেখ-জোখ দিলেই হ'ল যে এনে নহয়। সেইবোৰ কিয় সাজিছিল, কোন সময়ত সাজিছিল, সকলো তন্ন তন্নকৈ

বিচাৰ কৰিব লাগিব। তাত কলাবিদ্যা কিমান ফলাইছে আৰু সেই বিদ্যা তেতিয়াৰ দিনত কিমান উন্নত হৈছিল, সকলো বিচাৰিব লাগিব। কোনো যুদ্ধৰ কথা লিখিলে সেই যুদ্ধ কিয় হৈছিল, কাৰ কাৰ লগত হৈছিল, কোন ঠাইত হৈছিল, তাত কি কি অস্ত্ৰ প্ৰয়োগ কৰিছিল, কোন বীৰে সকলোকে চেৰ পেলাই যুদ্ধত সম্পূৰ্ণ কৃতিত্ব দেখুৱাই-ছিল, এবোৰ কথাও বিচাৰিব লাগিব। বুৰঞ্জীত অমুক বংশৰ ৰজাই অমুক সময়ত ৰাজত্ব কৰিছিল বুলিলেই যথেষ্ট নহয়। দেখুৱাব লাগিব সেই ৰজা বা ৰাজপুৰুষজন কেনে, কি চৰিত্ৰৰ, কোনেভাৱে ৰাজ্য শাসন কৰি কি কি কাৰ্য্য কৰি গৈছিল—কি কি বিধি-ব্যৱস্থা কৰি প্ৰজাৰ উপকাৰ কৰিছিল—এনে আটাইবোৰ কথাই থাকিব লাগিব। ঐতি-হাসিকৰ কৰ্ত্তব্য ইতিহাসৰ ক্ৰিয়া বা কাৰ্য্যৰ ওপৰতে নিৰ্ভৰ কৰে। ইতিহাসে অতীতৰ লগত বৰ্ত্তমানৰ কি কি সম্বন্ধ আছে বা ভৱিষ্যতৰ লগত কি কি ঘনিষ্টতা তাকো দেখুৱাই দিয়ে। ইতিহাসে দেখুৱায় অতীতৰ কাৰ্য্যবোৰেই বৰ্ত্তমানতো কৰ্ম্ম কৰিছে—অতীতৰে সৈতে বৰ্ত্তমান মাৰ-বন্ধা। এই কাৰণেই প্ৰসিদ্ধ ঐতিহাসিক ক্ৰিমেনে কৈছে—এযুগৰ ঘটনা আৰু আন যুগৰ ঘটনা একেখন নাটকৰ অঙ্ক বিশেষ মাথোন। সিহঁত ভিন্ ভিন্ নাট-ভুক্ত নহয়। ইতিহাসে আমাক ভালেমান শিক্ষাও দিয়ে। আমাক কৈ দিয়ে, আগৰ মানুহবোৰ কি আছিল, কেনে হোৱা উচিত আছিল আৰু এতিয়াৰবোৰ নো কেনে হোৱা উচিত। বুৰঞ্জীয়ে অতীতৰ দৃশ্য আমাৰ আগলৈ আনি কোন জাতি কি শিক্ষাৰ বলত বা কি দীক্ষাৰ ফলত জগতত শ্ৰেষ্ঠ স্থান অধিকাৰ কৰিছিল, জাতীয় উন্নতি সাধিছিল, ইত্যাদি কথা আমাৰ আগত ফট্‌ফটীয়াকৈ ধৰে। এনেকৈ সকলো কথাৰে সকলো বিষয়ৰে সাক্ষী দিব পাৰে বুৰঞ্জীয়েহে। কি দোষত কেনেকৈ কোন জাতিৰ পতন হ'ল তাকো বুৰঞ্জীয়েই কৈ দিয়ে। মানুহৰ জ্ঞান ইমান ঠেক যে, দৃষ্টান্তেৰে কোনো কথা নেদেখুৱালে বা প্ৰমাণ নকৰিলে অনেক সময়ত তাৰ ভাল-বেয়া ঠিককৈ ধৰিব নোৱাৰি। বিধি-ব্যৱস্থা কেৱল কৰিলেই নহয়। তাক মানিও চলিব লাগে। তাকে নকৰিলে কেতিয়াবা শাস্তি ভুঞ্জিব লাগে। কেতিয়াবা প্ৰাণ পৰ্য্যন্তও যাব পাৰে, ইও শিক্ষা বুৰঞ্জীৰে। এতেকে দেখা গৈছে, পৃথিৱীখন দৃষ্টান্তৰ পঢ়াশালি। ইতিহাস আৰু বহুদৰ্শিতাই এই পঢ়াশালিৰ শিক্ষক। বহুদৰ্শী হবলৈ ইতিহাসপাঠ আৱশ্যক। ইতিহাসপাঠকে যিমান সহজে বহুদৰ্শিতা লভিব, আন বিষয়ৰ পাঠকে কোনো ৰূপে তেনে হ'ব নোৱাৰে।

বুৰঞ্জী আহোম ঐতিহাসিকসকলৰ মতে নজনা কথাৰ ভঁৰাল। এই কথা বুৰঞ্জীত নিবহ-নিপানীকৈ খাটে। বুৰঞ্জীৰ ভঁৰালত আহোম ৰাজত্বৰ যিবোৰ ধাৰাবাহিক বিৱৰণ আছে, তাৰে আমি আজি দেশ-দেশান্তৰত কাশ্মীৰবাসীৰ দৰে এটা বুৰঞ্জীপ্ৰিয় জাতি বুলি গণ্য হৈছো। গতিকে, আহোম বুৰঞ্জী লেখকসকলৰ ওচৰত আমি পৰম ঋণী। আমাৰ এই বুৰঞ্জী সম্পদ নাথাকিলে, ভাৰতৰ অহিন কোনত আমি এটা নগণ্য জাতি হৈয়ে পৰি থাকিলোহেঁতেন। যি অসমীয়াৰ অলপ মান ৰাখিছে সি আহোমেই আৰু আহোম বুৰঞ্জীবিলাকেই। আহোমৰ বিদ্যানুৰাগ, শৌৰ্য্য-বীৰ্য্যও অতুলনীয় আছিল। তেওঁলোকৰ বুদ্ধি, কৌশল, সমৰ-নিপুণতা, অস্ত্ৰ-শস্ত্ৰ, নৌবলৰ গুণতে মুছলমানে প্ৰায় পাঁচ শ বছৰ অসম আক্ৰমণ কৰিও, অসমত আধিপত্য বিস্তাৰ কৰিব নোৱাৰিলে।

তেওঁলোকৰ অসীম সাহস আৰু অদম্য পৰাক্ৰমৰ কাৰণে চিৰপ্ৰসিদ্ধ কামৰূপৰ নামো পৰিৱৰ্ত্তিত হৈ অসম হৈছে।

আমি এই ছেগতে আন আন দেশৰ ঐতিহাসিক পণ্ডিতসকলৰ মতো অলপ উনুকিয়াও। তাৰপৰা আপোনালোকে বুজিব পাৰিব বুৰঞ্জী কি আৰু তাৰপৰা মানৱ-জাতিৰ কি কল্যাণ সাধিত হৈছে।

ইতিহাসৰ জন্মদাতা প্ৰথম বুৰঞ্জী লেখক গ্ৰীচৰ হেৰোডোটেছে লিখি গৈছে "বুৰঞ্জী মনুষ্য জীৱনৰ ঘটনা সমষ্টিৰ বৰ্ণনা"।

লৰ্ড মৰ্লিয়ে কয়—অতীজৰেপৰা সঁচা-মিছা নিৰ্ণয় কৰা বিৱৰণেই বুৰঞ্জী

ৰাজনৈতিক বলিংব্ৰোকে লিখিছে—আমাৰ অভিজ্ঞতাৰে যি জ্ঞান লাভ হয়, তাকে ইতিহাস আখ্যা দিব পাৰি।

ফৰাচী ঐতিহাসিক টুৰ্গোৱে কয়— ইতিহাসে যি অভিজ্ঞতা দিয়ে, সেই অভিজ্ঞতাৰেই মানুহে ভৱিষ্যত কাৰ্য্যত কৃতকাম হ'ব পাৰে।

ৰোমৰ ঐতিহাসিক টাছিটছে কয়—কেৱল মাথো বিজ্ঞতাৰ দ্বাৰায়ে মানুহে সংসাৰ ক্ষেত্ৰত আগবাঢ়িব নোৱাৰে। ইতিহাসে অতীত কালৰ যিবিলাক দৃষ্টান্ত লিখি থৈ গৈছে, তাকে দেখিয়ে ভৱিষ্যতে আন সকলোৰে সাৱধান হ'ব পাৰে।

মহামতি মেক্সমূলাৰে কয়—আমাৰ ইতিহাস শিক্ষাৰ আৱশ্যকতা এই যে, কি প্ৰকাৰে মানুহে বৰ্ত্তমান অৱস্থাত উপস্থিত হৈছে, তাক ইতিহাসেই শিক্ষা দিয়ে। ইতিহাসে এই শিক্ষা নিদিলে আমাৰ প্ৰত্যেকৰে সকলো শিক্ষা নতুনকৈ আৰম্ভ কৰিব নালাগিলহেঁতেন ?

প্ৰসিদ্ধ মুছলমান ঐতিহাসিক বাৰহমলফ্তাই লিখিছে, প্ৰাচীন ইতিহাস পাঠত আমাৰ প্ৰকৃত দৃষ্টি শক্তি লাভ হয়। আগৰ দিনত কোন বীৰে কি ভাৱে কাৰ্য্য কৰি জয়লাভ কৰিছিল বা কোন শক্তিৰ অভাৱত বিফল মনোৰথ হৈছিল ; আগৰ কালত কোন দেশত কোন আচাৰ-ব্যৱহাৰ প্ৰচলিত আছিল ; ইতিহাসে এই সকলোবোৰ বিষয় শিক্ষা দি সাৱধান কৰি দিয়ে। এই গ্ৰন্থকাৰে আৰু কৈছে—ইতিহাস এখনি দাপোণ। দাপোণত যেনেকৈ প্ৰতিবিম্ব পৰে, ইতিহাসো তেনেকুৱা আমাৰ পুৰাকালৰ ঘটনাৰ প্ৰতিবিম্ব স্বৰূপ। ৰজা, প্ৰজা, ধনী, দৰিদ্ৰ, ধাৰ্ম্মিক, অধাৰ্ম্মিক সকলো চিত্ৰৰ প্ৰতিবিম্ব এই ইতিহাস স্বৰূপ দৰ্পণত ফলিত হৈ উঠে।

ত্যাৰিখ চৰক্তাজিনৰ গ্ৰন্থকাৰে কয় ভৱিষ্যতে সাৱধান হ'বৰ নিমিত্তেই মানুহে আগৰ কালত যি ঘটি গৈছে, তাক জানিবৰ নিমিত্তে ব্যগ্ৰ হয়, আৰু সেই কাৰণেই ইতিহাস পাঠ কৰিবলৈ সকলোৰে আগ্ৰহ দেখা যায়।

জাৰ্ম্মান পণ্ডিত গেথে কৈছে—সত্যৰপৰা মিথ্যাৰ বিশ্লেষণ বাছি উলিওৱাই ঐতিহাসিকৰ কাৰ্য্য। যিটো সঁচা, তাক মিছাৰপৰা আঁতৰাই আনি মানুহৰ আগত দাঙি ধৰাটোৱেই তাৰ কাম। .........। বাস্তৱ জীৱনত যিদৰে ঘটনাবোৰ ঘটে,

কেৱল মাথোন সেইবোৰে সৈতেই ঐতিহাসিকৰ সম্পৰ্ক। উপাদানবোৰ বিশ্লেষণ কৰি, যদি অপ্ৰকৃতক দূৰ কৰিব পাৰে, তেনেহলেই তাৰ প্ৰকৃত ঐতিহাসিক পদ-বাচ্য হ'ব পাৰে।

কিছুমান দিনৰ আগেয়ে বহা জাৰ্ম্মেনিৰ আন্তৰ্জাতিক ঐতিহাসিক বৈঠক বা মেলত আমেৰিকাৰ হিন্ নামে এজন ঐতিহাসিকে কৈছিল— এইটো স্পষ্ট দেখা যায় যে ইতিহাস লৈ ঐতিহাসিকে নীতিশাস্ত্ৰজ্ঞৰ দৰে কাৰ্য্য কৰিব লাগে। কিয়নো আন আন বিজ্ঞানবিদ্‌সকলৰ দৰে ঐতিহাসিকে যে কেৱল মানৱৰ প্ৰতি সত্যজ্ঞানৰ পৰা উৎপন্ন সত্য নিৰ্দ্ধাৰণ আৰু জনোৱা কাৰ্য্যকে কৰিব এনে নহয় পৰন্ত, ইতিহাসৰ সকলো উদ্দেশ্যই নীতিমূলক। মানুহৰ উন্নতি, অৱনতিৰ পৰ্য্যালোচনা আৰু তাৰ লগতে চিত্ৰ বিদ্যাৰেই হক বা শিল্প বিদ্যাৰে হক, কি ৰাজনীতিৰে হক সকলো বিষয় তন্ন তন্নকৈ চাই ক্ৰমিক পৰিবৰ্ত্তন আৰু যি যি কাৰণৰ বাবে এই পৰিবৰ্ত্তন ঘটিছে তাক বিচাৰ কৰাই ঐতিহাসিকৰ কৰ্ত্তব্য।*

ওপৰত উল্লেখ কৰা ঐতিহাসিকসকলৰ মত ভিন্ ভিন্ হলেও, প্ৰত্যেকে নিজৰ নিজৰ মত লক্ষ্য ৰাখি বুৰঞ্জী লিখি গৈছে। তেওঁলোকৰ কথাৰ সাৰতত্ব বিচাৰ কৰিলে আমি বুজিব পাৰো যে, কি বাস্তৱিক, কি সামাজিক বা মানসিক সকলো জীৱনৰ ঘটনা সমষ্টিয়েই ইতিহাস আখ্যা পাব পাৰে। মানুহ সদায় সমাজ-বান্ধত থকাত সিহঁতৰ মনত এটা ঐক্য ভাৱ জন্মে, সেয়ে পুৰুষপৰম্পৰায় নামি আহি মানুহ এটা জাতিত পৰিণত হয়। সেই জাতিয়ে ধৰ্ম্ম, নীতি, বিদ্যা, কৃষি, বাণিজ্য আদিত কি পৰিমাণে উন্নতিৰ বা অৱনতিৰ ফালে ঢাল লয়, তাকে সাৰ্ব্বজনীনভাৱে লিপিবদ্ধ কৰাই প্ৰকৃত ইতিহাসৰ লক্ষ্য হৈ পৰে। গতিকে, সমাজৰ জাতীয় উন্নতিৰ অৱনতিৰ ওপৰতে মানুহৰ সুখ, সমৃদ্ধি, সৰ্ব্বপ্ৰকাৰে নিৰ্ভৰ কৰে। সেই কাৰণে আদৰ্শজাতি গঢ়িবলৈ হ'লে, আমাক কিছুমান বলী, শক্তিমন্ত, স্বাস্থ্যবান কৰ্ম্মী লাগে। সকলো বিষয়ৰ দৰে, জাতীয় বিষয়তো উৎকৰ্ষ কৰ্ম্মসাপেক্ষ। কৰ্ম্ম যেতিয়া মানুহত বাজে কোনো অশৰীৰী প্ৰাণীয়ে কৰি দিবলৈ নাহে, তেতিয়া কৰ্ম্মী মানুহ গঢ়িব জানিলেই কৰ্ম্মনিষ্পন্ন হয়, নচেৎ নহয়। কোনো জাতি উঠিছে, কোনো জাতি পৰিছে, কোনো এটা জাতি এসময়ত উন্নত আছিল, এতিয়া আৰু তেনে নাই, ইয়াৰ কাৰণ অনুসন্ধান কৰিবলৈ যোৱা সহজ সাধ্য নহয়। মহাত্মা ডাৰৱিনে কৈ গৈছে—মানুহৰ উন্নতি জনসংখ্যা বৃদ্ধিৰ ওপৰত, তীক্ষবুদ্ধিসম্পন্ন, সুনীতিপৰায়ণ মানুহৰ সংখ্যাবৃদ্ধিৰ ওপৰত আৰু তেওঁলোকৰ উচ্চ আদৰ্শৰ ওপৰত নিৰ্ভৰ কৰে।** দৰাচলতে বিচাৰ কৰি চালে, কোনো জাতিৰ সম্বন্ধে ইয়াতকৈ আৰু কি বেছি কব লাগিছে? বুদ্ধিমান, নীতিমন্ত, উচ্চ আদৰ্শ সম্পন্ন সুস্থ দেহৰ মানুহ সমাজৰ উৎকৰ্ষ বিধানৰ পক্ষে নিতান্ত আৱশ্যক। কিন্তু সমাজত এনে মানুহৰ সংখ্যা কম। তেওঁলোক শ্ৰেষ্ঠ আদৰ্শ পুৰুষ, তেওঁলোকে যি কৰে, যেনেকৈ

* 'প্ৰতিভা'ৰপৰা সংগ্ৰহ (১৩১৮ চন, ১ম বৰ্ষ ২য় সংখ্যা)।
** *Descent of Man*, 1906, p. 216.

বাট ধৰে তাৰে অনুসৰণ কৰি চলিব পাৰিলে জাতীয় উন্নতি অনিবাৰ্য্য। তেওঁলোকৰ উপদেশ 'যোগ্য হোৱা, মানুহ হোৱা' এনেবোৰ কথা বৰ সাৰুৱা। আমাৰ দেশত এনেকুৱা উচ্চ আদৰ্শৰ পুৰুষ কেইজন আছে, যাৰ পাছ ধৰি আমি চলিব পাৰো ? আমাৰ দেশৰ মানুহ ক্ৰমে কণীয়া, মুণীয়া, চৰিত্ৰহীন হৈ আছি সকলো মনুষ্য জনোচিত কাৰ্য্যৰ অপাৰগ হৈ পৰিছো। আৰু তাক সকলোৱে অনুভৱো কৰিছো। আজি আমি আমাৰ জাতীয় অৱনতিৰ মূল বুজিও নুবুজো। কিন্তু ইমানতে সকলোৱে সজাগ হওক, উঠক, সমাজ নাৱৰ গুৰিবঠা শকতকৈ ধৰক। তেতিয়া দেখিব, আকৌ আমাৰ ভিতৰত শঙ্কৰ গুৰুৰ দৰে, সুশ্ৰী, সুন্দৰ, শকত, বলী, ধৰ্ম্মিষ্ঠ, কৰ্ম্মী পুৰুষৰ অৱতাৰ, লাচিতৰ দৰে বীৰ, যোদ্ধা, দৃঢ়চেতা আৰু পূৰ্ণানন্দ বুঢ়াগোহাঁইৰ দৰে বুদ্ধিমান, বিচক্ষণ পুৰুষৰ আৱিৰ্ভাৱ হ'ব। তেতিয়াহে কব পাৰিম, আমাৰ দেশ, আমাৰ সমাজ উদ্ধাৰ, ভাষা, সাহিত্য, শিক্ষা সকলো উন্নতিমুখী হৈ দেশৰ কল্যাণ সাধন কৰিব।

## বুৰঞ্জীৰ উপাদান

আমি বিচাৰ কৰিলে আমাৰ দেশত এতিয়াও প্ৰাচীন বুৰঞ্জীৰ বহুতো সামগ্ৰী পাব পাৰো। ৰামায়ণ, মহাভাৰত, পুৰাণ, তন্ত্ৰ, চৰিত্ৰ-পুথি, জনপ্ৰবাদ, ধৰ্ম্ম-পুথি, শিলৰ ফলি, তামৰ ফলি, ঠাঁয়ে ঠাঁয়ে পৰ্ব্বত-পাহাৰে লিখা ফলি, বিদেশীৰ ভ্ৰমণ কাহিনী, আন দেশৰ লগত সম্বন্ধ থকা, ৰজা, ৰাজ্য, বাণিজ্য, শিল্প আদি কত কথাই আছে। ইয়াত বাজে প্ৰত্নতত্ত্ব, ভূতত্ত্ব, মানৱতত্ত্ব আদি তন্ন তন্নকৈ বিচাৰ কৰিলে আহোম ৰাজত্বৰ আগৰ বুৰঞ্জী লিখিব পৰা যায়।

এই কথা সকলোৱে জানে যে আজিকালি প্ৰত্নতত্ত্বাদিয়ে ভাৰতৰ প্ৰাচীন বুৰঞ্জী উদ্ধাৰৰ প্ৰধান সহায় হৈ উঠিছে। প্ৰত্নতত্ত্ব, ভূতত্ত্ব, এই দুই বিষয়ে গবেষণাৰ বলতে ভাৰতৰ অনেক প্ৰাচীন সম্পদ ওলাই পৰিছে, যাৰ পৰা ঐতিহাসিকসকলে বুৰঞ্জী লিখিবৰ অনেক উপাদান পাইছে। মহেঞ্জদাৰোৰ খনন কাৰ্য্যই খ্ৰীষ্ট-জন্মৰ ৫০০০ বছৰৰ পূৰ্ব্বৰ অনেক তথ্য উলিয়াই জগৎ স্তম্ভিত কৰিছে ; তাত যিবোৰ বস্তু ওলাইছে, সেইবোৰ ঋগ্‌বেদৰ সময়তো বহুত আগৰ বুলি প্ৰমাণিত হৈছে। মহেঞ্জদাৰোৰ দৰে, তাক্ষিলা (তক্ষশীলা), পাহাড়পুৰ আদিৰ খনন-কাৰ্য্যে বৌদ্ধ যুগৰ পুৰ, চৈত্য, মূৰ্ত্তি, মুদ্ৰা, বাচন-বৰ্ত্তন আদি উলিয়াই সেই যুগৰ ভাস্কৰ, শিল্প আদি নানা বিদ্যাৰ পৰিচয় দিছে। আমাৰ দেশতো তেনে কোনো প্ৰাচীন কীৰ্ত্তি নাই এনে বুলিব নোৱাৰি। ইয়াতো গুৱাহাটী, তেজপুৰ, ভীষ্মকনগৰ, বহা-পৰ্ব্বত, সূৰ্য্যপাহাৰ আদি খানিলে অনেক পুৰণি বস্তু ওলোৱা সম্ভৱ। সেইবোৰৰপৰা আমাৰ প্ৰাচীন বুৰঞ্জী লিখাৰ সহায় নহবৰ নহয়। কিন্তু ক'তা আমাৰ উদ্যোগ কি ? আমি কেৱল আমাৰ দেশ অতি প্ৰাচীন বুলি গৌৰৱ কৰো ; কিন্তু এনেবোৰ দেশহিতকৰ কাম কৰিবলৈ আগ নাবাঢ়ো। কাৰণ, এই কাৰ্য্যত লাগিলৈ যিমানখিনি বিদ্যা আৰু অভিজ্ঞতাৰ প্ৰয়োজন, সিমানখিনি বিদ্যা বা অভিজ্ঞতা আমাৰ দেশৰ কোনো জনৰ গাত আছে বুলি ক'ব নোৱাৰো। আমাৰ দেশত উপযুক্ত মানুহ নোহোৱাত উদ্যোগৰ অভাৱত গৱৰ্ণমেণ্টেও কোনোজনক এইবোৰ কামলৈ উদগোৱা

নাই বা উপযুক্ত ইংৰাজ বা আন বিদেশীক এই কাৰ্য্যত নিয়োগ কৰি, দেশৰ প্ৰাচীন তথ্য তথা ঘৰ, দুৱাৰ, পুৰ, শিলৰ ফলি, তামৰ ফলি, মুদ্ৰা, শিল্প আদি উদ্ধাৰ কাৰ্য্যত সহায় কৰা নাই। আমাৰ দেশত এতিয়ালৈকে প্ৰসিদ্ধ ৰজা ভাস্কৰ বৰ্ম্মাৰ কোনো মুদ্ৰা, টকা, সিকি বাহিৰ হোৱা নাই, কিন্তু ভাৰতৰ আন প্ৰদেশত ভাস্কৰৰ সম-সাময়িক ৰজাৰ নালাগে, তাৰো কত যুগৰ আগৰ মৌৰ্য্য, গুপ্ত, গ্ৰীক্, কুছান, মৌখৰি আদি বংশৰ ৰজাৰ মুদ্ৰা বাহিৰ হ'ব লাগিছে। এইবোৰ কাৰ্য্যত গৱৰ্ণমেণ্টে উপযুক্ত লোকক নিযুক্ত কৰি অজস্ৰ টকা ঢালি দি সহায় কৰিব লাগিছে। তাৰপৰা যিবোৰ তত্ত্ব আৱিষ্কাৰ হৈছে, সেইবোৰকে ঐতিহাসিকসকলে লৈ বৈজ্ঞানিক প্ৰণালীৰে সজাই-পৰাই সেই সেই ঠাইৰ প্ৰাচীন সামাজিক বুৰঞ্জী লিখাত লাগি গৈছে। তাৰ ভিতৰত জাতি, ধৰ্ম্ম, ৰজা, ৰাজ্য, ৰাজনীতি, সমাজনীতি, অৰ্থনীতি, কৃষি, বাণিজ্য, শিল্প, ভাষা, সাহিত্য আদি অনেক বিষয় যথাসাধ্য আলোচিত হৈছে। আমাৰ দেশতো এনেবোৰ কাৰ্য্য হাতত লৈ তথ্যপূৰ্ণ ভাল বুৰঞ্জী লিখাৰ আৱশ্যক হৈ পৰিছে। এতিয়া আমাৰ শিক্ষিত ডেকাসকলে প্ৰাচীন তত্ত্বৰ উদ্ধাৰৰ অৰ্থে আন দেশত সেই দৰৰ কাৰ্য্য হাতত লবলৈ প্ৰশিক্ষণ লওক আৰু সম্পূৰ্ণ অভিজ্ঞতাৰে কৰ্ম্মক্ষেত্ৰত নামক। তেতিয়া গৱৰ্ণমেণ্টেও যথোচিত সহায় কৰিব এইটো ধুৰুপ।

ভূতত্ত্বৰ ফালৰপৰা বিচাৰ কৰিলে আমাৰ দেশ অতি প্ৰাচীন প্ৰমাণিত হয়। ইতিহাসৰ দিশৰপৰা চালেও প্ৰায় তেনে সিদ্ধান্ততে উপস্থিত হব পাৰি। ইয়াত কত জাতি কত যুগ-যুগান্তৰতে আধিপত্য বিস্তাৰ কৰি গৈছে, তাৰ অন্ত নাই। যোগিনী-তন্ত্ৰ আদিত মহীৰঙ্গ দানৱৰ উল্লেখ পোৱা যায়। তাৰো কত আগে, কোন জাতিৰ কোন ৰজাই ৰাজত্ব কৰিছিল, তাৰ বুৰঞ্জী অন্ধকাৰ গৰ্ভত। নৰকাসুৰৰ দিনৰপৰাই এই দেশে প্ৰসিদ্ধি লাভ কৰে গতিকে, তেওঁকে একপ্ৰকাৰ এই দেশৰ আদি ৰজা ধৰিলেও একো হানি নহয়। তেওঁৰ বংশীয় ৰজাই এৰি এৰি ১০ম শতাব্দীলৈকে কামৰূপত ৰাজত্ব কৰাৰ প্ৰমাণ পোৱা যায়। নৰকৰ পুত্ৰ ভগদত্ত আৰু বজ্ৰদত্তৰ বীৰত্ব কীৰ্ত্তি-কাহিনী মহাভাৰতত উল্লেখ আছে। নৰকৰপৰা ক্ৰমে নামি অহা উনৈছজন ৰজাই ৰাজত্ব কৰা বুলি ভাস্কৰ বৰ্ম্মাৰ ফলিয়ে সাক্ষ্য দিয়ে। তাৰ পিছত প্ৰায় ৩০০০ বছৰৰ কোন কোন জাতীয় ৰজা আহি কামৰূপত ৰাজত্ব কৰে তাৰ উল্লেখ পাবলৈ নাই। কেৱল দিল্লীৰ অশোকৰ লৌহ স্তম্ভত আৰু প্ৰয়াগৰ সমুদ্ৰগুপ্তৰ বিজয়স্তম্ভত কামৰূপৰ নাম উক্ত থকা দেখা যায়। তাৰপৰা বুজিব পাৰি ৩য় শতাব্দীত কামৰূপ অশোকৰ ৰাজ্যৰ অন্তৰ্ভুক্ত আৰু ৪ৰ্থ শতাব্দীত সমুদ্ৰগুপ্তৰ অধিকাৰভুক্ত হৈছিল। ভাস্কৰবৰ্ম্মাৰ ফলিৰপৰা পুষ্যবৰ্ম্মাৰেপৰা বাৰজন নৰকবংশী ৰজাৰ নাম পোৱা যায়। এওঁলোকে ৫ম শতাব্দীৰ পৰা ৭ম শতাব্দীৰ আৰম্ভলৈকে ৰাজত্ব কৰিছিল। বনমাল, বলবৰ্ম্মা, ৰত্নপাল, ইন্দ্ৰপালৰ তামৰ ফলিৰপৰা আৰু পোন্ধৰজন ৰজাৰ নাম পোৱা যায়। এওঁলোকৰ ভিতৰত শ্ৰীহৰিষ বা হৰ্ষদেৱ, হৰ্জ্জৰ, বনমাল, বলবৰ্ম্মন—এই কেইজনেই প্ৰসিদ্ধ। এওঁলোকে ৭ম শতাব্দীৰপৰা ১০ম শতাব্দীলৈকে ৰাজত্ব কৰে। শ্ৰীহৰ্ষদেৱৰ দিনত কামৰূপৰ আধিপত্য বঙ্গ, বিহাৰ, উৰিষ্যা, কোশল পৰ্য্যন্ত বিস্তৃত হৈছিল। এওঁৰ দিনেই কামৰূপৰ বৰ উজ্জ্বল যুগ।

তেওঁৰ দিনতে নেপালৰ লিচ্ছবি বংশৰ জয়দেৱে হৰ্ষদেৱৰ ভাগিনী ৰাজ্যমতীক বিয়া কৰাই মিত্ৰতা পাতে। এওঁলোকৰ পিছত গ্ৰহপাল, গোপাল, ধৰ্ম্মপাল আদি ৰজা হয়। ধৰ্ম্মপালেই বঙ্গৰ গৌড়-নগৰ স্থাপন কৰে। এনেকৈ পুনঃ পুনঃ নৱনৱবংশৰে অভ্যুদয় দেখা দৈছিল। এই বংশৰ আগত আন ৰাজবংশ বেছিদিন তিষ্ঠিব নোৱাৰিছিল। এই বংশৰ পিছতহে বৈদ্যদেৱ বঙ্গদেশৰপৰা আহি কামৰূপৰ ৰজা তিম্যাতিগ্যদেৱক মাৰি ৰজা হয়। এওঁৰ ৰাজত্ব ১২শতাব্দীৰ আদিতে পৰে। উজনি খণ্ডতো মহাভাৰত আদি পৌৰাণিক যুগত বাণ, ভীষ্মক, ঘটোৎকচ আদি ৰজাই ৰাজত্ব কৰিছিল। তাৰ বহুকালৰ পিছত ৪র্থ শতাব্দীত নাগশঙ্কৰ, শঙ্কল, তাৰ পৰবৰ্ত্তী যুগত আৰিমত্ত, জোঙাল-বলহু আদি ৰজাই মহাপ্ৰতাপেৰে দেশ শাসন কৰি যায়। এইবিলাক ৰজাৰ বংশ লোপ পাই যোৱাৰ পিছত ভাটিত খেনবংশী আৰু শদিয়াত চুটিয়া কুবেৰ বংশী ৰজাই ৰাজত্ব কৰে। ইতিমধ্যে ত্ৰয়োদশ শতাব্দীৰ আৰম্ভতে আহোমৰ চুকাফা ৰজাই সৌমাৰখণ্ড আক্ৰমণ কৰেহি। তেওঁলোকৰ পৰাক্ৰমৰ আগত ক্ৰমে ক্ৰমে সকলো অৱনত হবলৈ ধৰে। ক্ৰমে ক্ৰমে তেওঁলোকৰ ৰাজ্য কৰতোৱা পৰ্য্যন্ত বিস্তৃত হয়। পঞ্চদশ শতিকাৰ-পৰা কোচবিহাৰত কোচৰ প্ৰভাৱ বাঢ়িবলৈ ধৰে। সেই প্ৰভাৱ অগ্নিস্ফুলিঙ্গৰ দৰে নৰনাৰায়ণৰ দিনতহে জ্বলি উঠে। তাৰ পিছত ক্ৰমে নিৰ্ব্বাপিত হৈ আহে। যদিও তেওঁলোকৰ বংশধৰসকলে সপ্তদশ শতাব্দীলৈকে ৰাজত্ব কৰিছিল, তেওঁলোকৰ প্ৰাধান্য ক্ৰমে খৰ্ব্ব হৈ সৰু সৰু ৰাজ্যত সীমাবদ্ধ হৈ ৰয়গৈ। কাষতে কছাৰী ৰাজ্য যদিও আছিল সিও ক্ৰমে দুৰ্ব্বল হৈ ডিমাপুৰৰপৰা মাইবঙলৈ ৰাজধানী তুলি নিবলৈ বাধ্য হয়। তেওঁলোকৰ দিনতে মুছলমানে চৈধ্যবাৰ অসম আক্ৰমণ কৰি নিগাজিকৈ খোপনি পিটিব নোৱাৰি গুচি যায়। গতিকে আহোমেই অসমৰ সৰ্ব্বময়কৰ্ত্তা হৈ প্ৰায় ছশ বছৰ ৰাজত্ব কৰে।

## প্ৰাচীন কৃষি বাণিজ্য শিল্প আদি

ওপৰত যি সকল ৰাজবংশৰ উল্লেখ কৰা গ'ল, সেই সকলৰ দিনত আমাৰ দেশে যে ধনে-জনে পৰিপূৰ্ণ আছিল তাৰ প্ৰমাণ পোৱা যায়। তেতিয়া দেশত কৃষি, বাণিজ্য আদিৰো যথোচিত উন্নতি লাভ কৰাৰ প্ৰমাণৰো অভাৱ নাই। কাপ্তেন হেনে চাহাবে দেশৰ ভিতৰত পাহাৰে-পৰ্ব্বতে, হাবিয়ে-বননিয়ে অসংখ্য ভগ্নাৱশেষ আৰু কীৰ্ত্তিৰ চিন লক্ষ্য কৰি, আমাৰ দেশ জনপূৰ্ণ আছিল বুলি লিখি গৈছে। ডাক ভণিতাৰ বচনবোৰৰপৰা আমাৰ দেশ কৃষি-বাণিজ্যতো পাছ পৰা নাছিল এনে অনুমান কৰিব পাৰি। আমাৰ দেশত নৈৰ বালি ধুই সোণ উলিওৱা কথা সকলোৱে জানে। এই প্ৰথা আহোম ৰাজত্বৰ পূৰ্ব্বেও আছিল। মি. ক্ৰোফ্ নামে এজন চাহাবে লিখি গৈছে, যে অসম আৰু উত্তৰ বৰ্ম্মাৰ সোণ ত্ৰিপুৰাই দি ভাৰতৰ নানা ঠাইলৈ গৈছিল। * আমাৰ দেশত পোনপ্ৰথমে আৱিষ্কৃত হিলৈ খাৰো যে ভাৰতৰ আন আন প্ৰদেশত আদৰ নাপাইছিল এনে বুলিব নোৱাৰি। আমাৰ দেশত উৎপন্ন মুগা, পাট, মেজাঙ্কৰি এৰি-

* Dr. Narendra Nath Dutta, *Indian Historical Studies & Literature.*

কাপোৰ, হাতীদাঁত আদি তিব্বত, চীন প্ৰভৃতি দেশ পাইছিলগৈ। আমাৰ দেশত অনেক ধনী সাউদৰ নাও চীন পৰ্য্যন্ত ঘূৰিছিল। এখন পুৰণি পুথিত উক্ত আছে, ধনপতি নামে এজন কামাখ্যাৰ সাউদে মহাচীনত বেপাৰ-বণিজ কৰিছিল। আহোমৰ দিনতো আমাৰ দেশত কৃষি, বাণিজ্য বেয়া নাছিল। আমাৰ দেশত এই সময়ত শিল্প-কাৰ্য্যৰ প্ৰকৃষ্ট উন্নতি হোৱাৰ আভাস পোৱা যায়। এতিয়াও আমাৰ দেশত কত মূৰ্ত্তি, মন্দিৰৰ ধ্বংসাৱশেষ পৰি থাকি প্ৰাচীন ভাস্কৰ স্থাপত্য বিদ্যাৰ পৰিচয় দিব লাগিছে তাৰ অন্ত নাই। ওপৰত উক্ত কাপ্তেন হেনে চাহাবে আমাৰ দেশৰ প্ৰাচীন যুগৰ মানুহৰ অসাধাৰণ শক্তি আৰু শিল্প-নৈপুণ্যৰ প্ৰমাণ পাই, আচৰিত মানি লিখি গৈছে,—

The trackless forests in which most of these remains of human power and skill are found and the present condition of Assam with its scanty, indolent population and vast wilderness of waste are melancholy indication that they are the works of an age and race, long since passed away, and curiosity cannot fail to be excited as to who the people were that constructed them and where they lived—(*I. A. S.*, No. 1, 1855)

আমাৰ দেশৰ শিল্পৰ ভিতৰত তিৰোতাই সূতা কটা, কাপোৰ বোৱা প্ৰথা অতীজৰে পৰা চলি অহা। আহোম ৰজাসকলৰ দিনত যুদ্ধৰ প্ৰধান সেনাপতিজনক একেৰাতিৰ ভিতৰতে কপাহ নেওঠি-ধুনি, সূতা-কাটি, বৈ-কাটি উলিয়াই ৰণ-বস্ত্ৰ তৈয়াৰ কৰি দিয়া প্ৰথা অনেকে শুনিছে। সেই কাপোৰৰ ওপৰত অনেক ফুল-জালি চিত্ৰ-নৈপুণ্যও যে নাছিল, এনে বুলিব নোৱাৰি। আজিকালিও দেশত এই শিল্পৰ যি অলপ গৌৰৱ ৰাখিছে আমাৰ নাৰীসকলেহে। তেওঁলোকেও কিছুদিন আগেয়ে বিদেশী নানা ৰৰণীয়া, নানা চানৰ সূতা পাই দেশৰ প্ৰাচীন শিল্প, কপাহ নেওঠা, ধুনা, যঁতৰত সূতা-কটা, পকোৱা কাম তেনেই এৰিয়েই পেলাইছিল। সম্প্ৰতি অসমৰ ভাগ্য গুণেই হওক বা ভাৰতৰ কল্যাণৰ কাৰণেই হওক, তেওঁলোকে নৱ-যুগৰ, নৱ-জাগৰণৰ পৰশ পাই, আকৌ জাগিছে, আকৌ সূতা-নেতা কাটি কাপোৰ কানি ৰবলৈ লাগি যোৱাত দেশৰ এটা প্ৰাচীন শিল্প কলা পুনৰ উন্নত হব এনে আশাৰ আগন্তুক দেখা গৈছে। এই সূতা-কটা কাপোৰ বোৱা কাৰ্য্যত সিদিনা মহাত্মা গান্ধীয়েও অসমৰ কংগ্ৰেছলৈ আহোঁতে অসমীয়া তিৰোতাক ভূয়সী প্ৰশংসা কৰি গৈছে। আমি মহাত্মাজীৰ কথাতে হৰিভৰ দি আমাৰ আইসকলক আমাৰ প্ৰশংসা জনাওঁ। তেওঁলোকে এই সজকামত নৈপুণ্য দেখাবলৈ দিনে দিনে আগ বাঢ়ক আৰু ভাৰতত শিল্প নিপুণা মহিলা বুলি তেওঁলোকৰ যশস্যা বিয়পি পৰক। তেওঁলোকে তেওঁলোকৰ কি ল'ৰা, কি ছোৱালী, সকলোকে এই সজ মহোপকাৰী কামত শিক্ষা দিয়ক বল দিয়ক, তেনে হলেই এই প্ৰথা উন্নত হৈ নিশ্চয় চিৰন্তন হৈ ৰ'ব আৰু লোপ নাপায়।

অস্ত্ৰ-শস্ত্ৰ আদি গঢ়া কামতো আমাৰ দেশ অনেক উন্নত আছিল। বৰ্চ্ছা, কিৰিছ, শূল, কোল, ধনু, কাঁড়, তোপ, হিলৈ নানাবিধ আগ্নেয়াস্ত্ৰ প্ৰয়োগত আৰু ঢাল শিৰস্ত্ৰাণ আদি ধাৰণত পূৰ্ব্বৰ হিন্দু নৃপতিসকল বিখ্যাত আছিল। তেওঁলোকৰ নৌবল, বাহুবল,

সৈন্য-সামন্তও কম নাছিল। দেশত অনেক ডাঙৰ ডাঙৰ নাও তৈয়াৰ হৈছিল, এইবোৰৰ যুদ্ধত অনেক ব্যৱহৃত হৈছিল। আহোমৰ দিনতো এই ৰণ-তৰী থকা বহুত প্ৰমাণ পোৱা যায়। ত্ৰয়োদশ শতাব্দীত ছুলতান গিয়াছুদ্দিনৰ যুদ্ধৰ নাওবিলাকক আমাৰ ৰণ-তৰীবিলাকে এনে বাধা জন্মালে যে, তেওঁ পৰাস্ত হৈ গৌড়লৈ ফিৰি যাবলৈ তৰণি হেৰাল। ত্ৰয়োদশ শতাব্দীৰ শেষ ভাগত আৰু চতুৰ্দ্দশ শতাব্দীৰ ভিতৰত মুছলমানে নৌবলেৰে যি চেষ্টা কৰিছিল সেই চেষ্টা অসমৰ নৌবলৰ আগত তিষ্ঠিব নোৱাৰিলে। আলমগীৰ নামাত লিখা আছে ১৩৩৭ খ্ৰীষ্টাব্দত মহম্মদ ছাহে একলক্ষ সাজোৱাৰ অশ্বাৰোহী সৈন্য লৈ অসম আক্ৰমণ কৰিছিলহি, কিন্তু আহোমৰ ইমান অস্ত্ৰ-শস্ত্ৰ নাও মানুহৰ বল আছিল যে, মুছলমানৰ এটিও নিজ দেশলৈ উলটিব পৰা নাছিল। সকলোবোৰ আহোমৰ হাতত সমূলঞ্চে নিপাত হৈছিল। ৰিয়াজুছ ছালাতিন গ্ৰন্থত লিখা আছে, বঙ্গৰ মুছলমানৰ ৰণ-তৰী ব্ৰহ্মপুত্ৰ নদত উপস্থিত হোৱাতো আহোমক পৰাস্ত কৰিব নোৱাৰিলে। টেমানি নামে ঠাইত মুছলমান সম্পূৰ্ণৰূপে পৰাস্ত হয়। পিছৰ বছৰ তুৰ্ব্বক সেনাপতিৰ তলত দুই মুনি শিলাত মুছলমানৰ আৰু আহোমৰ ৰণ লাগে। সেইবাৰ মুছলমানৰ ডেৰ হাজাৰৰ পৰা আঢ়ৈ হাজাৰলৈকে সৈন্য পৰে, ২২ খন যুদ্ধৰ নাও আৰু কিছুমান ডাঙৰ বৰতোপ আহোমৰ হাতলৈ আহে। ১৬৬৮ খ্ৰীষ্টাব্দত শৰাই ঘাটৰ যুদ্ধ আমাৰ দেশৰ ইতিহাস প্ৰসিদ্ধ ঘটনা। এইবাৰ দিল্লীৰ সম্ৰাট আওৰঙ্গজেবে ৰজা ৰামসিংহৰ লগত ৩০০০ অশ্বাৰোহী, ১৮০০০ পদাতি, ১৫০০০ কাঁড়ী সৈন্য দি নচৰত খাঁ, ৰঘুনাথ সিং, ৰচিখ প্ৰভৃতি, কেইবাজনো পালি সেনাপতি দি বিপুল আয়োজনেৰে অসম দেশ আক্ৰমণ কৰিবলৈ পঠায়। ইফালে আহোম স্বৰ্গদেৱ চক্ৰী চক্ৰধ্বজৰ বিশ্বস্ত সেনাপতি লাচিত ফুকনে উত্তৰ পাৰে শৰাইৰেপৰা কুৰুৱা আৰু দক্ষিণ পাৰে পাণ্ডুৰপৰা কলঙৰ মুখলৈকে গড়নাৰি কোঠ পাতি আৰু ঠায়ে ঠায়ে বুৰুজ পাতি সেনা, সেনাপতি ৰাখি তোপ, কেচাই, জুমুৰ তোৱাই, কামায়ন, পহলঙ্গী আদি অসংখ্য অস্ত্ৰ-শস্ত্ৰ পাতি নাও ৰাখি সাজু হৈ ৰ'ল। যেতিয়া মুছলমান আগুৱাই আহি হতাহতি হ'লহি, তেতিয়া ব্ৰহ্মপুত্ৰৰ দুয়ো পাৰৰপৰা অসংখ্য টোপ ছুটিবলৈ ধৰিলে, মুছলমানে নাৱে-তৰে কোনো যুদ্ধতে তৰণি নোপোৱা হ'ল। এজন এজনকৈ মুছলমান সেনাপতি বাগৰিল—ৰামসিংহও পলাল। অসংখ্য টোপ, ছিলৈ বস্তু বাহানি আহোমৰ হাতত পৰিল। উলটি যোৱাত ৰামসিংহে অসমীয়া সৈন্যক এই বুলি শলাগিছিল "প্ৰত্যেক অসমীয়া সেনাই নাও বাব পাৰে, কাঁড় মাৰিব পাৰে, মাটি কাটিব পাৰে ; বন্দুক মাৰিব পাৰে।" ইয়াৰপৰাই আমি আমাৰ দেশৰ জনবল, বাহুবল, নৌবল, অস্ত্ৰ-শস্ত্ৰত আমাৰ দেশ কিমান চহকী আছিল তাৰ সন্তেদ নাপাওঁনে ? কিন্তু হাঁয়! মান ভাগনৰপৰা সেই শক্তি, সেই বল, সেই মানুহ, সেই অস্ত্ৰ-শস্ত্ৰ কলৈ গ'ল ? দেশ কি হ'ল ? ভাবিলেও আচৰিত মানিব লাগে।

ওপৰত কৃষি, বাণিজ্য, শিল্প, অস্ত্ৰ-শস্ত্ৰ আদিৰ যিবোৰ কথা উল্লেখ কৰা গ'ল সেইবোৰ একো একোটি বুৰঞ্জীৰ উপাদান। সেইবোৰেই আমাৰ জাতীয় গৌৰৱৰ চিন। সেইবোৰৰ কথা ভাবিলেও হৃদয় উৎফুল্ল হয়।

আমাৰ প্ৰাচীন সম্পদ, শিল্পকলা যেনে—গৃহ, মন্দিৰ, দুৰ্গ নিৰ্ম্মাণ, নাও,

অস্ত্ৰ-শস্ত্ৰ, চিত্ৰ অঙ্কন, শিলালিপি আদি লিখন কাৰ্য্যত আমাৰ দেশ আমাৰ জাতি কিমান উন্নত আছিল সেইবোৰ কতক পৰিমাণে দেশৰ সৰ্বাকীক আৰু বাইজক দেখুৱাবৰ অভি-প্ৰায়ে আমাৰ উৎসাহী ডেকা-সাহিত্যিক শ্ৰীযুত সৰ্ব্বেশ্বৰ শৰ্ম্মা কটকীদেৱে কামৰূপ অনুসন্ধান সমিতিৰ জৰিয়তে কিছুমান slides বা ছাঁয়াচিত্ৰ তৈয়াৰ কৰি মেজিক লেণ্টাৰ্ণৰ সহায়েৰে সৰ্বৰ্ণৰৰ প্ৰাসাদ আৰু নানান সভা-সমিতিত দেখুৱাই ফুৰিছে আৰু এইদৰে তেওঁ দেশৰ এটা অভূতপূৰ্ব্ব মহৎ কাৰ্য্য সাধি প্ৰশংসা লভিছে। আমি তেওঁৰ উদ্যোগ নশলাগি থাকিব নোৱাৰিলোঁ। তেওঁৰ এই কাৰ্য্য সময়োচিত হৈছে। তেওঁ আজিকালি এইবোৰ চিত্ৰ সংগ্ৰহ নকৰিলে, আমাৰ বহুতো কীৰ্ত্তি সম্পদ অজ্ঞাততে লোপ পাই গ'লহেঁতেন। এইবোৰেও আমাক বুৰঞ্জীৰ বহুত কথাৰ সম্ভেদ দিয়ে।

## আমাৰ বৰ্ত্তমান অৱস্থা

ওপৰত যিবোৰ কথা কোৱা গ'ল, সেইবোৰ আগৰ কালৰপৰা আহোম ৰাজত্বৰ শেষলৈকে। আধুনিক যুগৰ আমাৰ দেশৰ অৱস্থা, মানুহৰ অৱস্থা বৰ শোক লগা। এতিয়া যি পিনেই চোৱা যায়, সেই পিনেই নিৰাশাৰ ছায়া। উৎসাহ, উদ্যোগ একোৱেই নাই। মানুহবোৰো আধা-মৰা আধা-জীয়া, আমি যেন পূৰ্ব্বৰ মানুহৰ সতি-সন্ততিয়ে নহওঁ; আমাৰ কাম-কাজবোৰো সোপা-চিলা। খেতি-বাতিৰে লাগ-বান্ধ নোহোৱা। বেপাৰ-বাণিজ্যতো দূৰৰ কথা। যি বেপাৰৰ বলত ইংৰাজ আজি সপ্তদ্বীপা বসুন্ধৰাৰ ৰজা, তাৰ আমি মোলকে নুবুজোঁ। আমাৰ দেশত প্ৰধান জীৱিকাৰ সহায় খেতি আৰু বেপাৰ দুয়োটাই নাই বুলিলেই হয়। ওচৰৰ আন আন প্ৰদেশৰ মানুহ আহি আমাৰ চকুৰ আগতে ধনী হৈ, মাটি-বাৰী লৈ ঘৰ-দুৱাৰ বান্ধি আমাতকৈ শতগুণে ভাল অৱস্থাৰে তিল্-থিলাই আমাক ক্ৰমে হাবি বননিলৈ ঠেলি আনিব লাগিছে, তালৈ আমাৰ ভ্ৰূক্ষেপেই নাই। আমাৰ দেশৰ মুগা, পাট, মেজাঙ্কৰি, এৰি তাকো বিদেশীয়ে হাত কৰি নি পৃথিৱীৰ নানা ঠাইত বেচি ধনী হ'ল। আমি যি আৰু সেই। শিল্পৰ কামতো আমি পাছ পৰা। পূৰ্ব্বে আহোমৰ দিনত দেশৰ ৰজাই দেশৰ মানুহৰ কৃষি, বাণিজ্য, শিল্প আদি সকলোৰে খবৰ লৈছিল—শিলাকুটিৰেপৰা বাঢ়ৈ, কমাৰ, কুমাৰ আদিৰ কাম ৰজা বা ৰাজকৰ্ম্মচাৰীৰ তত্ত্বাৱধানত সুন্দৰ ৰকমে দেশৰ মানুহেই কৰিছিল। সোণ ধোৱা, বাৰুদ কৰা, তোপ, বন্দুক সজা আদি ডাঙৰ ডাঙৰ কামো দেশৰ মানুহেই কৰিছিল। এতিয়া সেইবোৰ কামৰ কোনে খবৰ লয়? এতিয়াৰ সকলো কামকে বিদেশীয়ে কাঢ়ি নিলে। চকুৰ আগতে দেশত নানা পৰিবৰ্ত্তন ঘটিল, কত উঠিছে, কত পৰিছে। আমি কিবা বাঘমোৰত পৰাদি ভেলেকী লাগি চাই আছোঁ। আমাৰ চৈতন্যই হোৱা নাই। যেতিয়া দেশ পৰিব, তেতিয়া মানুহৰ লক্ষণ কাৰণ প্ৰকৃতি সকলো লৰি আহে। সিহঁতৰ আগৰ পুৰুষৰ পৰম্পৰা চলি অহা বস্তু-বাহানিলৈকো অনাস্থা হয়, ঘৃণা জন্মে। তাৰ মানে জাতীয়ত্ব হেৰুওৱা। আমাৰ দেশৰ আগৰ দিনৰ চৌদোল, দোলা, পৰিদোলা, পাল্কী, ফেটীছই, সিংহাসন, বৰপীৰা, মূৰ্ত্তি, শৰাই, মাইহাং, বঁটা, জাৰি, লোটা, কাঁহী, থাল, খাট, পালেং, হাতী-দাঁতৰ কাম, সোণ, ৰূপৰ নানা বিধীয়া অলঙ্কাৰ, পাত্ৰ, তাম-

পিতলৰ বাছন-বৰ্ত্তন, অস্ত্ৰ-শস্ত্ৰ সকলোবোৰ আজি যাদুঘৰৰ বস্তু হোৱাদি হ'ল। যি জাতিৰ কাম সোণ তৈয়াৰ কৰা, বাৰুদ বন্দুক সজা, নানাবিধ অস্ত্ৰ-শস্ত্ৰ-অলঙ্কাৰ কৰা, প্ৰকাণ্ড প্ৰকাণ্ড মন্দিৰ মূৰ্ত্তি গঢ়া, দেশত নানাবিধ শিল্প বাণিজ্যৰ বস্তু এনে কি ৰণ-তৰী পৰ্য্যন্তও তৈয়াৰ কৰা আছিল সেই জাতি আজি এলেহুৱা সোৱোপা অকামিলা গণ্য হ'ল। এইবোৰ ভাবিলেও মনত দুখ লাগে। কিন্তু এই পৰিনতিৰ কাৰণে যথাযথ ৰূপে বিচাৰ কৰাও জাতীয় বুৰঞ্জীৰ কাম। গতিকে এই অৱনতিৰ কাৰণ নিৰ্দ্দেশ আৰু তাৰ প্ৰতিকাৰ আদি বিধানো জাতীয় বুৰঞ্জীৰ উপাদান। আমি ইমানতে এইবোৰ কথা সামৰি আমাৰ ভাষা আৰু সাহিত্য বিচাৰি যাওঁ।

## ভাষা, সাহিত্য, বৰ্ণ আদি

দেশৰ ভাষা, সাহিত্য, সঙ্গীত আদিও বুৰঞ্জীৰ অন্তৰ্গত। যি জাতিৰ সাহিত্য যিমান উন্নত সেই দেশৰ সেই জাতি সিমান সভ্য বুলি পৰিচিত। সাহিত্যত ধৰ্ম্মৰ মিলন, কৰ্ম্মৰ মিলন, সমাজৰ মিলনত নানা প্ৰকাৰ জাতীয় হিত সাধিত হয়। সাহিত্যই সকলো কথাৰ বাহন। কি কৃষি, কি বাণিজ্য, কি শিল্প, কোনো বিষয় সাহিত্য নহলে উধাৰৰ হেতু দিব নোৱাৰি। ইংৰাজে তেওঁলোকৰ ভাষা আৰু সাহিত্য উন্নত আৰু সৰবৰহী কৰি থোৱাৰ গুণত জগতৰ ভিতৰত সকলো প্ৰকাৰে শ্ৰেষ্ঠ আৰু সভ্য বুলি পৰিচয় দিছে। এনেকৈ ফৰাছী জাৰ্ম্মেন সুৱাৰ সাহিত্যও ইংৰাজীৰ পাছে পাছে লৰাত অনেক প্ৰকাৰ বিজ্ঞানৰ উন্নতি হ'ব লাগিছে আৰু তেওঁলোকৰ ভাষাও দোপত-দোপে বিশ্ব-সাহিত্যত ঠাই পাইছে। সিদিনা ৰবীন্দ্ৰনাথ ঠাকুৰে "গীতাঞ্জলি" লিখি নোবেল বঁটা লৈ বঙ্গভাষাকো উজ্জ্বল কৰি তুলিছে আৰু নিজেও বিশ্বকবি নাম পাইছে। বিচাৰ কৰিলে আমাৰ দেশৰ সভ্যতা বঙ্গদেশতকৈ আগ ; আৰু আমাৰ ভাষাই একপ্ৰকাৰ বঙ্গভাষাৰ জন্মদাত্ৰী। কিন্তু হায়! আমাৰ দেশ আজি পাছ পৰা আৰু এই দেশৰ সাহিত্য আজি মেনেৰা, ঠিহিৰা মৰা হৈয়ে আছে। কাৰণ, আমাৰ দেশত মানুহ নাই, আমাৰ দেশ টোকোনা, আমাৰ পেটৰ চিন্তাত, ধনৰ চিন্তাত আমি জুৰুলা। যিবোৰ আছেঁ, সেইবোৰো সোৱোপা, কানীয়া, এলাবাদু। আমাৰ দেশৰ সাহিত্য চৰ্চ্চা কৰে কোনে? চাৰিটামান স্কুল কলেজৰ ল'ৰাই আৰু ধনাই, মনাই আদি দুই-চাৰিজন ছালছিগা ভিকহুৱে। দেশত যি অলপ ধনে বিদ্যায় চহকী, সেই সকলৰ ভাষালৈ সম্পূৰ্ণ অনাস্থা, সাহিত্যলৈ পিঠি। এনে স্থলতো ভাষা যে কোনো প্ৰকাৰে তিষ্ঠি আছে, সেয়েই পৰম ভাগ্য। আমাৰ অনেকে ভাবি নাচায় আমাৰ ভাষা কিমান প্ৰাচীন আৰু ইয়াৰ ভিতৰত কি ৰত্ন-ৰাজি আছে। ই যে কোনো প্ৰকাৰে হেয় বা অৱহেলাৰ যোগ্য নহয়, এনে অনুভৱ কৰিবৰ ঠেনু বা হেতুবো অভাৱ নাই।

আমাৰ ভাষাৰ ভিতৰত শ, ষ, স, এই কেইটা আখৰৰ উচ্চাৰণলৈ মন কৰিলে আমাৰ দেশত যে আৰ্য্য সভ্যতা ভাৰতৰ আন প্ৰদেশতকৈ আগ এনে প্ৰমাণ পোৱা যায়। আপোনাসকলে জানে ঋগ্বেদৰ সমসাময়িক পাৰ্চীবিলাকৰ ধৰ্ম্ম গ্ৰন্থৰ নাম জিন্দঅবস্তা। সেই জিন্দঅবস্তাত শ, ষ, স-ৰ যেনে উচ্চাৰণ আমাৰ ভাষাতো তেনে। সেই ভাষাত

শ, ষ, স, এই কেইটা আখৰৰ উচ্চাৰণ ঠাই বুজি 'হ'ও হৈ যায়। আমাৰ ভাষাতো তেনে প্ৰয়োগ; যেনে, শহুৰ, মোহা, মানুহ, পেহী ইত্যাদি। এই পাৰ্চীবিলাক ইৰাণিক আৰ্য্য। এওঁবিলাকৰ উপাস্য দেৱতা "অসুৰ" আছিল, তাৰ অৰ্থ প্ৰাণদাতা। সেই অসুৰৰ ভিতৰত শ্ৰেষ্ঠজনক 'অহুৰ-মজদ' বা মহৎ অসুৰ বুলিছিল। আমাৰ দেশত অসুৰ উপাধি দেৱতাৰপৰা বজাত বয়গৈ। বোধ হয় তেওঁলোক (বজাসকল) পূৰ্ব্বে অসুৰ উপাসক থকাৰ নিমিত্তে সংস্কৃত প্ৰাধান্য বৈদিক যুগত অসুৰ উপাধি লবলৈ গৌৰৱ বোধ কৰিছিল। কোনো কোনো ইংৰাজে আমাৰ দেশৰ বজা নৰকাসুৰকো পাৰ্চী বুলিয়ে অনুমান কৰে। এইবোৰ কথাৰ পৰা অনুমান কৰি লব পাৰি যে প্ৰথমতে ভাৰতৰ পঞ্জাব প্ৰদেশত যি অলপীয়া আৰ্য্যৰ দল সোমাইছিল তেওঁলোক ইৰাণিক আৰ্য্য আছিল। বুৰঞ্জী পাঠক মাত্ৰেই জানে মধ্য এছিয়াত ইৰাণিক আৰু বৈদিক আৰ্য্যসকলৰ ভিতৰত সদায় বিৰোধ আছিল। ভাৰততো তেনে বিৰোধ যে নহৈছিল এনে বুলিব নোৱাৰি। যেতিয়া বৈদিক আৰ্য্যসকল দলে দলে ভাৰতলৈ আহিবলৈ ধৰে, তেতিয়া পঞ্জাবত থকা অলপীয়া ইৰাণিক আৰ্য্য দল বৈদিক আৰ্য্যৰ লগত যুদ্ধত পৰাস্ত হৈ বা আন কাৰণত ভাৰতৰ পূব কোণলৈ হুঁহকি, নিৰ্ব্বিঘ্নে বাস কৰিবলৈ অহা সম্ভৱ। এই ইৰাণিক আৰ্য্য দলেই যে সিন্ধু নৈক প্ৰথমে 'হিন্দু' নাম দিয়ে এইটো ধুৰুপ। তাৰ পিছতহে বৈদিক আৰ্য্যসকল সিন্ধু পাৰ হৈ পঞ্জাবত বাস কৰাত হিন্দু নামে অভিহিত হয়। সেই বৈদিক যুগত সিন্ধু প্ৰদেশতো কিছুমান সুমেৰীয় আৰ্য্য থকাৰ প্ৰমাণ ওলাই পৰিছে। তাৰো কিছুমান মানুহ ইৰাণিক দলৰ লগতে বা পিছুতে আহি প্ৰাচীন কামৰূপ সোমোৱা একো আচৰিত নহয়। আপোনালোকৰ এই খণ্ড তন্ত্ৰত 'সৌমাৰপীঠ' বোলাৰ কাৰণ বোধ হয় এই খণ্ড সুমেৰীয় বিলাকৰ অধ্যুসিত বা বাসভূমি বুলি নিৰ্দ্দিষ্ট হৈছিল। আনখণ্ডত ইৰাণিক আৰ্য্যসকল বাস কৰা নিশ্চয়। কালত দুয়োদল মিহলি হৈ এটা জাতি হৈ যাব পাৰে। তেওঁলোকৰ ভাষা আবস্তিক থকা ধুৰুপ। নৰকাসুৰৰ দিনত যেতিয়া বৈদিক আৰ্য্য প্ৰভাৱ বাঢ়ে আৰু বৈদিক আৰ্য্য উপনিবেশৰ লগে লগে সংস্কৃতৰ প্ৰাধান্য চলে, তেতিয়া তেওঁলোকে বৈদিক আৰ্য্যৰ লগত মিলি সম্পূৰ্ণ বৈদিক হৈ যায় আৰু তেওঁলোকৰ ভাষা আবস্তিক আৰু সংস্কৃত মিহলি হৈ এটা নতুন আকৃতি ধাৰণ কৰে, অথবা আবস্তিক একেবাৰে লোপ পায়েই যোৱা সম্ভৱ। তেতিয়াই আখৰবিলাকৰো উচ্চাৰণত বিকৃতি ঘটি—আবস্তিক গুচি সংস্কৃতলৈ পৰিৱৰ্ত্তিত হয়। কিন্তু শ, ষ, স, এই কেইটা আখৰৰ আবস্তিক উচ্চাৰণ একোতে নগ'ল, ই চিৰকাললৈ ৰৈ গ'ল। এয়ে আজিকালিৰ অসমীয়া ভাষাৰ বিশেষত্ব। এই শ, ষ, স কেইটাৰ আবস্তিক উচ্চাৰণে সংস্কৃত উচ্চাৰণৰ ওপৰতো ক্ষমতা চলাইছিল। তাৰ প্ৰমাণ, আজিও আমাৰ দেশৰ পণ্ডিতসকলে সংস্কৃত মন্ত্ৰ মাতিলে বা পঢ়িলে যি অসমীয়া উচ্চাৰণ কৰে; সেয়ে আবস্তিক উচ্চাৰণ। তাৰ ফলত আজিও অসমত কি সংস্কৃত কি অসমীয়া শ, ষ, স এইকেইটা আখৰ আন বৰ্ণৰ লগত যুক্ত নহৈ অযুক্ত অৱস্থাত থাকিলে আবস্তিকৰ দৰে উচ্চাৰিত আৰু যুক্ত হলে সংস্কৃতৰ দৰে উচ্চাৰিত হয়। যেনে, অযুক্তত সত্য, শাপ, পাষণ্ড ইত্যাদি; আৰু যুক্তত বাষ্প, পুষ্প, নিশ্চয় ইত্যাদি। কোনো কোনো শব্দত যুক্তাক্ষৰতো আবস্তিক উচ্চাৰণ হোৱা

দেখা যায়। যেনে, স্বয়ম্বৰ, বৰ্ষণ, কৰ্ষণ, ইত্যাদি। গতিকে দেখা যায়, আমাৰ দেশৰ প্ৰাচীন ভাষাৰ প্ৰথম অৱস্থা 'আবস্তিক' তাৰ পিছত সংস্কৃত মিশ্ৰিত, তাৰ অনেক কাল পিছত প্ৰাকৃতত পৰিবৰ্ত্তিত। সেই প্ৰাকৃতেই প্ৰাচীন কামৰূপী। এই কামৰূপী প্ৰাকৃতেই ৰূপ সলাই মাৰ্জ্জিত হৈ প্ৰথমে সৌমাৰ তাৰ পিছে অসমীয়া ভাষা নাম পাইছে। এই নাম নিতান্ত আধুনিক। এই ভাষাৰ ওপৰত পৰ্ব্বতীয়া নগা, মিকিৰ আৰু কছাৰী আদিৰ দোৱান আৰু আহোমৰ টাই ভাষাৰো হেচা পৰেহি।

আমি এই প্ৰসঙ্গতে আমাৰ আবস্তিক উচ্চাৰণৰ সম্বন্ধে আৰু এটি কথা ক'ব খোজোঁ। সেই কথা বা প্ৰসঙ্গ আজিকালি বহুদিনৰ মূৰত কোৱা বুলি অনেকে উৰুৱাই দিব পাৰে, যেহেতু সেই কথা অসমীয়া ভাষাৰ ওজাসকলে মনা নাই। তথাপি আমাৰ কোৱা-মুখ কৈ চাম, আৰু আপোনালোকেও অলপ গভীৰ বিবেচনা কৰি চাব পাৰে। আমি এই প্ৰসঙ্গ ৩৫ বছৰ আগেয়ে এবাৰ কলিকতীয়া 'জোনাকী' কাকতত তুলিছিলো, কিন্তু একো ফল নধৰিলে। আমি ওপৰতে কৈ আহিছোঁ—শ, ষ, স, এই কেইটা আখৰ যেতিয়া আন আখৰত যুক্ত হয়, তেতিয়া সিহঁতৰ সংস্কৃতৰ দৰে উচ্চাৰণ আৰু অযুক্ত হৈ অকলে থাকিলে আবস্তিক বা অসমীয়া উচ্চাৰণ হয়। এই দশাতে চ, ছ, এই দুই আখৰকো পেলাওঁ। বিদেশী শব্দৰ যুক্ত বা অযুক্ত আখৰতে ইহঁতৰ সংস্কৃতীয়া উচ্চাৰণৰ স্থানীয় কৰি, বিনা আপত্তিতে ইহঁতক সেই সেই আখৰত ঠাই দিওঁ সিফালে সিহঁতৰ প্ৰকৃত উচ্চাৰণ হক বা নহওক। যেনে—চাৰ্লস্, চাৰ্জ, চাৰ্চ্চ ইত্যাদি। আকৌ শ, ষ, স, এই কেইটা আখৰ থকা বিদেশী শব্দকো চ, ছ-ৰ চক্ৰত পেলাই, সিহঁতকো সেই ৰূপ দি কিম্ভূত কিমাকাৰকৈ পেলাওঁ। যেনে—চুইডেন্ ( Sweden ) চুইজাৰলেণ্ড ( Switzerland ) ইত্যাদি। ইয়াৰ পৰা আমাৰ ভাষাত বৰ্ণমালাৰ অপূৰ্ণতা বা অভাৱত বাজে কি দেখুৱাওঁ ? আমি আগতে কৈ আহিছো আমাৰ ভাষাত আবস্তিক আৰু সংস্কৃত দুয়োটা উচ্চাৰণ বৰ্ত্তমান। এনে স্থলত আমি আমাৰ বৰ্ণমালাৰ ত্ৰুটি বা অপূৰ্ণতা দেখুৱাবলৈ যাওঁ কিয় ? বৰং আমি জোৰ দি কব পাৰেঁা, ভাৰতীয় আন প্ৰাদেশিক ভাষাৰ বৰ্ণমালা পঞ্চাশটা ; আমাৰ ভাষাত ৫৫টা। অতিৰিক্ত পাঁচটা সংস্কৃতীয়া বা বিদেশী উচ্চাৰণ থকা চ, ছ, শ, ষ, স। এই কেইটা আখৰ বিভিন্ন ৰাখিবলৈ সিহঁতৰ ওপৰত একোটা ফুট বা টান দিলেই, বিদেশী শব্দ আমাৰ ভাষাত লিখিবলৈ বহুত উজু হৈ পৰে। তেতিয়া বিদেশী শব্দৰ মূলো নেহেৰায় আৰু শব্দবোৰৰ প্ৰকৃত উচ্চাৰণ ৰৈ যায়। তাৰ লগতে আমাৰ ব্যাকৰণৰো এটা অতিৰিক্ত সূত্ৰ কমে। আজিকালি উন্নত স্বৰলিপিৰ যুগত কত ধৰণৰ আখৰ হ'ব লাগিছে তাক বহুতে দেখিছে। এনে ধৰণৰ (যেনে, চ̊, ছ̊, শ̊, ষ̊, স̊) ওপৰত ফুট দিয়া এশাৰী আখৰ আমাৰ প্ৰথম শিক্ষা কিতাপবোৰত ৰাখি, তাৰ প্ৰকৃত উচ্চাৰণ ল'ৰা-ছোৱালীক শিক্ষা দিলেই, আমাৰ ল'ৰা-ছোৱালীবোৰৰ ইংৰাজী বা সংস্কৃত উচ্চাৰণৰ একো ত্ৰুটি নাথাকিব যে এইটো ধ্ৰুৰূপ। আপোনাসকলে জানে আৰু দেখিছে, ইংৰাজীত ভাৰতীয় বা আন দেশৰ শব্দৰ উচ্চাৰণ ৰাখিবলৈ তেওঁলোকৰ আখৰ কেইটাত কতৰকম ৰূপ সলাব লাগিছে। বঙালীয়েও আমাৰ, 'ব' আখৰটো নি 'ব'ৰ তলত থিয় আঁক দি (ৱ) কৰি

ইংৰাজীৰ W আখৰৰ উচ্চাৰণ দেখুওৱা কৰিছে। আজিকালি বিজ্ঞানৰ উন্নত যুগত, আমাৰ ভাষাৰ উন্নতিৰ লগে লগে কত বিদেশী ইংৰাজী, লেটিন্, গ্ৰীক শব্দ আমাৰ ভাষাত সুমুৱাই কিতাপ লিখিব লাগিব, তাক সকলোৱে অনুভৱ কৰিব লাগিছে। ভৱিষ্যতে এনে এটা উপায় নিৰ্দ্ধাৰণ নকৰিলে, বিদেশী বিজ্ঞান, দৰ্শন, তৰ্কশাস্ত্ৰ, ভূ-বিদ্যা, জীৱ-বিদ্যা, খনিজ-বিদ্যা, উদ্ভিদ-তত্ত্ব আদি লিখাত লেখকসকল কিমান আহুকালত পৰিব, সেইটো সকলোৱে ভাবি চোৱা উচিত।

আৰু এটা কথা, ভাষাৰ আখৰবোৰৰ এটা নিৰূপিত উচ্চাৰণ থাকিব লাগে। উচ্চাৰণ নাথাকিলে ভাষাৰ তেজ বা জীৱনী শক্তি নাথাকে। সমাজে বা সভাই যি যি উচ্চাৰণ বান্ধিব, সেইদৰে সকলো কথাতে সভা-সমিতিৰ বক্তৃতাত বা ৰচনা আদিত ব্যৱহাৰ কৰিব লাগে। উচ্চাৰণহীন-মন্ত্ৰ আদি যেনেকৈ কাৰ্য্যকৰী নহয়, তেনেদৰে প্ৰকৃত উচ্চাৰণহীন ভাষাও মৰত বহা হৈ জীৱন্ত ভাষাৰ শাৰীলৈ আহিব নোৱাৰে। এইবোৰ সাহিত্য সভাৰ কৰ্ত্তব্য দেখি, সেই সভাৰ ওপৰত নিৰ্ভৰ কৰি আমি এইকথা ইমানতে এৰিলো।

## বৰ্ণ বা আখৰ

আমাৰ বৰ্ণ বা আখৰৰ ওৰি বিচাৰ কৰিবলৈ যোৱাও সহজ কাম নহয়। মেক্সমূলাৰ আদি য়ুৰোপীয় ভাষাবিদ্ পণ্ডিতসকলে খ্ৰীঃ পূঃ ষষ্ঠ শতাব্দীকে আৰ্য্য-ভাৰতীয় যুগ বোলে। সেই যুগৰ 'ললিত বিস্তাৰ' নামে বৌদ্ধগ্ৰন্থত প্ৰাচীন লিপিৰ ভিতৰত ব্ৰাহ্মী লিপিকে প্ৰথম স্থান দিছে। আমাৰ পূজনীয় বেজবৰুৱাৰ মতেও সেই ব্ৰাহ্মী লিপিয়ে ভাৰতীয় আন আৰ্য্য ভাষাৰ দৰে আমাৰ ভাষাৰ আখৰবো আদি অৱস্থা। সেই ব্ৰাহ্মীলিপি যুগ পৰিবৰ্ত্তনৰ লগে লগে কত ৰূপত পৰিবৰ্ত্তিত হৈছে, তাক ক'ব নোৱাৰি। ললিত-বিস্তাৰত ব্ৰাহ্মীক লৈ ৬৩ ৰকম লিপিৰ উল্লেখ আছে। তাত পূৰ্ব্ববৈদেহ, বঙ্গ আদি লিপিবো নাম পোৱা যায়। সাহিত্যদৰ্পণ নামে সংস্কৃত পুথিত প্ৰাচ্যলিপিৰ নাম দেখা যায়। এই প্ৰাচ্যলিপিৰ ভিতৰতে প্ৰাচীন বঙ্গত পূৰ্ব্ব বৈদেহ আৰু প্ৰাচীন কামৰূপী লিপি পৰা বুলি নিশ্চয়কৈ ধৰিব পাৰি। কেও দেশৰ পুৰণি তামৰ ফলিবিলাক পৰীক্ষা কৰি চালে, প্ৰাচীন বঙ্গ, বৈদেহ আৰু প্ৰাচীন কামৰূপীৰ অলপ-অচৰপহে প্ৰভেদ ওলাই পৰে। সতিকে ললিত-বিস্তাৰত উল্লেখ কৰা 'বঙ্গলিপি' আজিকালিৰ বঙ্গাক্ষৰ নহয়। আজিকালিৰ বঙলা আৰু অসমীয়া অক্ষৰ তন্ত্ৰ-যুগতহে উৎপত্তি হয়। এই বিষয়ে পিছত অলপ বহলাই কোৱা হৈছে।

ওপৰত উল্লেখ কৰা খ্ৰীঃ পূঃ ষষ্ঠ শতাব্দীৰ প্ৰাচ্যৰ অন্তৰ্গত প্ৰাচীন কামৰূপী আখৰৰ নিদৰ্শন দেখুৱাবলৈ এতিয়ালৈকে কোনো ফলি বা পুথি ওলোৱা নাই। পোৱাৰ ভিতৰত ১২শ বছৰৰ পিছৰ ৭ম শতাব্দীৰ আৰম্ভৰ ভাস্কৰবৰ্ম্মাৰ সংস্কৃতত লিখা তামৰ ফলি। এই ফলিৰ আখৰ খ্ৰীঃ পূঃ ষষ্ঠ শতাব্দীৰপৰা চলি অহা পূৰ্ব্ব বৈদেহ বা ত্ৰিহুতী আখৰৰ সমকালীন, তাক আখৰৰ সাদৃশ্যৰপৰাই ডাঠি কব পাৰি। এই ফলিৰ আখৰ

বৰ জটিল। ইয়াৰ পিছৰ যুগৰ যিবিলাক সংস্কৃত শিলৰ ফলি আৰু তামৰ ফলি ওলাইছে, সেইবোৰৰ আখৰ কিছু মুকলি আৰু স্পষ্ট। কিন্তু মুকলি হলেও এইবোৰ কুটিল ধৰণৰ আৰু ত্ৰিহুতীয়া কুটিল আখৰে সৈতে অনেকৰ মিল। ছ, জ, ট, ঠ, ঢ, ণ, দ, ন, ত, ব, ল, ই, উ, এইকেইটা আখৰ প্ৰধানতঃ ত্ৰিহুতীয়া আখৰেৰে সৈতে সাদৃশ্য থকা। এই কুটিল আখৰেই যুগে যুগে ৰূপ সলাই আধুনিকলৈ ঢাল লৈ আহে। কোনো জনে বিজাই চাব খুজিলে তলত নাম দিয়া ফলিবোৰৰ আখৰবোৰ পৰীক্ষা কৰিলেই প্ৰাচীন আখৰৰ ক্ৰমিক পৰিবৰ্ত্তনবোৰ ফট্‌ফটীয়াকৈ ধৰা পৰিব।

(১) ৫১০ গুপ্তাব্দ বা ৮২৯ খ্ৰীষ্টাব্দৰ তেজপুৰৰ হৰ্জ্জৰ বৰ্ম্মাৰ শিলৰ ফলি।
(২) ৯ম শতাব্দীৰ শিৱসাগৰৰ দেওপানীৰ বিষ্ণুমূৰ্ত্তিৰ পিঠিৰ শিল ফলি।
(৩) ৯ম শতাব্দীৰ বনমালদেৱৰ তামৰ ফলি।
(৪) ৯ম শতাব্দীৰ বলবৰ্ম্মাৰ তামৰ ফলি।
(৫) ১০ম শতাব্দীৰ ৰত্নপালৰ তামৰ ফলি।
(৬) ১১শ শতাব্দীৰ ইন্দ্ৰপালৰ তামৰ ফলি।
(৭) ১১শ শতাব্দীৰ ধৰ্ম্মপালৰ তামৰ ফলি।
(৮) ১২শ শতাব্দীৰ বৈদ্যদেৱৰ তামৰ ফলি।
(৯) ১৩শ শতাব্দীৰ কানাই বৰশীৰ যৱন জয় কৰা শিলালিপি।

এইবোৰ ফলিৰ আখৰ ক্ৰমে আধুনিক বৈখিক আখৰলৈ পৰিবৰ্ত্তিত। ইয়াৰ কাৰণ কি? যিমানে দিন ভটীয়াই আহিছিল, সিমানে আখৰে অলপ অলপকৈ ৰূপ সলাই উৎকৰ্ষ লভিলে কিয়? তাৰ কাৰণ, বোধ হয় দেশত প্ৰাদেশিক ভাষাৰ প্ৰভাৱ বিস্তাৰ আৰু সৰ্ব্বসাধাৰণে সহজে লিখিব পৰা আখৰৰ আৱিকাৰ। এই আৱিকাৰ কেতিয়াৰ পৰা হ'ল? ৭ম কি ৮ম শতাব্দীত যেতিয়া তন্ত্ৰবিলাক ৰচিত হয়, তেতিয়াই এই বৈখিক আখৰ হোৱাৰ প্ৰমাণ পোৱা যায়। কামধেনু-তন্ত্ৰত এই বৈখিক আখৰৰ মাহাত্ম্য বৰ্ণনা পোৱা যায়। * গতিকে দেখা যায় দেশত দুই ৰকম আখৰ চলিবলৈ ধৰে। এক ৰকম কুটিল আৰু আন ৰকম বৈখিক। এই বৈখিক আখৰ কোনে আৱিস্কাৰ কৰিলে এনে প্ৰশ্ন হ'ব পাৰে। তেতিয়াৰ দিনত সেই যুগত আমাৰ দেশত শঙ্কৰাচাৰ্য্যৰ লগত বাদ কৰা কুমাৰিলভট্ট, অভিনবগুপ্ত আদি প্ৰধান প্ৰধান পণ্ডিতে জন্মগ্ৰহণ কৰে। সেই সকলৰ দিনতে আখৰৰ পৰিবৰ্ত্তন ঘটা নিতান্ত সম্ভৱ। এই পৰিবৰ্ত্তন প্ৰথমে প্ৰাচীন কামৰূপ আৰু বঙ্গৰ দোমোজাৰ কোনো ঠাইত হোৱা নিশ্চয়। আমাৰ বিবেচনাত কমতা বিহাৰতে এই আখৰ প্ৰথমে আৱিকাৰ হয়। তাকে পশ্চিম বঙালীয়ে নি বঙ্গ বা বঙলা অক্ষৰ নাম দিছে, আৰু পূবে কামৰূপীয়ে আনি কামৰূপী বা অসমীয়া নাম দিছে। ইয়াত বোধ কৰোঁ, বঙালীৰ প্ৰতিবাদ কৰিবৰ একো নাই। তথাপি

* অধুনা সংপ্ৰৱক্ষামি ককাৰতত্ত্বমুত্তমং।
ৱামৰেখা ভৱেদ্ ব্ৰহ্মা ৱিষ্ণুৰ্দক্ষিণৰেখিকা॥
অধোৰেখা ভৱেদ্ ৰুদ্ৰো মাত্ৰা সাক্ষাৎ সৰস্বতী।
কুণ্ডলী অঙ্কুশাকাৰা মধ্যে শূন্যঃ সদাশিৱ॥ ইত্যাদি

বঙালীয়ে আধুনিক বৈদিক আখৰকে ভাৰতৰ ভিতৰত অতি প্ৰাচীন 'বঙ্গলিপি' নাম দি নানা সমালোচনাত লাগি থৈছে। কাৰণ, ললিত-বিস্তাৰত "বঙ্গলিপি" নাম আছে। কিন্তু তেনে গৌৰৱ কৰা তেওঁলোকৰ ভুল। তেওঁলোকৰ প্ৰাচীন লিপি—যাক তেওঁলোকে আধুনিক আখৰকে অপাটিয়াই বঙ্গলিপি বোলে, সেই লিপি যে তিব্বতী আখৰৰে প্ৰকাৰ ভেদ মাত্ৰ তাক আগতে কৈ আহিছোঁ। তেওঁলোকে আমাৰ কথা নপতিয়াব পাৰে; কিন্তু তেওঁলোকৰ পুৰণি আখৰ যে তিব্বতীয়া আখৰৰ ৰূপান্তৰ তাক তেওঁলোকৰ দেশৰ পণ্ডিত স্বৰ্গীয় ৰামগতি ন্যায়ৰত্ন মহাশয়ে স্বীকাৰ কৰি তেওঁৰ ৰচিত 'বাঙ্গালা ভাষা ও বাঙ্গালা সাহিত্য" কিতাপত ১৮৭৩ খ্ৰীষ্টাব্দত লিখি থৈ গৈছে। বঙালীয়ে বেয়া পাব নালাগে, বঙলাৰ আধুনিক বৈদিক আখৰ আমাৰ এই তন্ত্ৰপ্ৰধান দেশ—য'ত তান্ত্ৰিকৰ প্ৰধান পীঠ কামাখ্যা আজিও বৰ্তমান, সেই কামৰূপৰপৰাহে নিয়া। এই কথা তেওঁ-লোকে সৰ্ব্বত স্বীকাৰ নকৰিলেও আচল সত্য কেতিয়াও গোপনে নাথাকে। নিৰপেক্ষ সমালোচকে বিশেষতঃ য়ুৰোপীয় ভাষাতত্ত্ববিদে কেতিয়াবা বিচাৰ কৰি দিলে বঙালীয়ে তাক স্বীকাৰ কৰিবলৈ বাধ্য হব, তাৰ কোনো ভুল নাই। আমি এই প্ৰসঙ্গতে আৰু এটি কথা নকৈ নোৱাৰিলো। ভাৰতত ওঁম আখৰটো যেনে পবিত্ৰ জাপানত এঁৰ দৰে আখৰ এটা বৰ পবিত্ৰ মন্ত্ৰ বুলি ধৰে। বঙালীয়ে এই কথা জানিব পাৰি পুৰণি 'প্ৰবাসী' কাকতত এই আখৰটোৰ সম্বন্ধে সমালোচনা কৰিছিল আৰু এই আখৰটোৰ পৰাই তেওঁ-লোকে তেওঁলোকৰ বঙ্গভাষা একালত জাপান পৰ্য্যন্ত বিস্তৃত হৈছিল বুলি গৌৰৱ কৰিছিল। কিন্তু এঁ আখৰটো যে অসমীয়া তাক তেওঁলোকে ঈৰ্ষাতে হওক বা ঘৃণাতে হওক অসমত বিচাৰ কৰি চোৱা নাই। আমাৰ হাতে লিখা পুথিত যে 'ব' লিখিব লাগিলেই 'ৰ'ৰ ওপৰত (ঁ) চন্দ্ৰবিন্দু দি এঁৰ দৰে লিখা তাৰ হাজাৰ হাজাৰ প্ৰমাণ আজিও পৰি ৰৈছে। ৭ম শতাব্দীত হিউৱেনচাং আদি চীন পৰিব্ৰাজকৰ দিনত তেনে আখৰ চীনলৈ গৈ চীনৰপৰা জাপান পোৱা একো আচৰিত নহয়। এনেকৈ আমাৰ আখৰ, আমাৰ ভাষাক, আৰু আমাৰ পুথিক বঙালীয়ে নিচকী হব খোজা প্ৰয়াস ধৰা পৰি আহিছে।

## প্ৰাদেশিক ভাষা

ভাৰতীয় প্ৰাদেশিক ভাষাবোৰৰ সম্পৰ্কে ভাষাবিদ পাশ্চাত্য পণ্ডিতসকলৰ নানা মুনিৰ নানা মত। জাৰ্ম্মান পণ্ডিত বেবাৰে ভাৰতীয় প্ৰাদেশিক ভাষাবোৰ তৃতীয় শতাব্দীৰপৰা হোৱা বুলি কয়। তেখেতে সংস্কৃত, পালি প্ৰাকৃতৰ পৰিবৰ্ত্তনবোৰ লক্ষ্য কৰিয়ে এনে মত প্ৰকাশ কৰিছে, কিন্তু সেই কথাৰ প্ৰমাণ দিবলৈ ভাৰতীয় কোনো প্ৰাদেশিক ভাষাৰে সেই কালৰ কোনো পুথি থকা বুলি শুনা নাযায়।

সেইবোৰ প্ৰাদেশিক ভাষা প্ৰথম অৱস্থাত যে মুখে মুখে চলি অহা ভাষা তাত কোনো সন্দেহ নাই। তাৰ পিছে কিছুদিনৰ মূৰত কিছু পৰিমাণে নিয়ম-কাৰণৰ তলৈলৈ আহি ঠায়ে ঠায়ে গান-গীত লাগিলত লিখিত অৱস্থালৈ অহা বুলি অনুমান কৰিব পাৰি। আমাৰ দেশৰ ডাকৰ বচনবোৰ ষষ্ঠ শতাব্দীৰে বুলি ধৰা যায়, কিন্তু সেইবোৰ যে প্ৰথমতে মুখে মুখে চলি অহা কথা তাত কোনো সন্দেহ নাই। তাৰ পিছে ৭ম

শতাব্দী মানত কোনো জনে সেই বচনবোৰ সংগ্ৰহ কৰি পুথিৰ আকাৰত পৰিণত কৰে বুলি বিশ্বাস কৰিব পাৰি। যিজনে এই পুথি সংগ্ৰহ কৰি অসমীয়া সাহিত্যৰ পাতনি পাতি গ'ল তেওঁৰ ওচৰত অসমীয়া মাত্ৰেই ঋণী। কিয়নো, ইয়াকেই আমাৰ অসমীয়া সাহিত্যৰ প্ৰথম পুথি বুলি ধৰিব লগীয়াত পৰিছে। ৭ম শতাব্দীৰ মধ্য ভাগত হিউ-এনচাং কামৰূপলৈ অহাত তেওঁ কামৰূপৰ ভাষা মধ্য ভাৰতৰ ভাষাৰ লগত মিল বুলিছে লিখিছে, কিন্তু তেওঁ কোনো প্ৰাচীন ভাষাৰ পুথি দেখাৰ উক্তি কৰা নাই। সেই শতাব্দীত কুমাৰ ভাস্কৰবৰ্ম্মা ৰজাই তেওঁৰ দূত হংসবেগৰ হাতত অগুৰুস্বকত অৰ্থাৎ সাঁচি পাতত লিখা এখন পুথি তেতিয়াৰ ভাৰত সম্ৰাট হৰ্ষবৰ্দ্ধনলৈ উপহাৰ পঠোৱাৰ কথা হৰ্ষ-চৰিতত উল্লেখ আছে। এই পুথি ডাক-ভণিতা বুলি আমাৰ প্ৰবীণ সাহিত্যিক স্বৰ্গীয় হেমচন্দ্ৰ গোস্বামীদেৱে অনুমান কৰি গৈছে। যি হওক আমাৰ লিখিত সাহিত্য ৭ম শতাব্দীৰেপৰা ধৰিলেও ইয়াৰ বয়স ১৪০০ চৈধ্যশ বছৰৰ কম নহব।

৮ম কি ৯ম শতাব্দী মানত বঙালীয়ে আমাৰ ডাক-ভণিতা পুথি বঙ্গদেশত পাই তাৰ ভাষা নুবুজাৰ গুণেই হওক বা ইয়াৰ প্ৰাচীনত্ব দেখুৱাবৰ গুণেই হওক উড়িয়া আদি ভাষাৰ ৰহণ সানি বাৰে-বঙলুৱা কৰি তোলে। ইয়াকেই আজিকালিৰ বঙালী গ্ৰন্থকাৰে তেওঁলোকৰ আদি গ্ৰন্থ পাতি, 'বঙ্গভাষা সাহিত্য পৰিচয়' কিতাপৰ প্ৰথমতে ঠাই দিছে। বঙালীয়ে এনে কৰাত আমাৰ কোনো হানি হোৱা নাই; বৰং এইটো আমাৰ গৌৰৱৰ কথাহে। কিয়নো ৭ম শতাব্দীত অসমীয়াৰ যি আদি পুথি, সেয়ে পৰিৱৰ্ত্তিত আকাৰে ৯ম শতাব্দীত বঙালীৰো আদি পুথি হৈছেগৈ। কিন্তু তেওঁলোকে এই পুথি আমাৰ দেশৰ বুলি স্বীকাৰ নকৰি, নিজস্ব বুলি প্ৰতিপন্ন কৰিবলৈ যোৱাটো অন্যায়। অথচ, সিফালে ডাকৰ জন্ম স্থান কামৰূপ বুলি স্বীকাৰ নকৰাকৈও থাকিব পৰা নাই। তেওঁলোকৰ কোনোজনে অসমীয়া আৰু বঙালী ডাকৰ বচনবোৰ ৰিজাই চালেই, কোনখন কাৰ নকল সহজে বুজিব পাৰিব। (আমি 'আৱাহন' ১ম বছৰ; ২য় সংখ্যাত কিছুমান অসমীয়া আৰু বঙালী ডাক পুৰুষৰ বচনৰ পাৰ্থক্য দেখুৱাইছো।)

ডাক-ভণিতাৰ সময়ৰ বা তাৰ পাছৰ ল'ৰা শুৱৰা নাম, বিহুনাম, বিয়ানাম, গৰখীয়া গীত, নাওখেলোৱা গীত, হুচৰি গীত, জৰা-ফুকা মন্ত্ৰ আদি কিছুমানৰ নমুনা ৺গোসাঁই ডাঙৰীয়াৰ 'সাহিত্যৰ চানেকি' কিতাপত ঠাই দিছে। এইবোৰ যে ভাষাৰ আদিৰ অৱস্থাৰে পৰা মুখে মুখে চলি অহা তাত কোনো সন্দেহ নাই। তাৰে ভিতৰত জৰা-ফুকা মন্ত্ৰ-তন্ত্ৰবোৰ সদায় ব্যৱহাৰত লাগে দেখি কোনো কোনো জনে সেইবোৰ সংগ্ৰহ কৰি, মন্ত্ৰপুথি, কৰতি-পুথি, আদি নাম দি লিখি থৈ যোৱা বুলি অনুমান কৰিব পাৰি। এইবোৰ পুথিৰ কোন কোন লেখক আছিল তাক জানিবৰ উপায় নাই। তেওঁ-লোক কবি নহব পাৰে, বিদ্বান পণ্ডিত নহব পাৰে, কিন্তু ভাষা বুৰঞ্জীৰ হিছাপত এইবোৰ পুথিও আমাৰ অৱহেলাৰ বস্তু নহয়। এইবোৰৰ লিখকসকলে ব্ৰাহ্মণ পণ্ডিতসকলক সংস্কৃত ধৰ্ম্ম-কৰ্ম্মৰ পুথি, পূজা-সেৱাৰ পুথি সাঁচিপাতত লিখা দেখি মন্ত্ৰ-তন্ত্ৰবোৰো লিখিবলৈ আৰম্ভ কৰাটো নিশ্চয়।

এই যুগৰ পিছত পুৰুষোত্তম গজপতিৰ 'দীপিকাছন্দ' পুথিখন ৰচিত বুলি অনেক সাহিত্যিকৰ ধাৰণা, কিন্তু ইয়াৰ সময় লৈ এতিয়াও মতভেদ চলি আছে। কোনোৱে ৬ষ্ঠ শতাব্দী, কোনোৱে ১১শ শতাব্দী বুলি ইয়াৰ কাল নিৰ্দ্দেশ কৰে। আমাৰ বিবেচনাত ১১শ শতাব্দী হোৱাই সম্ভৱ।

ইয়াৰ পিছত প্ৰাক্-বৈষ্ণৱ যুগ পৰে। এই যুগ ১২শ শতাব্দীৰপৰা ১৪শ শতাব্দীলৈকে। এই যুগৰ ৰুদ্ৰ কন্দলিৰ মহাভাৰত-দ্ৰোণপৰ্ব্ব, হেম সৰস্বতীৰ প্ৰহলাদ-চৰিত, কবিৰত্ন সৰস্বতীৰ দ্ৰোণপৰ্ব্ব, মাধৱ কন্দলিৰ ৰামায়ণ আৰু দুৰ্গাবৰৰ গীতি-ৰামায়ণেই প্ৰসিদ্ধ। এই যুগতে অনেক পণ্ডিতে সংস্কৃত পুথি ভাঙি নিজ মাতৃভাষাত পয়াৰ, দুলৰী, লেচাৰী আদি অনেক ছন্দত লিখিবলৈ লাগি যায়। ইয়াৰ ভিতৰত দুৰ্গাবৰে গীতিছন্দ লিখি ভাষাক নতুনত্ব দিয়াত ই সৰ্ব্বসাধাৰণৰ কাষত বৰ আদৰণীয় হৈ উঠে। এই সময়ৰপৰাই সাঁচিপাতত ভাষা-পুথি লিখা দস্তুৰ বহল হৈ পৰা বুলি ধৰিব পাৰি। এই সাঁচিপাতেই অসমীয়া পুথিৰ বিশেষত্ব।

পঞ্চাদশ শতাব্দীৰ প্ৰাৰম্ভৰেপৰা বৈষ্ণৱযুগ পৰে। এই যুগেই অসমীয়া সাহিত্যৰ নৱন্যাস বা জাগৰণৰ উজ্জ্বল যুগ। এই যুগতে শ্ৰীমন্ত শঙ্কৰদেৱ, মাধৱদেৱ, অনন্ত কন্দলি, ৰাম সৰস্বতী, ভটদেৱ আদি অনেক কৃতী অসম সন্তানৰ আৱিৰ্ভাব হয়। এওঁলোকে পূৰ্ব্বৰ কবি মাধৱ কন্দলিৰ ৰামায়ণৰ (?) পৰা বৈষ্ণৱ ভাব পোৱাৰ প্ৰমাণ পোৱা যায়। কিয়নো শঙ্কৰদেৱে নিজেই তেখেতৰ ৰচিত উত্তৰাকাণ্ডত লিখি গৈছে—

পূৰ্ব্বকবি অপ্ৰমাদী মাধৱ কন্দলি আদি
তেঁহো বিৰচিল কৃষ্ণ কথা।

শঙ্কৰদেৱৰ কীৰ্ত্তন, দশম আৰু মাধৱদেৱৰ নাম-ঘোষা অনুপম গ্ৰন্থ। কি কবিত্বত, কি অলঙ্কাৰ আদিত এনে ভক্তিপূৰ্ণ গ্ৰন্থ আন কোনো ভাৰতীয় প্ৰাদেশিক ভাষাতে নাই। এই দুজনা মহাপুৰুষে অসমীয়াক নাট, গীত, ভটিমা, টোটয় ধৰ্ম্ম, কৰ্ম্ম, নীতিপূৰ্ণ পুথি-ৰত্নেৰে অসমীয়া ভাষাক এটা নতুন জীৱন, এটা নতুন বল দি গৈছে। সেই বলতে বলীয়ান হৈহে অসমীয়াই আজি নিজৰ ভাষা আন দেশৰ ভাষাৰপৰা পৃথক দেখুৱাই সঞ্জীৱিত কৰি ৰাখিবলৈ সমৰ্থ হৈছে। ভটদেৱৰ গদ্যত লিখা কথাগীতা, কথাভাগৱত, সেই যুগৰ অতুলনীয় গ্ৰন্থ। এই দুখন পুথিয়েই অসমীয়া গদ্য সাহিত্যৰ যুগান্তৰ আনে বুলি কব পাৰি। ছাৰ প্ৰফুল্ল চন্দ্ৰ ৰায়ে আমাৰ কথাগীতাখন দেখি আমাৰ বৈষ্ণৱযুগৰ গদ্য সাহিত্য ইংৰাজী সাহিত্যতকৈও উন্নত আছিল বুলি মত প্ৰকাশ কৰি গৈছে। কবি ৰবীন্দ্ৰনাথ ঠাকুৰে কৈছে "বঙ্গভাষাত গদ্য সৃষ্টি হোৱাৰ এশ বছৰতকৈও আগেয়ে যিজন গ্ৰন্থকৰ্ত্তাই এনে সুন্দৰ শুদ্ধভাৱে গদ্য ৰচনা কৰিব পাৰিছিল অকল সেই গ্ৰন্থ-কৰ্ত্তাকে লৈ অসমবাসীয়ে গৌৰৱ কৰিব পাৰে।" ছাৰ আশুতোষ মুখাৰ্জ্জিয়ে কৈছিল "যি জাতিয়ে ষোড়শ শতাব্দীতে গীতাৰ এনে গদ্য ৰচনা কৰিব পাৰিছিল সেই জাতি সামান্য নহয়।"

এই যুগত আমাৰ সাহিত্যৰ উন্নতিৰ আৰু এটা প্ৰধান কাৰণ হৈ উঠে।

পশ্চিমে কোচবিহাৰত কোচ ৰজা নৰনাৰায়ণৰ পৃষ্ঠপোষকতাত সংস্কৃত, অসমীয়া নানা পুথি লিখিত হয়। অসমীয়া পুথিৰ ভিতৰত ৰাম সৰস্বতীৰ মহাভাৰতেই প্ৰধান। ৰামসৰস্বতীক সহায় কৰা আন আন কবিৰ ভিতৰত কবি কংসাৰি, গোপীনাথ, দামোদৰ দাসেই প্ৰধান। পূৰ্ব্বে আহোম সভাতো ৰজাসকলে ৰজাঘৰীয়া বুৰঞ্জীত বাজে মহাভাৰত, ৰামায়ণ, পুৰাণ আদি পুথিও অসমীয়ালৈ পদ কৰায়। কোচ আৰু আহোম কবিসকলৰ পদৰ বিভিন্নতা বা বিশেষত্ব এই যে, আহোম সভাৰ কবিসকলে মূল অনুযায়ী শ্লোকে পদ ৰচনা কৰাৰ প্ৰমাণ পোৱা যায়। এই কবিবিলাকৰ ভিতৰত কবিৰাজ চক্ৰবৰ্ত্তীৰ নাম প্ৰসিদ্ধ। তেখেতে অনেক গীত, পদ, ৰাগ, সংস্কৃত, অসমীয়া, মৈথিলী ভাষাত লিখি থৈ গৈছে। তেওঁৰ শিক্ষকতাতে শিক্ষিত হৈ ৰুদ্ৰসিংহ, স্বৰ্গসিংহ স্বৰ্গদেৱেও পঢ়ি শুনি গীত পদ ৰচিব পৰা হৈছিল। আহোম ৰজাসকলে জ্যোতিষ, গণিত, হাতী-নিদান, ঘোঁৰানিদান আদি নানান পুথি লিখাই সেইবোৰ চিত্ৰসাজেৰে সজোৱাই অসমীয়াৰ শিল্পকলাৰো পৰাকাষ্ঠা দেখুৱাবলৈ বাকী এৰা নাই। সপ্তদশ শতাব্দীত দেশৰ মধ্যখণ্ডৰ দৰঙ্গ ৰাজসভাতো পদ্মাপুৰাণ, বেউলা-লখিন্দাৰ চৰিত, যোগিনী-তন্ত্ৰ আদি বহুত পুথি অসমীয়া পদলৈ অনুবাদিত হয়। নাৰায়ণদেৱৰ পদ্মাপুৰাণখন কামৰূপত শুকনানি নামে প্ৰসিদ্ধ। ইয়াক ওজাই তাল-মান লগাই পদ্মা বা বিষহৰি পূজাত গায়। এই পুথি বঙালীয়ে তেওঁলোকৰ পুথি বুলি দাবী কৰে। সেইটো তেওঁলোকৰ সম্পূৰ্ণ ভুল। পৰৰ ধনেৰে চহকী হবলৈ খোজা বৃত্তি বঙালীৰ সৰ্ব্বদায়ে আছে,—তেওঁলোকে মিছা প্ৰমাণ দেখুৱাই এইখন পুথি নি বঙ্গভাষা আৰু সাহিত্য কিতাপত ঠাই দি তেওঁলোকৰ কবিৰ লেখ বঢ়াইছে। এনেকৈ শ্ৰীৰাম-কীৰ্ত্তনকো 'অনন্ত ৰামায়ণ' নাম দি বঙ্গভাষা আৰু সাহিত্যত সুমুৱাইছে। মহামহোপাধ্যায় পদ্মনাথ বিদ্যাবিনোদে এই পুথি (শ্ৰীৰাম-কীৰ্ত্তন) অসমীয়া বুলি দেখুৱাতো ৰায়বাহাদুৰ শ্ৰীদীনেশচন্দ্ৰ সেন মহাশয়ে তেওঁৰ কিতাপৰ পৰা ইয়াক বাদ দিয়া নাই।

আমি এটা কথা কওঁতে আন কথাত পৰিছোঁগৈ। আপোনাসকলে জানে আৰু আমিও ওপৰত কৈ আহিছো, যে এই যুগেই অসমীয়া প্ৰাচীন সাহিত্যৰ উজ্জ্বল যুগ। এই যুগত যে কিমান পুথি, কিমান লেখক ওলাইছিল তাৰ লেখ-জোখ নাই। এই পুথিবোৰে এসময়ত অসম বুৰাই অসমীয়া সমাজক উন্নত কৰি তুলিছিল। কিন্তু যেনেকৈ উত্থান হলে পতন আছে, তেনেকৈ আপদীয়া মানৰ উপদ্ৰৱে ক'ৰ পুথি কলৈ নিলে, কত পুথি জুই লগাই পুৰিলে, তাৰ সীমা নাই। সেই সময়ত মানুহৰ থানথিতি নোহোৱাত পৰিল। কত মানুহ পলাই-উৰাই বঙ্গদেশ, সুৰমা উপত্যকাত সোমালগৈ, কতই পাহাৰ-পৰ্ব্বতত আশ্ৰয় ললে, কত মানুহক মানে সিহঁতৰ দেশলৈ ধৰি নিলে, তাৰ কোনে লেখ দিব ? কত পুথি-পত্ৰ সেইবোৰ মানুহৰ লগত ভিন ভিন দেশ পালেগৈ তাৰ নিৰাকৰণ কৰা টান। তেনে নহলে আজি বঙালীয়ে পদ্মাপুৰাণ, শ্ৰীৰাম-কীৰ্ত্তন আদি পুথিক তেওঁলোকৰ বুলি ফিতাহি মাৰিব পাৰেনে ? অসমীয়া মানুহ সিচৰতি হৈ পৰাৰ গুণতে অসম জনসংখ্যাত কমিল, বহুত পুথি-পাঁজিও হেৰাল আৰু কিছুমান

আন দেশৰ পেটত সোমাল। দেশত মানুহৰ দুখ-দুৰ্গতিৰ লগে লগে পুথিবোৰরো দুৰ্গতি মিলিল। তাৰ গৃহস্থ নোহোৱা হ'ল। অসম ৰজাৰ ভাণ্ডাৰতো বুৰঞ্জীকে আদি কৰি অনেক পুথি আছিল যে তাক নিঃসন্দেহে কব পাৰি। কোম্পানীৰ আমোলত সেইবোৰ পুথি মিছনাৰী চাহাবসকলৰ হাতেদি গৈ য়ুৰোপ ওলায়গৈ। গুৱাহাটীৰ আমেৰিকান ব্যাপ্তিষ্ট মিছিয়ন্ লাইব্ৰেৰীৰপৰা সিদিনা প্ৰফেছাৰ শ্ৰীযুত সূৰ্য্যকুমাৰ ভূঞাই ওঠৰখন অসমীয়া পুথি উদ্ধাৰ কৰিছে। আপোনালোকে শুনি আচৰিত হব ৰুছিয়াৰ ৰাজধানী পেট্ৰোগ্ৰেদৰ লাইব্ৰেৰীতো বোলে দুই চাৰিখন অসমীয়া পুথি আছে। লণ্ডনৰ ইণ্ডিয়া লাইব্ৰেৰীতো যে কোনো অসমীয়া পুথি নাই এনে অনুমান নহয়। সেইদিন তেনেকৈয়ে গ'ল। যেতিয়া ইংৰাজৰ দিনত দেশ সুখিৰ হ'ল, তেতিয়া আমাৰ দেশৰ যিসকল ডাঙৰীয়া আছিল তেওঁবিলাকেই দেশত য'ত যেনেকৈ যি অৱস্থাতে পুথি পালে তাকে নকল কৰি ঘৰে ঘৰে ৰাখি পুথিৰ সংখ্যা বঢ়াব ধৰিলে ; আৰু সেইবোৰকে ল'ৰা-ছোৱালীক পঢ়ুৱাই কোনোৰকমে সাহিত্যটি জীয়াই ৰাখিলে। সাঁচিপাত সহজে নোপোৱা ঠাইত তুলাপাত, কাকত পাতকে জাপি, তাৰ ওপৰত বেলৰ এঠাৰে মৰা হাইতাল খুৱাই ডাঠ কৰি লৈ সাঁচি মহীৰে পুথি লিখিবলৈ ধৰিলে। দেশত মূল ৰচনাৰ পুথি নহলেও পুৰণি পুথি চাই নকল কৰা পুথি বহুত হ'ল। এতিয়াও এনে পুথি কামৰূপ খণ্ডত বহুত আছে। বুঢ়া চামৰ মানুহে যেয়ে অলপ লিখা-পঢ়া জানিছিল, সেয়ে একোখন পুথি ৰচনা কৰিব নোৱাৰি-লেও আন কোনো পুৰণি পুথিকে নকল কৰি নতুনকৈ লিখি থৈ গৈছিল। এই প্ৰথা আজি ৩০ বছৰমানৰ আগলৈকে আছিল। এতিয়া কোনো কোনো বামুণে পূজা-সেৱাৰ বিধি আদি কৰোঁতাত দুই এখন নকল কৰে—সিও সংস্কৃতৰ। পদপুথি লিখা দস্তুৰ সত্ৰ আদিত অলপ থকা শুনা যায়। কিন্তু সেইবোৰ সৰ্ব্বসাধাৰণৰ হাতলৈ নাহে। দেশত ইংৰাজী বঙলা শিক্ষাৰ লগে লগে বঙালী মহাভাৰত, ৰামায়ণ, পুৰাণ আদি ছপা কিতাপ দেশৰ মানুহে পঢ়িবলৈ ধৰাত হাতেলিখা অসমীয়া পুথিলৈ তেনেই অনাস্থা হ'ল। সিফালে পুথিলিখা আৰু হাতেলিখা পুথি পঢ়া দূৰৰ কথা। তাৰ ফলত আজিকালিৰ অসমীয়া ল'ৰাই নিজৰ দেশৰ হাতেলিখা পুৰণি পুথিৰ আখৰকে চিনি নোপোৱা হ'ল। শিলৰ ফলি, তামৰ ফলি, মহজৰ পেৰা কাকত পঢ়িব নোৱাৰাত সেইবোৰ অৱহেলাৰ বস্তু হৈ উঠিল। আন দেশত কত প্ৰাচীন লিপি উদ্ধাৰ হব লাগিছে তাৰ অন্ত নাই। আমাৰ দেশত তেনে ফলি উদ্ধাৰ হব চাৰি, আহোম ৰাজত্বৰ ফলি, কাকত পুথিও প্ৰাচীন ফলি লিপিৰ সঙ্গ ললে। তাকো ভিন দেশৰ মানুহেহে সময়ত পঢ়ি দিব লগীয়া হবগৈ যে তাত কোনো সন্দেহ নাই। ইমান অৱহেলা পায়ো যে আমাৰ পুথিবোৰ দেশৰপৰা অন্তৰ্দ্ধান হোৱা নাই, এয়ে পৰম ভাগ্য।

এতিয়া আমাৰ দেশৰ পুথিবোৰ কেনেকৈ গৱৰ্ণমেণ্টৰ চকুত পৰিল তাৰে অলপ আলচ কৰিম। ১৮৯৪ খ্ৰীষ্টাব্দত মহামতি গেইট্ চাহাবে অসমত বুৰঞ্জী থকা সম্ভেদ পাই তেতিয়াৰ চীফ্ কমিছনাৰ ছাৰ উইলিয়াম ৱাৰ্ডক বুৰঞ্জী পুথি সংগ্ৰহ কৰাৰৰ এটি প্ৰস্তাৱ দিয়ে। সেই প্ৰস্তাৱটি যুক্তিযুক্ত যেন দেখি তেখেতে তাক মঞ্জুৰ কৰে। তাৰ পিছত ১৮৯৫ খ্ৰীষ্টাব্দত চি. জে. লাইৱেল অস্থায়ী চীফ্ কমিছনাৰ থকাত তেখেতে

সেই প্ৰস্তাৱটি পাই সত্ৰ আদিৰ পুথিৰ ভঁৰালতো আহোম বুৰঞ্জী বিচাৰিবলৈ অনুমতি দিয়ে, আৰু বছৰি এটা গ্ৰাণ্ট দি তিনি বছৰলৈ সেইট্ চাহাবক সহায় কৰে। সেইট্ চাহাবৰ উদ্যোগত নানা ঠাইৰপৰা ১০ খন বুৰঞ্জী পুথি আৰু ১৭ খন আধা বুৰঞ্জী ধৰণৰ পুথি গোটোৱা হয়। সেইবোৰ পাই তেখেতে এখন অসমৰ ডাঙৰ বুৰঞ্জী লিখিবৰ অভিপ্ৰায়ে ৰামায়ণ, মহাভাৰত, কালিকা-পুৰাণ, যোগিনী-তন্ত্ৰ আদিতো প্ৰাচীন কামৰূপ সম্বন্ধে যি আছিল সকলোখিনি সমল গোটপিত কৰি লয়। তেখেতে প্ৰথমে তেখেতৰ অনুসন্ধানৰ কাৰ্য্য কিমান দূৰ আগ বাঢ়িছে সকলো বিৱৰণ থকা এখন বিৱৰণী ১৮৯৭ খ্ৰীষ্টাব্দত গৱৰ্ণমেণ্টত দাখিল কৰে। সেই বিৱৰণী খন Report on the Progress of Historical Research in Assam নামে প্ৰসিদ্ধ। ইয়াৰ পিছত তেওঁ দৰঙী ৰজাৰ ঘৰৰপৰা দৰং ৰাজবংশাৱলীৰ পুথি আনি Koch Kings of Kamarupa নামে এখনি পুস্তিকা বাহিৰ কৰে। তাৰ ভালেদিন পিছতহে ১৯০৫ খ্ৰীষ্টাব্দত তেখেতৰ বিস্তৃত অসম বুৰঞ্জী গ্ৰন্থ প্ৰকাশ পায়। সেইট্ চাহাবে পুথি বিচৰা কাম আৰম্ভ কৰি দিয়াৰ পৰাই অসমীয়া ভাষা আৰু অসমৰ প্ৰাচীন সম্পত্তি পুৰণি পুথিবোৰলৈ গৱৰ্ণমেণ্টৰ ভালকৈয়ে দৃষ্টি পৰিল। ইয়াৰ ফলত ১৯০৭ খ্ৰীষ্টাব্দত গৱৰ্ণমেণ্ট কটন কলেজৰ প্ৰিঞ্চি-পাল ছুডমাৰ্ছন চাহাবক অসমীয়া ভাষাৰ ওপৰত নিজৰ অভিমত প্ৰকাশ কৰা এখনি বিবৃতি লিখিবলৈ দিয়ে। ছুডমাৰ্ছন চাহাবে স্বৰ্গীয় হেমচন্দ্ৰ গোস্বামীক এই বিষয়ে এখন নোট বা টোকা দিবলৈ খাটে। তেখেতে তেজপুৰৰ মাননীয় শ্ৰীযুক্ত পদ্মনাথ গোহাঞি বৰুৱা ডাঙৰীয়াৰে সৈতে যুটীয়াকৈ লগে-ভাগে অসমীয়া ভাষা সম্বন্ধে এখন বিস্তৃত বিৱৰণে সৈতে প্ৰিঞ্চিপাল চাহাবক সহায় কৰে। সিফালে পূজনীয় শ্ৰীযুক্ত ৰজনীকান্ত বৰদলৈ ডাঙৰীয়ায়ো তেতিয়াৰ দিনত যিমানবিলাক পুৰণি পুথিৰ নাম পোৱা যায়, সকলোবোৰৰে এখন দীঘল লিষ্ট দিয়ে। প্ৰিঞ্চিপালে সকলোবিলাক লৈ তেখেতৰ অভিমতে সৈতে তেখেতৰ গৱেষণাপূৰ্ণ Monogram on the Assamese Language লিখি গৱৰ্ণমেণ্টৰ ওচৰত দাখিল কৰে। গৱৰ্ণমেণ্টে এই 'মনগ্ৰাম' খনি পাই অসমীয়া ভাষা যে কিমান দিনীয়া পৰণি ভাষা, তাৰ পুথিবিলাক যে কিমান নাগতিয়াল ভালকৈ বুজি উঠে। ইয়াৰ ফলত ১৯১২ খ্ৰীষ্টাব্দত ১লা অক্টোবৰৰপৰা অসম উপত্যকাৰ কমিছনাৰৰ পাৰ্ছনেল এছিষ্টাণ্ট স্বৰ্গীয় গোসাঁই ডাঙৰীয়াক ছমাহৰ নিমিত্তে পুথি বিচৰা বিশেষ কামত নিযুক্ত কৰে। তেতিয়াৰ কমিছনাৰ কৰ্ণেল গাৰ্ডন চাহাবে প্ৰতি জিলাৰ ডেপুটী কমিছনাৰসকললৈ লিখি কোন জিলাত কিমান পুথি পোৱা যায় তাৰ এটা বিশদ বিৱৰণে সৈতে লিষ্ট অনায়। (সেই লিষ্টত ভালেমান পুথিৰ নাম আছিল। সেই লিষ্ট আজিকালি পাবলৈ নাই।) গোসাঁই ডাঙৰীয়াই সেই লিষ্টকে লৈ পুথি বিচাৰিবলৈ ওলায়। তেখেতে অক্টোবৰ মাহতে কোন কোন ঠাইলৈ যাব, ক'ত কিমান দিন থাকিব তাৰ এখন 'প্ৰগ্ৰেম' কৰি লয়। ডিচেম্বৰ মাহৰ আদিতে প্ৰথমতে কামৰূপৰ বৰ্ত্তিয়া চাৰ্কেললৈ গৈ পুৰণি ভাল মানুহৰ ঘৰৰ আৰু সত্ৰবিলাকৰ পুথিৰ ভঁৰাল পৰিদৰ্শন কৰে। তাৰ পিছে সেই মাহতে তেখেতে কোচবেহাৰৰ State Library চাবলৈ যায়। তাত

তেওঁ অনেকবোৰ পুথি দেখে, কিন্তু শুনা গৈছে, তেওঁ তাৰ অধিকাংশ পুথি অসমতে পোৱা যায় বুলি তাৰপৰা কোনো পুথি নানিলে। তেখেতে কোচবেহাৰত থকাত, ওচৰৰ মধুপুৰ, ভেলাডঙা সত্ৰৰ পুথিৰ ভঁৰালো চায়। কোচবেহাৰত বঙালী ভদ্ৰলোক এজনে অনুগ্ৰহ কৰি তেখেতক আহোম আখৰেৰে লিখা বুৰঞ্জী এখন দিয়ে। এই পুথি সম্ভৱতঃ মান ভাঙনিতে সেই ঠাই পোৱা হব পায়। গোসাঁই ডাঙৰীয়াই কেৱল সেইখন পুথিকে লৈ কামৰূপলৈ উলটি আহে। আমি এই ঠাইত এটি কথাৰ অৱতাৰণা নকৰাকৈ থাকিব নোৱাৰিলো। আমি গুৱাহাটী কামৰূপ অনুসন্ধান সমিতি গৃহত এখন কোচ-বেহাৰ State Library-ৰ কেটেলগ পাইছো। তাত বেছিভাগ অসমীয়া পুথিৰ গ্ৰন্থকাৰকক ভুলতে বঙালী বুলি লিখা আছে। বোধ হয় গোসাঁই ডাঙৰীয়াৰ কোনো পুথি ননাৰ কাৰণ এয়ে। কিন্তু তেওঁ আজি স্বৰ্গী। তেওঁৰ কাৰ্য্য যে ওপৰে ওপৰে হৈছিল এনে প্ৰমাণ পোৱা যায়। আমি কেট্লেগত যি কেইখন পুথিৰ গ্ৰন্থকাৰকক অসমীয়া বুলি বুজিব পাৰিছো সেইসকলৰ নামে বঙালী বুলি লিখি থোৱা সৈতে পুথি-বিলাকৰ নাম তলত দিলো।

| পুথিৰ নাম | গ্ৰন্থকাৰৰ নাম |
|---|---|
| বজ্ৰসূচী | শঙ্কৰদেৱ |
| উদ্ধৱ-সংবাদ | শঙ্কৰদেৱ |
| যোগেশ্বৰ গীতা | গোবিন্দ মিশ্ৰ |
| আদিপৰ্ব্ব মহাভাৰত<br>দ্ৰোণপৰ্ব্ব মহাভাৰত | শ্ৰীনাথ দ্বিজ |
| অশ্বমেধপৰ্ব্ব মহাভাৰত<br>প্ৰাস্থানিক মহাভাৰত | মহীনাথ দ্বিজ |
| কৰ্ণপৰ্ব্ব মহাভাৰত | বিদ্যাপঞ্চানন |
| শল্যপৰ্ব্ব মহাভাৰত | কবিশেখৰ |
| সভাপৰ্ব্ব মহাভাৰত | গোপীনাথ দ্বিজ |
| মাৰ্কণ্ডেয় পুৰাণ | পীতাম্বৰ |
| আদিকাণ্ড ৰামায়ণ<br>অযোধ্যাকাণ্ড ৰামায়ণ<br>ৰুদ্ৰযামল | মাধৱ কন্দলি |

ওপৰত নাম দিয়া আটাইবোৰ অসমীয়া পুথি। গোসাঁই ডাঙৰীয়াই আন পুথি নানিলেও শঙ্কৰদেৱৰ বজ্ৰসূচী, গোবিন্দ মিশ্ৰৰ যোগেশ্বৰ গীতা আৰু মাধৱ কন্দলিৰ আদিকাণ্ড ৰামায়ণ পুথি কেইখন আনিব পাৰিলেহেঁতেন। বজ্ৰসূচীখন তন্ত্ৰৰ পদ হব পায়। এই পুথিৰ পৰা এটা নতুন তথ্য পোৱা গলহেঁতেন। শঙ্কৰদেৱে প্ৰথমতে তন্ত্ৰ পুথিও যে পদলৈ ভাঙিছিল তাৰ প্ৰমাণ পোৱা যায়। আদি যামল নামে ছপা হোৱা পুথি এখনতো শঙ্কৰদেৱৰ নাম পোৱা যায়। বোধ হয়, এইজনা মহাপুৰুষে তন্ত্ৰৰ ভিতৰত

কি আছে তাক জানিবৰ নিমিত্তে প্ৰথমতে চেষ্টা কৰিছিল, কিন্তু যেতিয়া দেখিলে তেনে মত অসমৰ পক্ষে সুবিধাজনক বা হিতকৰ নহব, তেতিয়াহে তেওঁ বৈষ্ণৱ মতলৈ ফিৰিল, আৰু তাতে সম্পূৰ্ণ ভৰ দিলেগৈ।

গোৱিন্দ মিশ্ৰৰ যোগেশ্বৰ গীতাখনো দুষ্প্ৰাপ্য গ্ৰন্থ। তাক সংগ্ৰহ কৰা নিতান্ত আৱশ্যক আছিল। মাধৱ কন্দলিৰ আদিকাণ্ড আৰু উত্তৰাকাণ্ড অসম উপত্যকাত বিচাৰি নেপাই ৰায় বাহাদুৰ স্বৰ্গীয় মাধৱচন্দ্ৰ বৰদলৈ ডাঙৰীয়াই এই দুইকাণ্ড কছাৰী উপদ্ৰৱত হেৰোৱা বুলি মত প্ৰকাশ কৰি তেখেতৰ সংগৃহীত ৰামায়ণৰ আদিতে মাধৱদেৱৰ লিখা আদিকাণ্ড আৰু শেষত শঙ্কৰদেৱৰ লিখা উত্তৰাকাণ্ড সংযোগ কৰি তেখেতৰ ৰামায়ণ ছপাইছিল। এই কথা গোসাঁই ডাঙৰীয়াই জানি শুনিও যে তেখেতে আদিকাণ্ড পুথি এৰি অহাৰ কাৰণ কি বুজিব পৰা নগ'ল। সম্প্ৰতি গোসাঁই ডাঙৰীয়াৰ সম্পাদিত কলিকতা বিশ্ববিদ্যালয়ৰপৰা ছপোৱা সাহিত্য চানেকী, ১ম খণ্ড কিতাপত মাধৱকন্দলিৰ উত্তৰা-কাণ্ডৰো এখণ্ড তুলি দিয়া হৈছে। তাৰ পৰা বুজা গৈছে, আমাৰ দেশত মাধৱকন্দলিৰ সম্পূৰ্ণ ৰামায়ণ আছে। গোসাঁই ডাঙৰীয়া কোচবেহাৰৰ পৰা আহি বৰপেটাত সোমায়হি। তাত তেওঁ ৰামায়ণ, মহাভাৰত, ভাগৱত আদিৰ অনেক খণ্ড পুথি সংগ্ৰহ কৰে। তাৰ পিছে তেওঁ নগাওঁ, গোলাঘাট, যোৰহাট, আউনীআটি, গড়মুৰ, দক্ষিণপাট, বেঙেনাআটি, বৰএলেঙী, কমলাবাৰীসত্ৰত পুথি বিচাৰেগৈ। এই যাত্ৰাত তেওঁ অন্য পুথিৰ ভিতৰত নানা চিত্ৰসম্পদযুক্ত হস্তীবিদ্যাৰ্ণৱ পুথিয়েই প্ৰধান। সত্ৰবিলাকত মনুসংহিতা, হিতোপদেশ, গীতগোৱিন্দ, শিশুপাল-বধ আদি কিছুমান সংস্কৃত পুথিও পায়। তেওঁ সৰ্ব্বমুঠ ২৩১ খন পুথি গোটাইছিল, তাৰে এখন আহোম বুৰঞ্জী, ১৫৫ খন অসমীয়া, বাকীবোৰ সংস্কৃত। এই পুথিবিলাকৰ কিছুমান পুথিৰ নকল ৰাখি মূলবিলাক গৃহস্থক ওলোটাই দিয়াত আজি-কালি কামৰূপ অনুসন্ধান সমিতি লাইব্ৰেৰীত ২১৭ খনহে পুথি আছে। গোসাঁই ডাঙৰী-য়াৰ নিজ হাতে লিখা এইবোৰ পথিৰ বিশদ তালিকা ( Descriptive Catalogue) সম্প্ৰতি কলিকতা য়ুনিভাৰ্ছিটিয়ে প্ৰকাশ কৰি উলিয়াইছে। তাত অসমীয়া পুথি ৰচোঁতা ৮১ জনৰ নাম পোৱা গৈছে।

কামৰূপ অনুসন্ধান সমিতিয়েও কামৰূপৰ ৰাণীৰজাৰ ঘৰৰপৰা কেইখনমান জীৰ্ণপুথি সংগ্ৰহ কৰিছে। এই বছৰৰ জুলাই মাহত সেই সমিতিৰ এচিষ্টাণ্ট চেক্ৰেটৰী শ্ৰীযুত সৰ্ব্বেশ্বৰ কটকীদেৱে গৱৰ্ণমেণ্টৰপৰা ৬ সপ্তাহৰ বিদায় পাই অসমৰ প্ৰাচীন সম্পদ গোটোৱা কামত গৈ দৰং, মঙলদৈ অঞ্চলৰপৰা ব্ৰহ্মবৈৱৰ্ত্ত পুৰাণ আৰু দৰং ৰাজবংশৰ পুথিৰ ভঁৰালৰপৰা সচিত্ৰ অনাদিপাতন, যোগিনী-তন্ত্ৰৰ পদ, কথা-ঘোষা, তত্ত্বসাৰ, অসম বুৰঞ্জী আৰু বৰকাকতৰ বকলা সংগ্ৰহ কৰি অসমীয়া প্ৰাচীন সাহিত্যৰ উপকাৰ সাধিছে। তেওঁ এই বিষয়ে আমাৰ সকলোৰে শলাগৰ পাত্ৰ।

এতিয়াও আমাৰ দেশত বহুত পুথি আৰু বহুত লেখকৰ নাম অজ্ঞাত হৈ ৰৈছে। সময়ে সময়ে দুই চাৰিখন পুথিৰ সমালোচনা নহলেও, সেইবোৰৰ নাম, লেখকৰ

নাম, মাহেকীয়া আলোচনীবিলাকৰ যোগেদি ৰাইজৰ গোচৰলৈ আহিছে। কিছু দিনৰ আগেয়ে উত্তৰ গুৱাহাটীৰ আউনীআটি শাখা সত্ৰৰপৰা এখন ডাঙৰ গীতৰ পুথি কটন কলেজৰ অধ্যাপক শ্ৰীযুক্ত তাৰকেশ্বৰ ভট্টাচাৰ্য্যই আনি তেওঁলোকৰ বঙলা কাকত ১৩৩৬ বঙ্গলা চনৰ (ইং ১৯২৮) মাসিক বসুমতীত সমালোচনা কৰিছিল। সেই পুথিত ৪৬০টা গীত আৰু ৯০ জন গীতকৰ্ত্তাৰ নাম পোৱা যায়। বিদ্যাপতি, গোবিন্দদাস আদিৰেপৰা মৈথিলী, বঙালী, সংস্কৃত, অসমীয়া নানা গীতৰ সমাবেশেৰে পুথিখন ৰচিত। পুথিখন অসম্পূৰ্ণ, গতিকে সংগ্ৰহকৰ্ত্তাৰ নাম পাবলৈ নাই। কোন মধুকৰে যে এই মধুচক্ৰ নিৰ্ম্মাণ কৰিছিল তাক জানিব নোৱাৰি আমি দুখিত হৈছো। তাতকৈ দুখিত স্বৰ্গীয় গোসাঁই ডাঙৰীয়াই তেওঁৰ দুৱাৰমুখতে থকা উত্তৰ গুৱাহাটীৰ ভদ্ৰলোক-সকলৰ ঘৰত আৰু আউনীআটি শাখা সত্ৰ আৰু দিহিং সত্ৰ দুখনত পুথি নিবিচৰাত। তেওঁ দূৰৈত বগাই ফুৰিলে, কিন্তু ওচৰত একো বিচাৰ নকৰিলে।

আমাৰ বিবেচনাত এই পুথিৰ বিদ্যাপতি, গোৱিন্দ দাস আদিৰ মৈথিলী আৰু বঙালী গীতবোৰ বঙ্গদেশ বা কাশী আদিত সংস্কৃত শিকিবলৈ যোৱা কোনো ব্ৰাহ্মণ পণ্ডিতে সংগ্ৰহ কৰি আনিছিল আৰু তাৰ লগতে আমাৰ ৰাজসভাৰ কবিসকলৰ আৰু তেওঁলোকৰ সহায়তে ৰচা ৰজাসকলৰ গীতো গোট কৰি আমাৰ এই গীতৰ পুথিখনি লিখিছিল। আৰু এটা কথা অনুমান কৰিব পাৰি যে তেতিয়াৰ দিনত ৰাজসভাতো কোনো কোনো বঙালী কবি আছিল। তেওঁলোকৰ সংস্পৰ্শতে আমাৰ দেশৰ ৰজা কি কবিসকলে বঙলা আৰু মৈথিলী ভাষা শিক্ষা কৰি গীত ৰচাও একো আচৰিত নহয়। যি হওক সেইবোৰ বিচাৰ কৰিবৰ ঠাই ইয়াত নহয়।

স্বৰ্গীয় হেমচন্দ্ৰ গোস্বামীয়েও তেখেতৰ সম্পাদিত অসমীয়া ভাষাৰ সাহিত্য চানেকী ৩য় খণ্ডত ৰুদ্ৰসিংহ ৰজাৰ আৰু ৰাজকবি কবিৰাজ চক্ৰবৰ্ত্তীৰ সংস্কৃত, অসমীয়া কেইবাটাও গীত দিছে। কিন্তু এই পুথিত ৰুদ্ৰসিংহ, শিৱসিংহ, মল্লদেৱ, কবিৰাজ চক্ৰবৰ্ত্তী আদি অনেক কবিৰ তেনে গীত দেখিবলৈ পোৱা যায়। তাৰ ভিতৰত মল্লদেৱৰ গীত আৰু কবিৰাজ চক্ৰবৰ্ত্তীৰ বিহু উৎসৱৰ সংস্কৃত গীত উল্লেখ যোগ্য। আমি তলত তাৰ দুটা গীত তুলি দিলো।

## মল্লনৰপতি অ। প ৯৪

ইন্দ-গঞ্জন বদন সুন্দৰ
নয়ন গঞ্জন ৰজে
অধৰ গঞ্জন মধুপল্লৱ
চৰণ গঞ্জন পঙ্কজে ॥
দশন দাড়িম বীজ-গঞ্জন
মুনি-সুৰাসুৰ-সেবিতে।
তপত কাঞ্চন বিজয়-ৰূপিণী
দিতিজ দাৰুণ খণ্ডিতে ॥

চিত্ত মালিনী চিত্ত ৰূপিণী
নিখিল মানস মোহিনে ।
হংসমালিনী হংসৰূপিণী
ভুবন জীৱন জীৱনে ॥
মহিষঘাতিনী সুভমা তিনি
লোকতাৰণকাৰণে ।
চণ্ডমাৰিণি মুণ্ডহাৰিণি
সকল বিঘ্নি বিনাশনে ॥
ৰকতবীজ খেতজ পাণিনি
সুৰতু ভূপতি পালিতে ।
নহু নায়ক বিভৱ দায়ক
মল্লনৰপতি ৰদিতে ॥

## কবিৰাজ চক্ৰৱৰ্ত্তী অ ১১।৩৪

অসমত প্ৰচলিত বিহু উৎসৱৰ বৰ্ণনা

ৰতিপতিসদনং জলৰুহৰদনং
তনুজিতকনকবিকাৰম্ ।
ঘনকুচকলসং পৰিলসদলসং
চলদনুপম(পাদভাৰম্) ॥
নৃত্যতি ললিতং হৰিগুণৱলিতং
গায়তি বিহুবিলাসম্ ।
কলিত যুবানং মুখৰিতৰসনং
নটিপটলমৃদুহাসম্ ॥
তৰুণদৃগমলং চলকৰকমলং
কোকিলকলৰৱৰাৱম্ ।
ৰুচিৰাপঘনং মৃদুঘনজঘনং
যুৱজনমোহনভাৱম্ ॥
ভূষণলাসিতং ৰসভৰৰসিতং
চৰণৱলিতমঞ্জীৰম্ ।
স্মৃতহৰিচৰিতং ব্যপগতদুৰিতং
সকলকলাৰসধীৰম্ ॥
গায়ন ভণনং শ্ৰুতিসুখজনন
মনসি কলয়দতিবেলম ।
সুৰজ সুৰনীতং তানধ্বনি (পূৰিতং)
বিৰচিত বহুবিধ খেলম্ ॥

শ্ৰীৰুদ্ৰসিংহ ধৰণীপতিসিংহ
নিৰুপম বচন সমাজে ।
ইদমপি গানং হৰিগুণ ভাণং
শৃণুত ভণিত কবিৰাজে ॥
( গীতত বন্ধনীৰ ভিতৰত দিয়া পদকিটি আমাৰ । ) .

কবিৰাজ চক্ৰবৰ্ত্তীক ভট্টাচাৰ্য্য মহাশয়ে, বঙলা, সংস্কৃত আদি গীত ৰচনা কৰা দেখি বঙালী বুলি অনুমান কৰে । কিন্তু সেইটো তেওঁৰ ভুল । কবিৰাজ চক্ৰবৰ্ত্তী যে অসমীয়া, তাক তেওঁৰ ৰচিত অসমীয়া গীত আৰু শ্ৰীযুত দুৰ্গাধৰ বৰকটকী ডাঙৰীয়াৰ প্ৰকাশিত অসমীয়া শকুন্তলা কাব্যৰপৰাই প্ৰমাণ পোৱা গৈছে । তদুপৰি তেওঁৰ বংশতালিকাও পোৱা যায় । তেওঁৰ আচল নাম ৰামনাৰায়ণ । তেওঁৰ পিতৃৰ নাম ৰামানন্দ সৰস্বতী । পদ যেনে—

তাহান তনয় ৰামনাৰায়ণ নাম ।
কবিৰাজ চক্ৰবৰ্ত্তী যাৰ পৰ নাম ॥
* * *
যাত হন্তে শাস্ত্ৰ পঢ়ি ৰুদ্ৰসিংহ ৰাই ।
পণ্ডিত হৈলন্ত নানা শাস্ত্ৰ-তত্ত্ব পাই ॥ (১০৫৬ পদ)

ইয়াতকৈ আৰু কি প্ৰমাণ লাগে ? বঙালীয়ে নেজানে, আমাৰ দেশৰ শ্ৰীশঙ্কৰদেৱ, মাধৱদেৱ মহাপুৰুষেও মৈথিলী বা ব্ৰজভাষা-মিশ্ৰিত বহুত গীত ৰচিছিল । সেইবুলি কি তেওঁলোক মৈথিলী হব নে ? পৰবৰ্ত্তী কালত দিহিং সত্ৰাধিকাৰ কৈৱল্যনন্দনদেৱে আৰু আধুনিক সময়ত আউনীআটি সত্ৰাধিকাৰ ৺দত্তদেৱ গোস্বামী মহাপ্ৰভুৱেও বহুত বঙলা গীত ৰচিছিল । সেই বুলি তেওঁলোক বঙালী হোৱা নাছিল আৰু হ'বও নোৱাৰে ।

পুথিখনত সমালোচনা কৰিবৰ বহুত কথা আছে, কিন্তু ইয়াত ঠাই নহয় । পুথিখনত মল্লদেৱ, ৰুদ্ৰসিংহ, শিৱসিংহৰ ৰচিত বঙলা অসমীয়া গীত দেখি বুজিব পাৰিছো, যে আমাৰ ৰজাসকল এইবোৰ ভাষাত বিশেষ অভিজ্ঞ আছিল । ঐতিহাসিক গেইট্ চাহাবে ৰুদ্ৰসিংহ মহাৰাজক কি কাৰণে নিৰক্ষৰ বুলি তেওঁৰ বুৰঞ্জীত লিখি গৈছে, বুজা নেজায় । ৰুদ্ৰসিংহ যে নানা শাস্ত্ৰত পণ্ডিত, কবিৰাজ চক্ৰবৰ্ত্তীৰ ছাত্ৰ আছিল তাক ওপৰত দিয়া পদ ফাকিয়ে নেদেখুৱায় নে ? বোধ হয় গেইট্ চাহাবে তেখেতৰ বুৰঞ্জী লিখাৰ কালত শকুন্তলা কাব্য আৰু এইবোৰ গীত পদৰ একো সন্ধেদ নোপোৱাৰ গুণতে সৰ্ব্বগুণী বিদ্বান নৰপতি ৰুদ্ৰসিংহক নিৰক্ষৰ পুৰুষ বুলি মন্তব্য প্ৰকাশ কৰি গৈছে ।

আমাৰ দেশত অসমীয়া মানুহৰ ঘৰে ঘৰে যিবোৰ পুথি আছে সেইবোৰ সংগ্ৰহ কৰিব নোৱাৰিলেও, সেইবোৰ যাতে বৰষুণ-বতাহত পচি-জহি নেযায়, নিগনি-শলিয়াৰ ভোজ নহয়, বা অযোগ্য বংশধৰ-বিলাকৰ হাতত পৰি নৈ বা খালৰ বুকু নভৰে, তাৰে এটা উপায় কৰা দিন আহি পৰিছে । নহলে পুথিৰ লগে লগে অসমীয়া ভাষাৰো নাম নুমাব । মোৰ এটা কথা মনত আছে, কামৰূপৰ মাটিকুচি বোলা গাঁও এখনত, এঘৰ প্ৰাচীন ভদ্ৰলোকৰ সকলো মৰি-হজি এটি অযোগ্য পঢ়া-শুনা নজনা বংশধৰ বৈছিল-গৈ । তাৰ ঘৰত তাৰ পূৰ্ব্বপুৰুষসকলৰ ভালেমান সাঁচিপতীয়া পুথি আছিল । সি

সেইবোৰ পুথিয়েই তাৰ ঘৰভেটি উছন কৰিলে বুলি এদিন গোপাকে নি ওচৰৰ এখন নৈত পেলাই নষ্ট কৰিলে। এনেকৈ কত পুথি কত অযোগ্যৰ হাতত পৰি নষ্ট হব লাগিছে, তাৰ অন্ত নাই। গতিকে পুথিৰক্ষণী সভা বা লাইব্ৰেৰী একোটা ঠায়ে ঠায়ে পতা আমাৰ সম্পূৰ্ণ আৱশ্যক হৈ পৰিছে। প্ৰথমতে গাঁৱে গাঁৱে, নামঘৰে নামঘৰে একোটা পুথিভঁৰাল খুলি তাতে যি যি পুথি গোটাব পাৰি তাক ৰখা বেয়া নহয়। পুথি গৃহস্থই এৰি নিদিলে, পুথিৰ নাম, লেখকৰ নাম, মালিকৰ নাম আদিৰ একোখন লিষ্টি তাত ৰাখিলেও ভৱিষ্যতে সেইবোৰ পথিৰ উদ্ধাৰৰ উপায় হব বুলি ভাবো। এই লিষ্টিৰ একোটা কপি চহৰৰ প্ৰধান পুথিভঁৰাল বা লাইব্ৰেৰীত থকা ভাল। চহৰৰ লাইব্ৰেৰীয়ে যি পুথি ছপাবৰ উপযুক্ত দেখে, সেই পুথিৰে এটা কপি সংগ্ৰহ কৰি অসম সাহিত্য সভালৈ দি মতামত লব পাৰিব। এনে কৰিলে বোধহয়, বহুত পুথি নষ্ট হৈ যোৱাৰ হাত সাৰিব আৰু ক্ৰমে পোহৰলৈ আহিব। তাৰ পৰা বহুত পুৰণি তথ্য ওলাই পৰিবৰ সম্ভৱ। এই সম্বন্ধে আমাৰ সত্ৰবিলাকৰ গৰাকীসকলকো পুথিৰ লিষ্টি দিবলৈ অনুৰোধ কৰিব পাৰি।

এনে এটি উপায় কৰি, আমাৰ দেশৰ সমস্ত সংস্কৃত অসমীয়া, আহোম ভাষাৰ পুথি পিয়ল হৈ উঠিলে অসমীয়া সাহিত্যৰ এখন বিস্তৃত বুৰঞ্জী লিখিবৰ বহুত সুবিধা হৈ উঠিব বুলি আশা কৰো। সাহিত্য সভাই ইচ্ছা কৰিলে, কোনো জনক অলপ বেতন দি এই পুথি বিচৰা কামত কিছুদিনৰ নিমিত্তে নিযুক্ত কৰিবও পাৰে।

উপসংহাৰত ইয়াকে কওঁ জাতিৰ শ্ৰেষ্ঠত্ব, মহত্ব, কেৱল সেই জাতিৰ ইতিহাস আৰু সাহিত্যতে প্ৰকাশ পায়। ধাৰ্ম্মিক আৰু নৈতিক জীৱন আশ্ৰয় কৰি সংসাৰৰ কৰ্ম্মক্ষেত্ৰত নামিলে আমাৰ জাতীয় ইতিহাস আৰু সাহিত্য যে উজ্জ্বল কৰি তুলিব পাৰিম তাৰ সন্দেহ নাই। এই ভাব লৈ সকলোৱে জাতীয় বুৰঞ্জীৰ উপাদান সংগ্ৰহত লাগি যাওক—ভাষা, সাহিত্য, বিজ্ঞান, শিল্প, নাট, গীত আদি চহকী কৰাত যত্নবান হওক। দেখিব তেতিয়া আমাৰ দেশে এটা নতন ৰূপ ধৰিব, সাহিত্যও দেশে বিদেশে আদৰণীয় হব। আমাৰ মাজত অৱতাৰীপুৰুষ সকলৰ জেউতি চৰিব। মই আকৌ এষাৰ কওঁ—আপোনালোকে সন্ধান কৰি চাওক, ধৰ্ম্মপ্ৰাণত কি সুখ আছে,—সাহিত্য উৎকৰ্ষত কি সুখ আৰু সামাজিক অতীত বুৰঞ্জীত কি অমিয়া সুখ আছে। সেই সন্ধানৰ বাট জুৰি-কাটি বিস্তত কৰি তেলক, আজিকালি হেন সুবিধাৰ দিনত নানা ঠেলা-হেচা খায়ো, আনৰ ভ্ৰূকটি লাঞ্ছনালৈ ভ্ৰূক্ষেপ নকৰি আগবাঢ়ি যাওক। এটা গীতত আছে—

আগ বাঢ়ি ব'ল, আগ বাঢ়ি ব'ল
হেচা-ঠেলা খায়ো ভাই, আগ বাঢ়ি ব'ল।
পাছ পৰি গলে কোনেও নোতোলে,
মৰণ শৰণ কৰি আগ বাঢ়ি ব'ল ॥

অৱশেষত এই উদ্বোধনেৰে হৃদয়ত মহতী আশা লৈ, মোৰ এই আগ গুৰি নোহোৱা অভিভাষণ শেষ কৰিলো। আপোনালোকে ধৈৰ্য্য ধৰি এই নিঃকিনৰ কথাকে আপোনালোকৰ সময় খৰচ কৰি শুনাৰ বাবে আপোনালোকক ধন্যবাদ দি সেৱা জনালো।

ওম্ শান্তিঃ শান্তিঃ শান্তিঃ ॥

# সপ্তম অধিৱেশনৰ সভাপতিৰ অভিভাষণ

গুৱাহাটী, ডিচেম্বৰ ১৯৩৭

কনকলাল বৰুৱা

সমৱেত প্ৰতিনিধিবৰ্গ আৰু সমজুৱাসকল,

আপোনালোকৰ অভ্যৰ্থনা সমিতিৰ আহ্বান পোৱাত নানা কথা মনত খেলাইছিল। আজি এবছৰ চাৰি মাহৰ পূৰ্ব্বে মোৰ টান নৰিয়া হোৱা কথা আপোনালোকৰ বোধ কৰো বহুতে জানে। এতিয়া যদিও শৰীৰ ভালেখিনি সুস্থ হৈছে তথাপি আপোনালোকৰ বুৰঞ্জী শাখাৰ সভাপতিৰ গুৰুভাৰ লবলৈ প্ৰথমতে সাহ নজন্মিছিল। এই হ'ল প্ৰথম কথা। দ্বিতীয় কথা এই যে যদিও মই এবাৰ সাহিত্য সভাৰ সভাপতিৰ পদ পাইছিলো, বুৰঞ্জী শাখাৰ কোনো অধিবেশনত উপস্থিত থকা নাই। এই কাৰণে বাস্তৱিক বুৰঞ্জী শাখাৰ সভাপতিৰ কি কাম তাক পূৰ্ব্বে ভালকৈ নজনাকৈ নিজৰ গাত দায়িত্ব লোৱা উচিত হব নে নহব এই বিষয়ে অলপ সন্দেহ আছিল। তৃতীয় কথা এই যে যদিও মই নিজে আমাৰ দেশৰ অতীত কালৰ বুৰঞ্জীৰ বিশেষ আলোচনা কৰো আৰু জানো যে, অতীতৰ জ্ঞান লাভ কৰি ভৱিষ্যত উন্নতিৰ বাট সুগম কৰাই বুৰঞ্জী চৰ্চ্চাৰ আচল উদ্দেশ্য তথাপি আমাৰ বৰ্ত্তমান ৰাজনৈতিক, আৰ্থিক আৰু সামাজিক দুৰৱস্থালৈ মন কৰি একোবাৰ ভাবোঁ যে আমাৰ জাতিৰ অস্তিত্ব ৰক্ষা কৰা অসম্ভৱ। যদি এয়ে সঁচা হয় তেন্তে আমাৰ জাতীয় বুৰঞ্জী চৰ্চ্চা কৰাৰ উদ্দেশ্য কি? মামথ নামৰ এবিধ অতি বৃহৎকায় হাতী আৰু dinosaur নামৰ এবিধ বৰ ডাঙৰ গুঁইসাপ এই পৃথিৱীত হাজাৰ হাজাৰ বছৰৰ আগেয়ে আছিল। কিন্তু এতিয়াও পণ্ডিতসকলে এই জন্তু দুটাৰ তথ্য অনুসন্ধান কৰে। সেই প্ৰকাৰে অসমীয়া জাতি লোপ পালেও ভৱিষ্যতৰ ঐতিহাসিকসকলে এই জাতিৰ তথ্য অনুসন্ধান কৰিব, ই নিশ্চয়। হৰপ্পা আৰু মহেন্‌জাডাৰোৰ সভ্যতাৰ সৃষ্টিকাৰক জাতিটো লোপ পোৱা আজি প্ৰায় চাৰি হেজাৰ বছৰ হ'ল, কিন্তু ঐতিহাসিকসকলে আজিকালিও সেই জাতিৰ মানুহবিলাক কেনে ঘৰত আছিল, কেনেকৈ খোৱা-লোৱা কৰিছিল, তেওঁলোকৰ পোচাক কেনে আছিল, তেওঁলোকৰ ধৰ্ম্ম কি আছিল, তেওঁলোকে তেওঁলোকৰ মৃত দেহৰ কি প্ৰকাৰ সংস্কাৰ কৰিছিল, তেওঁলোকৰ কঙ্কাল আৰু মূৰৰ খোলা পৰীক্ষা কৰি তেওঁলোক কোন জাতিৰ মানুহ আছিল, তেওঁলোকৰ ভাষা কি আছিল আৰু তেওঁলোকৰ যি লিপি পোৱা গৈছে তাৰ পাঠোদ্ধাৰ কৰিব পাৰি নে নোৱাৰি ইত্যাদি তথ্য বিচৰা নাই নে? তত্ৰাচ যদি বাস্তৱিকেই আমাৰ জাতীয় অস্তিত্ব ৰক্ষা কৰিবলৈ আমি অপাৰগ বা অপ্ৰস্তুত তেনেহলে আমাৰ জাতিৰ

ভৱিষ্যত উন্নতিৰ কাৰণে পুৰণি বুৰঞ্জী উদ্ধাৰ কৰি পুৰণি কীৰ্ত্তি-কলাপৰ গান গোৱাৰ কোনো আৱশ্যক নাই। এই নিৰ্ব্বাণোন্মুখ জাতিৰ নিমিত্তে ভগদত্ত, ভাস্কৰবৰ্ম্মা, শ্ৰীহৰ্ষবৰ্ম্মা, মীননাথ, নাগাৰ্জ্জুন, পৃথুৰাজা, চিলাৰায়, শঙ্কৰদেৱ, লাচিত বৰফুকন, জয়মতী, বদ্ৰসিংহ প্ৰভৃতিৰ বৃত্তান্তৰ কোনো মূল্য নাই। এইবিলাক শঙ্কা আৰু সন্দেহ যদিও এতিয়ালৈকে মনৰ পৰা দূৰ হোৱা নাই তথাপি শেষত ভাবি ইয়াকে স্থিৰ কৰিলো যে ডেকাসকলে যেতিয়া উৎসাহেৰে সৈতে আমাৰ সাহিত্য আৰু ইতিহাসৰ চৰ্চ্চা কৰিবলৈ ওলাই আমাক নিমন্ত্ৰণ কৰিছে এনে অৱস্থাত দুশ্চিন্তা কাতিকৈ থৈ তেওঁলোকৰ উৎসাহতে উৎসাহিত হৈ তেওঁলোকৰ আহ্বান শিৰোধাৰ্য্য কৰাই শ্ৰেয়। এই সিদ্ধান্ত অনুসাৰে আজি আপোনালোকৰ আগত আমাৰ জাতীয় আৰু দেশীয় বুৰঞ্জীৰ আলোচনা সম্পৰ্কে দুই-চাৰিআষাৰ কথা কবলৈ থিয় হলো। থিয় হয়ো অলপ ভয় লাগিছে, কাৰণ আজি কেদিনমানৰ আগেয়ে এই গুৱাহাটীতে কংগ্ৰেছ মহাসভাৰ সভাপতি পণ্ডিত জৱাহৰলাল নেহৰুৱে হেনো কৈ গৈছে, যে পুৰণি কীৰ্ত্তি-কলাপৰ গীত গাই পূৰ্ব্বপুৰুষসকলৰ গৌৰৱকে নিজৰ গৌৰৱ বুলি ভাবি বৰ্ত্তমান অৱস্থালৈ মন নকৰি ভেন কৰি বহি থকা অমাৰ্জ্জনীয় অপৰাধ। এই কথা সঁচা বুলি আমিও জানো আৰু সেই বাবেই গুৰিতে কৈছোঁ যে ভৱিষ্যত উন্নতিৰ বাট সুগম কৰাৰ নিমিত্তেই অতীতৰ বুৰঞ্জী চৰ্চ্চা কৰা আৱশ্যক। এইটো স্বীকাৰ কৰো যে ৰাজনীতি আৰু অৰ্থনীতিৰ চৰ্চ্চা কৰা বৰ্ত্তমান সময়ত অতি আৱশ্যক, কিন্তু সেই বুলি সাহিত্য, বিজ্ঞান, বুৰঞ্জী আদি একেবাৰে দলিয়াই পেলাব নোৱাৰি। দেশৰ আটাইবিলাক মানুহেই ৰাজনীতিত লাগি থাকিব নেকি? তেনেহলে আমাৰ উন্নতি সৰ্ব্বাঙ্গীন কেনেকৈ হব?

বিশেষকৈ আমাৰ দেশীয় আৰু জাতীয় বুৰঞ্জী উদ্ধাৰ কৰা কাৰ্য্য আমি নকৰিলে কোনে কৰিব? এই কাৰ্য্য পিছলৈ পেলাই থব নোৱাৰি। যিমান দিন গৈছে সিমান আমাৰ পুৰণি বুৰঞ্জীৰ আহিলা-পাতিবিলাক নষ্ট আৰু লুপ্ত হৈ যাবলৈ ধৰিছে। আজি প্ৰায় ৪০ বছৰ আগৰপৰাই এই বুৰঞ্জী উদ্ধাৰ কাৰ্য্য আৰম্ভ হৈছে। মহামতি ছাৰ এডৱাৰ্ড গেইট্ চাহাবেই এই কাৰ্য্য আৰম্ভ কৰে। আজি প্ৰায় ৩০ বছৰ আগেয়ে, তেওঁৰ History of Assam-ৰ প্ৰথম তাঙৰণ ছপা হৈ ওলোৱাৰ সময়ত প্ৰাচীন প্ৰাগজ্যোতিষ ৰাজ্যৰ বুৰঞ্জীৰ আহিলা-পাতি একেবাৰে কম নাছিল। এনে কি তেতিয়া বিখ্যাত ভাস্কৰবৰ্ম্মাৰ ফলি ওলোৱা নাছিল আৰু তাৰ পূৰ্ব্বে ওলোৱা কামৰূপৰ ৰজা-বিলাকৰ ফলিৰপৰা তেওঁৰ নাম পোৱা নগৈছিল। সেই বাবে বাণভট্টৰ হৰ্ষ-চৰিতত উল্লেখ থকা কুমাৰ ভাস্কৰবৰ্ম্মা আৰু তেওঁৰ পূৰ্ব্বপুৰুষবিলাকক অনেকে কাল্পনিক বুলিও অনুমান কৰিছিল। বাস্তৱিকে ই বৰ আচৰিত কথা যে ভাস্কৰবৰ্ম্মা আৰু শ্ৰীহৰ্ষ-বৰ্ম্মাৰ নিচিনা প্ৰতাপশালী চক্ৰৱৰ্ত্তী ৰজাৰ নাম ষোড়শ শতিকাৰ যোগিনী-তন্ত্ৰ আৰু তাৰ আগৰ হৰগৌৰী-সম্বাদতো পোৱা নেযায়। এনেকি আৰিমত্তৰ নিচিনা তেওঁবিলাকৰ বিষয়ে কোনো প্ৰবাদো এই দেশত প্ৰচলিত থকা বুলি জনা নেযায়। ব্ৰহ্মপুত্ৰৰ ওচৰৰ তেজপুৰৰ পাষাণলিপি আৰু সেই ঠাইৰে হাজাৰা পুখুৰী নথকা হলে হৰ্জ্জৰবৰ্ম্মাৰ যে সেয়ে ৰাজধানী আছিল তাকো ধৰা টান হ'লহেঁতেন। ইং ১৯১২ চনত কামৰূপ

অনুসন্ধান সমিতি স্থাপিত হয়। এই সমিতি স্থাপনৰ লগে লগে ভাস্কৰবৰ্ম্মাৰ ফলি-বিলাক শ্ৰীহট্টত আৱিষ্কৃত হয় আৰু তাৰ কিছু কালৰ পিছতে ইন্দ্ৰপাল ৰজাৰ এখন ফলিৰ, ধৰ্ম্মপাল ৰজাৰ দুখন ফলিৰ, তেজপুৰৰ হৰ্জ্জৰবৰ্ম্মাৰ শিলালিপিৰ আৰু ৰজাদুৱাৰৰ ১১২৭ শকৰ শিলালিপিৰ পাঠ উদ্ধাৰ কৰা হয়। ৺পণ্ডিত হেমচন্দ্ৰ গোস্বামী আৰু ৺চন্দ্ৰনাথ শৰ্ম্মা জীয়াই থাকোঁতে যি উদ্যমেৰে এই সমিতিৰ কাম চলিছিল সেইদৰে আজিলৈকে চলি থকা হলে অৱশ্যে পুৰণি বুৰঞ্জীৰ সঁজুলি আৰু বহুত গোট খালেহেঁতেন। তত্ৰাচ যোৱা দহ বছৰৰ ভিতৰত সমিতিৰ সহকাৰী সম্পাদক শ্ৰীযুত সৰ্ব্বেশ্বৰ কটকীয়ে কেইবাঠাইলৈ গৈ বহুত অনুসন্ধান কৰিছে। গুৱাহাটী চহৰৰ ভিতৰৰ পৰাই তেওঁ কিছুমান প্ৰাচীন বুদ্ধমূৰ্ত্তি আৱিষ্কাৰ কৰাৰ ফলত পূৰ্ব্বকালত অসমত বৌদ্ধধৰ্ম্ম প্ৰচলন থকাৰ বিশেষ প্ৰমাণ ওলাইছে। নুমলীগড়ৰপৰা তেওঁ বহুত কষ্ট কৰি যিবিলাক প্ৰাচীন ভাস্কৰ্য্যৰ চানেকি আনিছে সেইবিলাক বাস্তবিকেই চাব লগীয়া। তেওঁৰ নিচিনাকৈ অসম ইঞ্জিনিয়াৰিং চাৰ্ভিচৰ শ্ৰীযুত ৰাজমোহন নাথে নগাঁও জিলাৰ হাবিৰ মাজত থকা ডবকা, কন্দলী প্ৰভৃতি ঠাইৰ তথ্য অনুসন্ধান কৰি বহুত বুৰঞ্জীমূলক কথা উলিয়াইছে। কিছু দিন হ'ল এজন মিকিৰৰ ঘৰত তেওঁ দুই প্ৰস্থ পিতলৰ ফলি পাইছে। প্ৰথম প্ৰস্থত দুখন ফলি আৰু দ্বিতীয় প্ৰস্থত তিনিখন ফলি। ফলিবিলাকত যিবিলাক আখৰ আছে সেইবিলাক চেনিৰে কটা বা খোদাই কৰা নহয়, এবিধ চিয়াঁহীৰে লিখা। ব্ৰাহ্মী, দেৱ-নাগৰী আৰু আধুনিক অসমীয়া আখৰ এই ফলিবিলাকৰ লিখাত দেখা যায়। সেই বাবে লিখাখিনি এতিয়াও ভালকৈ পঢ়িব পৰা নাই। পণ্ডিত পদ্মনাথ ভট্টাচাৰ্য্য বিদ্যাবিনোদ আৰু ডক্টৰ নলিনীকান্ত ভট্টশালীয়ে এই লিখা পঢ়িব নোৱাৰিলে। কিন্তু দুয়োজনৰ মতে ই সৰহ দিনৰ আগৰ লিখা নহয়। এতেকে এই ফলিবিলাকৰপৰা যে কোনো ঐতিহাসিক কথা পোৱা যাব এনে মনে নধৰে।

শ্ৰীযুত সৰ্ব্বেশ্বৰ বৰুৱাই উত্তৰ লখীমপুৰৰ ঘিলামৰাত দুখন তামৰ ফলি পাই তাৰ পাঠ 'আৱাহন' আৰু কামৰূপ অনুসন্ধান সমিতিৰ আলোচনীত প্ৰকাশ কৰিছে। প্ৰথমখন ফলিৰ তাৰিখ ১৩৯২ শক আৰু দ্বিতীয়খনৰ তাৰিখ ১৪০১ শক। প্ৰথমখন সধয়াপুৰী বা শদিয়াৰ ৰজা সত্যনাৰায়ণৰ আৰু দ্বিতীয়খন তেওঁৰ পুত্ৰ লক্ষ্মীনাৰায়ণৰ। এই দুখন ফলিৰ দ্বাৰা ব্ৰাহ্মণক ভূমি দান কৰা হৈছিল। এই দুইজন যে চুটিয়া ৰজা আছিল এই বিষয়ে যথেষ্ট সন্দেহ আছে, কাৰণ প্ৰথমখন ফলিত লিখা আছে যে সত্য-নাৰায়ণ সুৰ-ৰিপু-বংশ-সম্ভূত অৰ্থাৎ অসুৰ বংশীয়, কিন্তু তেওঁৰ পিতাক নন্দীশ্বৰে বীৰবৰক যুদ্ধত পৰাভূত কৰে। অথচ বীৰবৰৰপৰাই চুটিয়া ৰজাসকলে তেওঁলোকৰ বংশলতা আৰম্ভ কৰে। দেওধাই বুৰঞ্জীৰ লিখামতে ১১৪৬ শকত বীৰবৰৰ পুতেক গৌৰীনাৰায়ণ ওৰফে ৰত্নধ্বজ পাল ৰজা হয়। এতেকে দেখা যায় যে ইংৰাজী ১৫ শতিকাৰ সত্যনাৰায়ণ ৰজাৰ পিতৃ নন্দীশ্বৰৰ সমসাময়িক বীৰবৰ আৰু চুটিয়া ৰজা-সকলৰ আদিপুৰুষ ত্ৰয়োদশ শতিকাৰ বীৰবৰ একেজন লোক নহবও পাৰে। এই বিষয়ে আৰু বিশেষ অনুসন্ধান হোৱা আৱশ্যক।

কামৰূপ অনুসন্ধান সমিতি স্থাপিত হবৰপৰাই পুৰণি ঠাইবিলাকলৈ গৈ

সেইবিলাকৰ তথ্য অনুসন্ধান কৰা, পুৰণি শিলা-লিপি, তাম্ৰ-লিপি, মুদ্ৰা-লিপি, মৃত্ত-লিপি আদি পাঠ কৰি তাৰপৰা ঐতিহাসিক সত্য উদ্ধাৰ কৰা, পুৰণি পুথি সংগ্ৰহ কৰা, পুৰণি ভাস্কৰ্য্য, স্থাপত্য আৰু চিত্ৰকলা আদিৰ চানেকি সংগ্ৰহ কৰা ইত্যাদি কাৰ্য্য কৰা হৈছে। পুৰণি পুথিৰ দুই এখন সমিতিৰ খৰচত ছপা কৰাও হৈছে। এইটি কাম কিন্তু বৰ ব্যয়সাধ্য। সেই কাৰণে এই কাম এতিয়া গৱৰ্ণমেণ্টে পুৰাতত্ত্ব বিভাগৰ নামে নিজৰ বিভাগৰপৰা কৰিছে। বৰ সুখৰ বিষয় যে এই বিভাগৰপৰা ভালেমানি পুথি ছপা হৈ ওলাইছে। ছপা হ'ব লগীয়া বহু পুথি আছে আৰু তাৰে বিশেষ আৱশ্যকীয় পুথিবিলাক আগেয়ে ছপা হোৱা ভাল। ৺পণ্ডিত হেমচন্দ্ৰ গোস্বামীয়ে যোগিনী-তন্ত্ৰখনি ছপাবলৈ প্ৰস্তুত কৰিছিল। কিন্তু তেওঁৰ সেই কাৰ্য্য সম্পূৰ্ণ নহওঁতেই তেওঁ চুকাল। এতিয়ালৈকে সেই আধৰুৱা কাৰ্য্য হাতত লবলৈ কোনো আগ বঢ়া নাই। আপোনালোকে জানিব পাৰে যে কালিকা-পুৰাণ কামৰূপত অনুমান একাদশ শতিকাত ৰচিত হোৱা এখনি গ্ৰন্থ আৰু সেই প্ৰকাৰে যোগিনী-তন্ত্ৰ ষোড়শ শতিকাত কামৰূপত ৰচিত হোৱা এখনি গ্ৰন্থ। এই দুই গ্ৰন্থ ভাৰতবৰ্ষত সৰ্ব্বময় প্ৰখ্যাত। আজি পাঁচ বছৰ হ'ল কামৰূপ অনুসন্ধান সমিতিয়ে Journal of the Assam Research Society নামে এখনি তিনিমহীয়া আলোচনী প্ৰকাশ কৰিছে। আৰম্ভৰে পৰা এই আলোচনী সম্পাদকৰ ভাৰ মোৰ হাতত আছে। আজিকালি ভাৰতবৰ্ষৰ সকলো প্ৰদেশতে একোখনকৈ Research Society বা গৱেষণা সমিতি আছে।

প্ৰত্যেক প্ৰাদেশিক সমিতিৰ মুখ-পত্ৰ স্বৰূপে একোখনিকৈ গৱেষণাৰ আলোচনী আছে। কামৰূপ অনুসন্ধান সমিতিকেই এতিয়া Assam Research Society বোলা হৈছে। আৰু মই সম্পাদন কৰা আলোচনীখনিয়েই এই সমিতিৰ জৰ্ণেল। এই জৰ্ণেল ইংৰাজীত লিখা হয়, অন্যান্য প্ৰাদেশিক জৰ্ণেলবিলাকো ইংৰাজীতেই লিখা হয়। অন্যান্য জৰ্ণেলবিলাকৰ নিচিনা আমাৰ জৰ্ণেলো ভাৰতবৰ্ষৰ সকলো ঠাইলৈকে যায় আৰু য়ুৰোপলৈকো যায়। আমাৰ জৰ্ণেলত প্ৰকাশ হোৱা কোনো কোনো প্ৰবন্ধৰ চমুটোকা ভাৰতবৰ্ষৰ আৰু ইংলণ্ডৰ জৰ্ণেলতো ওলাইছে। আমাৰ দেশত ঐতিহাসিক তথ্যৰ অনুসন্ধান কেনে হব লাগিছে আৰু তেনে অনুসন্ধানৰ ফলত কি কি নতুন তথ্য জনা গৈছে তাক সকলো ঠাইৰ মানুহে জানিব লাগে—সেই কাৰণেই ইংৰাজী ভাষাত এই আলোচনী প্ৰকাশিত কৰা হয়। এই জৰ্ণেলত আলোচনা কৰাৰ ফলত কি কি নতুন তথ্য আমি জানিব পাৰিছো তাৰ এটা চমু আভাস এই খিনিতে আপোনালোকক দিম।

আপোনালোকে জানে যে আজিকালি যেনেকৈ ভিজিটিং কাৰ্ডত মানুহে নিজ নিজ নাম, ব্যৱসায়, ঠিকনা আদি ছপা কৰাই লয় আৰু অচিনাকি মানুহলৈ সেই কাৰ্ড পঠাই নিজৰ পৰিচয় দিয়ে, সেই প্ৰকাৰ প্ৰাচীন কালত ৰজাবিলাকে বা ডাঙৰ মানুহবিলাকে আত্ম-পৰিচয়-জ্ঞাপক নিজৰ মোহৰ প্ৰস্তুত কৰি সেই মোহৰ কুমাৰ মাটিৰ চটিয়াৰ ওপৰত মাৰি সেই চটাবিলাক জুইত পুৰি লৈ বৰ্ত্তমান কালৰ ভিজিটিং কাৰ্ডৰ নিচিনাকৈ ব্যৱহাৰ কৰিব পাৰিছিল। এইবিলাকক আজিকালি terracotta seal বোলা হয়। যোৱা ১৯১৭ চনত কামৰূপ ৰজা ভাস্কৰবৰ্ম্মাৰ এনেকুৱা এটা 'ছিল'

নলন্দা বিহাৰৰ ভগ্নাৱশেষৰ ভিতৰত পোৱা যায়। সেই ছিলটিত কি কি কথা লিখা
আছে তাৰ পাঠ মোৰ Early History of Kamarupa নামে পুথিত দিয়া
আছে। এই ছিলত ভাস্কৰবৰ্ম্মাৰ পূৰ্ব্বপুৰুষ গণপতিবৰ্ম্মাৰপৰা ভাস্কৰবৰ্ম্মালৈকে বংশলতা
মাত্ৰ দিয়া আছে। কিন্তু কোনোজন ৰজাৰ বিষয়ে বিশেষ একো লিখা হোৱা নাই।
যোৱা ১৯২৭-২৮ ইং চনত এই নলন্দা বিহাৰতে আৰু কিছুমান পুৰণি ছিল পোৱা
যায়। ইয়াৰ ভিতৰতে কনৌজৰ শ্ৰীহৰ্ষবৰ্দ্ধন আৰু কামৰূপৰ ভাস্কৰবৰ্ম্মাৰো ছিল
পোৱা যায়।

ভাস্কৰবৰ্ম্মাৰ এই ছিলৰ লিপিৰ পাঠ এতিয়ালৈকে আৰ্কিঅ'লজিকেল বিভাগৰ কোনো ৰিপোৰ্টত ওলোৱা নাই। ভূতপূৰ্ব্ব গৱৰ্ণমেণ্ট এপিগ্ৰাফিষ্ট শ্ৰীযুত হীৰানন্দ শাস্ত্ৰীয়ে লিখা Memoirs of Nalanda নামে পুথিত এইবিলাক ছিলৰ পাঠ প্ৰকাশিত হবৰ কথা, কিন্তু সেই পুথি এতিয়াও ছপা হোৱা নাই। বৰ্ত্তমান গৱৰ্ণমেণ্ট এপিগ্ৰাফিষ্ট ডক্টৰ চক্ৰৱৰ্ত্তীৰ অনুগ্ৰহত ভাস্কৰবৰ্ম্মাৰ নতুনকৈ পোৱা ছিলটিৰ এটি পাঠ পাই, সেই পাঠ কামৰূপ অনুসন্ধান সমিতিৰ জৰ্ণেলত আজি কেইমাহমান পূৰ্ব্বে প্ৰকাশ কৰা হৈছে। সেই ছিলত পুষ্যবৰ্ম্মৰপৰা ভাস্কৰবৰ্ম্মালৈকে সম্পূৰ্ণ বংশলতা দিয়া আছে আৰু ইয়াৰ ৰজাসকলক "মহাৰাজাধিৰাজ শ্ৰীপ্ৰাগ্-জ্যোতিষেন্দ্ৰ" বোলা হৈছে। ইয়াৰ দ্বাৰা বুজা যায় যে তেওঁলোক কাৰো কৰতলীয়া নাছিল। কিন্তু তেওঁলোকৰ অধীনত কৰতলীয়া ৰজা আছিল। কৰতলীয়া ৰজাইও মহাৰজা উপাধি লব পাৰিছিল, কিন্তু আৰু আন সকলো ৰজাৰ ওপৰত স্বাধীন ৰজা হৈহে নিজক মহাৰাজাধিৰাজ বুলিব পাৰিছিল। সেই ছিলৰপৰা আৰু এটি নতুন তথ্য জানিব পাৰি। ইয়াত ভাস্কৰবৰ্ম্মাৰ উৰ্দ্ধতন পুৰুষ পঞ্চম শতিকাৰ মহেন্দ্ৰবৰ্ম্মাক বোলা হৈছে। "দ্বিস্তুৰগমেধাহৰ্ত্তা" আৰু তেওঁৰ পিতামহ ষষ্ঠ শতিকাৰ স্থিতবৰ্ম্মাক বোলা হৈছে, "দ্বিৰশ্বমেধযাজি" অৰ্থাৎ তেওঁলোক দুজনৰ প্ৰত্যেকেই দুটিকৈ অশ্বমেধ যজ্ঞ কৰিছিল। আপোনালোকে জানিব পাৰে যে সমৃদ্ধিশালী দেশৰ ওপৰত চক্ৰৱৰ্ত্তী ৰজা নহলে একেজন ৰজাৰ ৰাজত্বৰ ভিতৰতে দুবাৰকৈ অশ্বমেধ কৰা সম্ভৱপৰ হব নোৱাৰে। ইয়াৰ পৰাই আপোনালোকে অনুমান কৰিব পাৰে যে এই ৰজাসকল কিমান পৰাক্ৰমী আছিল। যদিও সমুদ্ৰগুপ্তৰ এলাহাবাদ প্ৰশস্তিৰপৰা জনা যায় যে চতুৰ্থ শতিকাত সমুদ্ৰগুপ্তৰ দিগ্বিজয়ৰ সময়ত কামৰূপ সমটত আৰু ডবাকৰ ৰজাই গুপ্ত সম্ৰাটৰ শৰণাগত হৈছিল, তথাপি তাৰ পিছৰ শতিকাত কামৰূপৰ ৰজা মহেন্দ্ৰবৰ্ম্মা সম্পূৰ্ণ স্বাধীন নহলে অশ্বমেধ যজ্ঞৰ অনুষ্ঠান কৰা সম্ভৱপৰ নহলহেঁতেন। বৌদ্ধ প্ৰভাৱত বৈদিক যজ্ঞ ক্ৰিয়াদি লুপ্ত হোৱাত উত্তৰ ভাৰতবৰ্ষত বহুদিন অশ্বমেধ যজ্ঞৰ অনুষ্ঠান বন্ধ আছিল। সমুদ্ৰগুপ্তই বহুদিনৰ মূৰত মগধত আকৌ অশ্বমেধ যজ্ঞৰ অনুষ্ঠান কৰাত তেওঁক গুপ্ত যুগৰ শিলালিপি বিলাকত "চিৰোৎসন্নাশ্বমেধাহৰ্ত্ত" বোলা হৈছে। অৰ্থাৎ তেওঁ চিৰকালৰ নিমিত্তে উৎসন্ন হৈ যোৱা অশ্বমেধ পুনৰ আহৰণ কৰিছিল। সেই প্ৰকাৰে মহেন্দ্ৰবৰ্ম্মাকো এই ছিলত "দ্বিস্তুৰগমেধাহৰ্ত্তা" বোলা হৈছে; অৰ্থাৎ তেওঁৰ পূৰ্ব্বে কামৰূপত যদি কোনোবাই অশ্বমেধ যজ্ঞ কৰিছিল সি বহু কালৰ পূৰ্ব্বে হৈছিল। আৰু এই যজ্ঞৰ অনুষ্ঠান বহু দিন কামৰূপত বন্ধ হৈ থকাৰ

পিছত মহেন্দ্ৰবৰ্ম্মাই পুনৰ প্ৰচলন কৰিলে। মহেন্দ্ৰবৰ্ম্মাৰ অনুমান ছকুৰি বছৰ পাছৰ ভাস্কৰবৰ্ম্মাৰ ককাক স্থিতবৰ্ম্মাইও দুবাৰ অশ্বমেধ পাতিছিল। এই ছিলত তেওঁক কেৱল "দ্বিৰশ্বমেধযাজি" বুলিছে। এই ছিলৰপৰা এইটো আমি সঠিককৈ জানিব পাৰো যে পঞ্চম শতিকাত বৈদিক যজ্ঞাদি ক্ৰিয়াত পাৰ্গত বৈদিক ব্ৰাহ্মণ কামৰূপত বহুত আছিল।* এই জৰ্ণেল ওলোৱাৰ পিছৰপৰা আমি আৰু যিবিলাক তথ্য নতুনকৈ জানিব পাৰিছো তাৰ চমু তালিকা এই,—

(১) অনুমান ভাস্কৰবৰ্ম্মাৰ ৰাজত্বৰ আৰম্ভৰপৰাই অৰ্থাৎ ৫৯৩ খ্ৰীষ্টাব্দৰ পৰা আমাৰ দেশত এটি অব্দ প্ৰচলিত হৈছিল, তাক কামৰূপী সাল বোলা হয়। পুৰণি কামৰূপৰ বুৰঞ্জীত এই সালৰ উল্লেখ আছে। দেখা যায় যে এই সাল আৰু বঙালী চন একে সময়ৰপৰা আৰম্ভ হৈছিল। বঙালী পঞ্জিকাত লিখা আছে যে মুছলমান আমোলত ভাৰতবৰ্ষত হিজৰী চনহে প্ৰচলিত আছিল ; কিন্তু সেই চন চান্দ্ৰমাস হিচাপে গণনা কৰা হয়। সেই বাবে হিন্দুবিলাকে আপত্তি জনোৱাত আকবৰ বাদছাহে হিজৰীৰ দহ বছৰ পাছৰপৰা এটি চন জাৰি কৰি দিলে, সেয়ে বঙালী চন। আকবৰ বাদছাহে জাৰি কৰা এই চন কেৱল বঙ্গদেশত কিয় চলে আৰু মোগল ৰাজ্য ভুক্ত আন প্ৰদেশত কিয় নচলে তাৰ কোনো কাৰণ দেখা নাযায়। ইফালে আমি বুৰঞ্জীৰপৰা, বিশেষ ভাস্কৰবৰ্ম্মাৰ নিধনপুৰত পোৱা তামৰ ফলিৰপৰা জানিব পাৰোঁ যে অন্ততঃ পশ্চিমে কুশী নদীলৈকে উত্তৰ বঙ্গ আৰু কৰ্ণ-সুবৰ্ণ ধৰি মধ্য বঙ্গ ভাস্কৰবৰ্ম্মাৰ ৰাজ্যভুক্ত আছিল আৰু অষ্টম শতিকাৰ শ্ৰীহৰ্ষবৰ্ম্মাৰ দিনলৈকে এই গৌড়ৰাজ্য কামৰূপৰ ৰজাসকলৰ তলতীয়া আছিল। এই কথা আজিকালি বঙালী বুৰঞ্জীবিদ পণ্ডিতসকলেও স্বীকাৰ কৰিবলৈ আৰম্ভ কৰিছে। Indian Culture নামে আলোচনীত শ্ৰীযুত নলিনীনাথ দাসগুপ্তই Bengal under the Kamarupa Kings নাম দি যি প্ৰবন্ধ লিখিছে তাত এই কথা খোলোচাকৈ লিখা আছে। এতেকে ভাস্কৰবৰ্ম্মাই জাৰি কৰা এই চন তেতিয়াৰপৰা বঙ্গদেশত বৈ গ'ল এনে অনুমানো স্বভাৱতঃ কৰিব পাৰি ; কাৰণ আকবৰ বাদছাহৰ প্ৰবাদটি অমূলক যেন লাগে। যদি সেয়েই হয় তেন্তে এতিয়াও আমাৰ দেশত কামৰূপী সালটি B. S. বা বঙালী চন বুলি ধৰা নিতান্ত অযুগুত। যি নহওক এই বিষয়ে আৰু বিশেষ অনুসন্ধান হোৱা আৱশ্যক। এতিয়ালৈকে এই বিষয়ে আমি নিঃসন্দেহ হব পৰা নাই। অন্ততঃ আজি ৭০০ বছৰ আমাৰ দেশত শকাব্দৰ প্ৰচলন আছে। উত্তৰ গুৱাহাটীত বক্তিয়াৰ খিলজিৰ পৰাজয়ৰ সময়ত লিখা শিলালিপিত শকাব্দৰ উল্লেখ আছে, যেনে "শাকে তুৰগ-যুগ্মেশে" অৰ্থাৎ ১১২৭ শকত। নিজৰ দেশৰ প্ৰতাপশালী ৰজাই জাৰি কৰা সাল তল পেলাই নৱম শতিকাত গুপ্তাব্দ আৰু অন্ততঃ দ্বাদশ শতিকাৰ-পৰা শকাব্দ কেনেকৈ কামৰূপত চলিল এই বিষয়ে এই জৰ্ণেলত আলোচনা কৰা হৈছে। শেষ মীমাংসা এতিয়াও হোৱা নাই।

(২) কামৰূপত কোনো সময়ত বৌদ্ধধৰ্ম্ম প্ৰচলিত আছিল নে নাছিল এই বিষয়ে পূৰ্ব্বে মতভেদ আছিল ; কিন্তু এতিয়া জনা হৈছে যে পূৰ্ব্বৰপৰাই কামৰূপত বৌদ্ধধৰ্ম্ম প্ৰচলিত আছিল। ৰজাসকলে নিজে সেই ধৰ্ম্ম অবলম্বন নকৰিলেও তাৰ

বিৰুদ্ধে নগৈছিল, এনে কি ভাস্কৰবৰ্ম্মাৰ নিচিনা ৰজাই বৌদ্ধ পণ্ডিতসকলক আদৰ কৰিছিল। দশম, একাদশ, দ্বাদশ শতিকাত কামৰূপ আৰু শ্ৰীহট্ট বজ্রযান পন্থৰ বৌদ্ধ ধৰ্ম্মৰ ডাঙৰ কেন্দ্ৰ হৈ উঠে। এই পন্থৰ সাধনমালা নামক গ্ৰন্থৰপৰা ইয়াৰ বিশেষ প্ৰমাণ পোৱা যায়। তিব্বতীয় পুথিৰপৰা জনা যায় যে এই পন্থৰ এজন আদি আচাৰ্য্য সৰহ বা সৰহপাদ; পূৰ্ব্ব অঞ্চলৰ ৰাণী নামে ৰাজ্যত জন্ম গ্ৰহণ কৰিছিল। তেওঁ উৰিষ্যা, মহাৰাষ্ট্ৰ প্ৰভৃতি দেশ পৰ্য্যটন কৰি সিদ্ধ হৈ কামৰূপৰ ৰত্নপাল ৰজাৰ আগত নানা ভৌতিক বিদ্যা আৰু মন্ত্ৰশক্তিৰ পৰিচয় দিছিল। মোৰ মনেৰে কামৰূপৰ দক্ষিণ পাৰৰ ৰাণী বোলা ঠায়েই সেই ৰাণী ৰাজ্য। পূৰ্ব্বকালত এনেকুৱা সৰু সৰু কৰতলীয়া ৰাজ্য বহুত আছিল। এই সৰহপাদৰ শিষ্য নাগাৰ্জ্জুন। এওঁ এজন প্ৰসিদ্ধ ৰসায়নজ্ঞ বৈদ্য আছিল আৰু এওঁৰ নামৰ বড়ি আৰু অভ্ৰ এতিয়াও অসমত প্ৰচলিত আছে। সাধনমালাত দিয়া একজটাৰ সাধনা নাগাৰ্জ্জুনে ভোট দেশৰপৰা অনা উল্লেখ আছে, যেনে—“ইতি নাগাৰ্জ্জুনপাদৈঃ ভোটেষু উদ্ধৃতম্।” Pag-sam-Jon-Zan নামে তিব্বতীয় গ্ৰন্থত লিখা আছে যে নাগাৰ্জ্জুনে যেই সেই ধাতুকে সোণ কৰিব পাৰিছিল আৰু মন্ত্ৰপুত এজোৰ পাদুকা পৰিধান কৰি শূন্যমাৰ্গত বিচৰণ কৰিব পাৰিছিল। এই কথাৰ কিমান সত্যতা আছে কব নোৱাৰি; কিন্তু ইয়াকে জনা যায় যে, একাদশ শতিকাত আলবেৰুণি নামে এজন আৰব alchemist বা ৰসায়নজ্ঞ বৈদ্য কামৰূপলৈ নাগাৰ্জ্জুনক বিচাৰি আহিছিল। কিন্তু তেওঁ অহাৰ পূৰ্ব্বেই নাগাৰ্জ্জুনৰ মৃত্যু হোৱাৰ বাবে তেওঁ নাগাৰ্জ্জনক নাপালে। এই কথা তেওঁ লিখি গৈছে। নাগাৰ্জ্জুনৰ শিষ্য শবৰিপা আৰু শবৰিপাৰ শিষ্য লুইপা ওৰফে মৎস্যেন্দ্ৰনাথ। কাৰো কাৰো মতে মীননাথ আৰু মৎস্যেন্দ্ৰনাথ একেজন লোক। Grub-Tob নামে তিব্বতীয় গ্ৰন্থমতে মীননাথ কামৰূপৰ কৈৱৰ্ত্ত জাতিৰ লোক; কিন্তু গোৰ্খা-বিজয় নামে পুথিৰপৰা জনা যায় যে মৎস্যেন্দ্ৰনাথ কদলী নামে নাৰী ৰাজ্যৰ ৰাণী কমলাৰ প্ৰেমত আবদ্ধ হৈ তেওঁৰ অসাধাৰণ যৌগিক শক্তি হেৰুৱাইছে। মৎস্যেন্দ্ৰ-নাথৰ শিষ্য গোৰক্ষনাথে আহি কদলী ৰাজ্যৰপৰা মৎস্যেন্দ্ৰনাথক মায়া-মোহৰপৰা উদ্ধাৰ কৰি লৈ যায়। নগাঁও জিলাৰ কন্দলীয়েই সেই কদলী ৰাজ্য বুলি শ্ৰীযুত ৰাজ-মোহন নাথে আমাৰ জৰ্ণেলত দেখুৱাইছে। বাস্তৱিক নগাঁও জিলাৰ লোকে nasalization বিশেষকৈ কৰে। বাদুলীক বান্দুলী আৰু বাদুলা আতাক তাত বন্দুলা আতা বোলে। এনে অৱস্থাত কদলীও কন্দলী হোৱা একো আচৰিত নহয়। বিশেষ কন্দলী জয়ন্তীয়া পাহাৰৰ ওচৰৰ আৰু খাচিয়া জয়ন্তীয়া জাতিৰ মাজত তিৰুতাই সকলো সম্পত্তিৰ মালিক। এইবিলাক দেশতেই নাৰী ৰাজ্য হোৱা সম্ভৱ। গোৰ্খা-বিজয় পুথিত লিখা প্ৰবাদ ভাৰত-বৰ্ষৰ প্ৰায় সকলো ঠাইতে শুনা যায়। মহাৰাষ্ট্ৰ দেশত যি বিৱৰণ পোৱা যায় তাত নাৰী ৰাজ্যৰ নাম দিয়া আছে কামৰূপ। কদলী ৰাজ্যত অগুৰু কাঠ সৰহকৈ পোৱা যায়, তাৰ ৰাণী কমলাৰ ১৬০০ মাইকী গা-ৰখীয়া চিপাহী বা body-guard আছিল। তাৰ প্ৰায় এটাইবিলাক তিৰোতাই পাটৰ কাপোৰ পিন্ধিছিল আৰু প্ৰত্যেক ঘৰতে একো-টাকৈ পানী খোৱা পুখুৰী আছিল, ইত্যাদি বিৱৰণৰপৰাও কদলীযে অসমৰ ভিতৰত কোনো সৰু কৰতলীয়া ৰাজ্য আছিল ইয়াক অনুমান কৰিব পাৰি।

(৩) অনুসন্ধান সমিতিৰ জৰ্ণেলত আলোচনাৰপৰা এইটো একপ্ৰকাৰ সাব্যস্ত হৈছে যে নগাঁও জিলাৰ ডবকাই সমুদ্ৰগুপ্তৰ প্ৰশস্তিৰ ডবাক ৰাজ্য। এই ৰাজ্যৰ

মাজেদি কপিলী নদী প্ৰৱাহিত হৈছিল। সেই বাবেই অনুমান এই ৰাজ্যক কপিলী ৰাজ্যও বোলা হৈছিল। চীন দেশীয় প্ৰাচীন বৃত্তান্তৰপৰা জনা যায় যে ৪২৮ খ্ৰীষ্টাব্দত এই ৰাজ্যৰ চন্দ্ৰপ্ৰিয় বা চন্দ্ৰবল্লভ নামে এজন ৰজাই চীন দেশলৈ কটকী পঠাইছিল। বৰ্ত্তমান ত্ৰিপুৰা ৰাজবংশৰ ৰজাসকলৰ ৰাজ্য এই কপিলীৰ পাৰতে আছিল। আৰু হেৰম্ব বা কছাৰী ৰাজ্য তাৰ পূৰ্ব্বে আছিল। কপিলীৰ পাৰৰ প্ৰাচীন ত্ৰিপুৰা ৰাজ্যকে অনুমান ডবকা বা কপিলী ৰাজ্য বোলা হৈছিল। কামৰূপৰ ৰজাসকল প্ৰতাপশালী থকাত এওঁলোক নিশ্চয় কামৰূপৰ কৰতলীয়া আছিল। ত্ৰিপুৰা ৰাজ্যৰ বুৰঞ্জী ৰাজমালাৰ-পৰা জানিব পাৰি যে অনুমান ষষ্ঠ শতিকাত কছাৰী ৰজাই কপিলী ৰাজ্য দখল কৰাত ত্ৰিপুৰা ৰজা পলাই পৰ্ব্বত পাৰ হৈ বৰ্ত্তমান কাছাৰ জিলাৰ বৰাক বা বৰবক্ৰ নদীৰ পাৰত ৰাজ্য পাতিলেগৈ।

(৪) সমিতিৰ জৰ্ণেল, ইণ্ডিয়ান কালচাৰ, এছিয়াটিক ছোচাইটিৰ জৰ্ণেল আদি আলোচনীত আলোচনা কৰাৰ ফলত এইটো ঠিক হৈছে যে ভাস্কৰবৰ্ম্মাৰ নিধন-পুৰত পোৱা তামৰ ফলিত উল্লেখ কৰা কৌশিকা নদীয়েই বৰ্ত্তমান কুশী নদী। এই নদীৰ প্ৰাচীন নাম কৌশিকা বা কৌশিকী। মাৰ্কণ্ডেয় পুৰাণত কৌশিকা নামহে আছে। ভাস্কৰবৰ্ম্মাৰ বৃদ্ধ পিতামহ মহাভূতবৰ্ম্মাই এই নদীৰ পাৰৰ পূৰ্ব্ব মিথিলাৰ ময়ূৰশাল্মল অগ্ৰহাৰৰ মাটি ব্ৰাহ্মণসকলক দান কৰিছিল। ষষ্ঠ শতিকাৰ শেষ ভাগত মহাসেনগুপ্তই কামৰূপ আক্ৰমণ কৰি ভাস্কৰবৰ্ম্মাৰ পিতৃ সুস্থিতবৰ্ম্মাক পৰাজয় কৰাৰ পিছত এই দান কৰা মাটিবিলাক আকৌ গুপ্তৰাজ্যৰ ভিতৰত সোমায়। সপ্তম শতিকাৰ আগডোখৰত ভাস্কৰবৰ্ম্মাই শ্ৰীহৰ্ষৰ সহায়ত শশাঙ্কক পৰাভূত কৰি তেওঁৰ ৰাজ্য গৌড় আৰু কৰ্ণসুবৰ্ণ দখল কৰাৰ পিছত নিধনপুৰত পোৱা তামৰ ফলিৰ দ্বাৰা মহাভূতবৰ্ম্মাৰ দান আকৌ বাহাল ৰখা হয়। আপোনালোকে জানে যে নিধনপুৰ শ্ৰীহট্ট জিলাৰ কৰিমগঞ্জ মহকুমাৰ পঞ্চ-খণ্ড পৰগণাৰ এখন গাঁও। ভাস্কৰবৰ্ম্মাৰ ফলিবিলাক এই গাঁৱতে পোৱাৰ বাবে এই অঞ্চল ভাস্কৰবৰ্ম্মাৰ ৰাজ্যৰ ভিতৰত ভুক্ত আছিল আৰু বৰ্ত্তমান কুশিয়াৰা নদীয়েই ফলিত উল্লেখ কৰা কৌশিকা এই বুলি কোনো কোনো লোকে তৰ্ক কৰে। এনে কি এই বাবেই পঞ্চ-খণ্ডৰ লাইব্ৰেৰীত থকা ভাস্কৰবৰ্ম্মাৰ ফলিবিলাকৰ অন্ততঃ চাৰিখন এতিয়ালৈকে স্থানীয় লোকে অসম গৱৰ্ণমেণ্টক দিয়া নাই। শ্ৰীহট্ট, কামৰূপ ৰাজ্যৰ ভিতৰত থকা অসম্ভৱ নহয়; কিন্তু মহাভূতবৰ্ম্মাই দান কৰা মাটি যে শ্ৰীহট্টৰ ভিতৰৰ নহয় এই বিষয়ে কোনো সন্দেহ নাই। ভাস্কৰবৰ্ম্মাৰ কেবা শ বছৰৰ পাছত মিথিলাৰ-পৰা শ্ৰীহট্টলৈ অহা কোনো ব্ৰাহ্মণৰ লগতে এই ফলিবিলাকো শ্ৰীহট্টলৈ অহা ভালকৈ অনুমান কৰিব পাৰি।

(৫) যোৱা পাঁচ বছৰৰ ঐতিহাসিক তথ্য অনুসন্ধানৰ ফলত পোৱা গৈছে যে ভাস্কৰবৰ্ম্মাৰ এজনী লিগিৰীয়ে তেওঁৰ মৃত্যুত শোক সম্বৰণ কৰিব নোৱাৰি সহমৰণ অৱলম্বন কৰে। লিগিৰীজনীয়ে এনে কৰিব পাৰে বুলি সন্দেহ কৰি ভাস্কৰবৰ্ম্মাই জীয়াই থাকোঁতেই লিগিৰীজনীক হাক দিছিল; কিন্তু সেই হাক নুশুনিও তাই চিতাত জাপ দি পুৰি মৰিল। এই কথা প্ৰায় তাৰ এশ বছৰৰ পিছৰ অৰ্থাৎ অষ্টম শতিকাৰ কাশ্মীৰী লেখক দামোদৰগুপ্তই তেওঁৰ কুট্টনীমতম নামে পুথিত লিখি গৈছে,—

ভাস্কৰবৰ্ম্মনি যাতে সুৰবগতিং ৰাৱিতাপি ভূপতিনা ।
তদ্দুঃখমসহমানা প্ৰবিৱেশ বিলাসিনী দহনম্ ॥

এই তথ্যনি সন্ধান আমাৰ সুযোগ্য সভাপতি শ্ৰীযুত কৃষ্ণকান্ত সন্দিকৈ ডাঙৰীয়াই মোক জানিব দিয়াৰ বাবে তেওঁক ধন্যবাদ দিওঁ। বাণভট্ট শ্ৰীহৰ্ষৰ সভাপণ্ডিত আৰু ভাস্কৰবৰ্ম্মাৰ সম-সাময়িক আছিল। তেওঁৰ হৰ্ষ-চৰিতত ভাস্কৰবৰ্ম্মাক "ভীষ্ম·ইৱ কুমাৰ" বোলা হৈছে। ইয়াৰ দ্বাৰা বুজা যায় যে তেওঁ বিয়া কৰোৱা নাছিল, অথচ দামোদৰ গুপ্তৰ পৰা জানিব পাৰিলো যে তেওঁৰ এনে এগৰাকী সা-লগা লিগিৰী আছিল যিগৰাকীয়ে তেওঁৰ জ্বলন্ত চিতাত জাপ দি পুৰি মৰিল। ইয়াৰপৰা এনে অনুমান কৰিব পাৰি যে লিগিৰীজনীয়েই তেওঁৰ হৃদয় সম্পূৰ্ণৰূপে অধিকাৰ কৰি থকাৰ বাবে তেওঁ আইন কাকো বিয়া নকৰালে আৰু সেই বাবেই অপুত্ৰক হৈ মৰিল। অপুত্ৰক হৈ ৰজা মৰিলে স্বভাৱতে উত্তৰাধিকাৰ লৈ দেশত এটা তোলপাৰ হয়। ভাস্কৰবৰ্ম্মাৰ মৃত্যুৰ পিছতো এনে এটা তোলপাৰ হৈছিল আৰু সেই তোলপাৰৰ ভিতৰতে "ম্লেচ্ছাধিনাথ" শালস্তম্ভই সিংহাসন অধিকাৰ কৰিছিল, এই সম্বাদ আমি একাদশ শতিকাৰ ৰত্নপালবৰ্ম্মাৰ ফলিৰপৰা জানিব পাৰোঁ। এইদৰেই বুৰঞ্জীৰ ঘটনাবিলাক প্ৰমাণিত হয়।

এই সূত্ৰতে আৰু এটা নতুন তথ্য পোৱা গৈছে। শ্ৰীযুত ৰাধাগোবিন্দ বসাকে ত্ৰিপুৰা জিলাত এখনি তামৰ ফলি পাই তাৰ পাঠ উদ্ধাৰ কৰিছে। সেই ফলিৰ তাৰিখ কোনো অব্দৰ ৪৪ নাইবা ২৪৪ বছৰত। বসাকে ৪৪ হৰ্ষঅব্দ ধৰি সেই ফলিৰ তাৰিখ ৬৫০ খ্ৰীষ্টাব্দত পেলাইছে আৰু প্ৰাচ্য বিদ্যাৰ্ণৱ নগেন্দ্ৰনাথ বসুৱে গুপ্তাব্দৰ ২৪৪ ধৰি ফলিৰ তাৰিখ ৬৬৩ খ্ৰীষ্টাব্দত পেলাইছে। এই ফলিত লিখা কথাৰপৰা জনা যায় যে লোকনাথ আৰু জীৱধাৰণ নামে দুজন কৰতলীয়া ৰজাই যুঁজ কৰাত তেওঁলোকৰ ওপৰৰ চক্ৰৱৰ্ত্তী ৰজা জয়তুঙ্গবৰ্ম্মাই লোকনাথক শ্ৰীপট্টদি কৰতলীয়া ৰজা বুলি গ্ৰহণ কৰিলে। বসাকে জয়তুঙ্গবৰ্ম্মৰ নাম জয়তুঙ্গবৰ্ষ পঢ়িছে—কিন্তু প্ৰাচ্যবিদ্যাৰ্ণৱে কয় যে সেই নাম জয়তুঙ্গবৰ্ম্ম আৰু এওঁ ভাস্কৰবৰ্ম্মাৰ পাছত কামৰূপৰ ৰজা হৈছিল। ভাস্কৰবৰ্ম্মা যেনেকৈ গৌড়বঙ্গৰ ওপৰত চক্ৰৱৰ্ত্তী ৰজা আছিল, জয়তুঙ্গবৰ্ম্মাও সেই প্ৰকাৰ গৌড় বঙ্গ আৰু কামৰূপৰ ওপৰত চক্ৰৱৰ্ত্তী ৰজা আছিল। শালস্তম্ভই ভাস্কৰবৰ্ম্মাৰ সিংহাসন অধিকাৰ কৰি জয়তুঙ্গ বা Pinnacle of Victory নাম লোৱা একো অসম্ভৱ নহয়। শালস্তম্ভৰ পুতেকৰ নাম বিজয়বৰ্ম্ম—কিন্তু বিৰুদ-নাম আছিল বিগ্ৰহস্তম্ভ, সেই প্ৰকাৰ জয়তুঙ্গবৰ্ম্মৰ বিৰুদ-নাম আছিল শালস্তম্ভ। সেই বংশৰ পিছৰ ৰজা বীৰবাহুৰ বিৰুদ নাম আছিল ৰণস্তম্ভ।

(৬) আৰু এটা তথ্য পোৱা গৈছে যাৰ নিমিত্তে শ্ৰীযুত নলিনীনাথ দাস গুপ্তক ধন্যবাদ দিব লাগে। তেওঁ দেখুৱাইছে যে ৭৫৩ খ্ৰীষ্টাব্দৰ ৰাষ্ট্ৰকূট ৰজা দন্তিদুৰ্গৰ তামৰ ফলি মতে কৰ্ণাট ৰজা দ্বিতীয় কীৰ্ত্তিবৰ্ম্মাৰ যিবিলাক সৈন্যই কাঞ্চি, কেৰল, চোল আৰু পাণ্ড্য দেশৰ ৰজাবিলাকক আৰু শ্ৰীহৰ্ষ আৰু বজ্ৰট ৰজাক পৰাভূত কৰিছিল সেই সৈন্যক দন্তিদুৰ্গ ৰজাই অতি সহজে যুদ্ধত ঘটুৱালে। এই ফলিত উল্লেখ কৰা শ্ৰীহৰ্ষ আৰু কনৌজৰ সম্ৰাট শ্ৰীহৰ্ষবৰ্দ্ধন একেজন মানুহ বুলি ফ্লীটে চাহাবে অনুমান

কৰিছিল, কিন্তু সকলোৱে জানে যে হৰ্ষবৰ্দ্ধন সপ্তম শতিকাৰ ৰজা দ্বিতীয় কীৰ্ত্তিবৰ্ম্মা আৰু বজ্ৰট অষ্টম শতিকাৰ ৰজা। এতেকে এই ফলিৰ শ্ৰীহৰ্ষযে অষ্টম শতিকাৰ কামৰূপৰ ৰজা শ্ৰীহৰ্ষবৰ্দ্ধন তাত কোনো সন্দেহ নাই। এওঁৰ জোঁৱায়েক নেপালৰ ৰজা জয়দেৱৰ শিলালিপিত যে এওঁক "গৌড়ৌড্ৰাদি-কলিঙ্গ-কোশল-পতি" বুলিছে সেই কথাৰ সত্যতা এতিয়া পোৱা গ'ল। ওড্ৰ অৰ্থাৎ উৰিষ্যা আৰু কলিঙ্গ অৰ্থাৎ গাঞ্জাম প্ৰদেশ জয় কৰি এওঁ আৰু দক্ষিণলৈ গৈ কীৰ্ত্তিবৰ্ম্মাৰ কৰ্ণাট ৰাজ্য আক্ৰমণ কৰাত পৰাজিত হৈছিল। ৭৪৮ খ্ৰীষ্টাব্দৰপৰা কীৰ্ত্তিবৰ্ম্মাৰ ৰাজত্ব আৰম্ভ হয়। এতেকে এই ঘটনা পৰা ৭৫৩ খ্ৰীষ্টাব্দৰ ভিতৰতে তেওঁ শ্ৰীহৰ্ষবৰ্ম্মাক পৰাভূত কৰে।

(৭) সমিতিৰ জৰ্ণেলত লিখি শ্ৰীযুত নলিনীনাথ দাসগুপ্তই প্ৰমাণ কৰিছে যে একাদশ শতিকাৰ কামৰূপৰ ৰজা হৰ্ষপাল বৰ্ম্মা আৰু তেওঁৰ পুতেক ধৰ্ম্মপাল উভয়ে নামজলা সংস্কৃত কবি আছিল। "কবীন্দ্ৰ-বচন-সমুচ্চয়" নামে পুথিত হৰ্ষপালৰ কবিতা আৰু শ্ৰীধৰদাসৰ "সদুক্তিকৰ্ণামৃত" নামে পুথিত ধৰ্ম্মপাল ৰজাৰ কবিতা উদ্ধৃত কৰা হৈছে। এইবিলাক পূৰ্ব্বে অসমীয়া মানুহৰ চকুত পৰা নাছিল। সেইদৰে শ্ৰীযুত যোগেন্দ্ৰচন্দ্ৰ ঘোষ নামে আন এজন বঙালী তথ্যানুসন্ধান কৰা লিখকে প্ৰমাণ কৰিব খোজে যে "মুদ্ৰাৰাক্ষস" নাটকৰ লিখক বিশাখদত্ত কামৰূপৰ লোক আৰু সুবিখ্যাত "ৰত্নাৱলী" নাটকৰ লিখক শ্ৰীহৰ্ষ সপ্তম শতিকাৰ সম্ৰাট শ্ৰীহৰ্ষবৰ্দ্ধন নহয় তেওঁ অষ্টম শতিকাৰ কামৰূপৰ ৰজা শ্ৰীহৰ্ষদেৱ। বিশাখদত্ত সমন্ধে তেওঁৰ প্ৰবন্ধ Royal Asiatic Society-ৰ জৰ্ণেলত আৰু ৰত্নাৱলীৰ লেখক সমন্ধে প্ৰবন্ধ Assam Research Society-ৰ জৰ্ণেলত প্ৰকাশিত হৈছে।

(৮) অসমত আৰ্য্য-বসতি আৰু কলিতাবিলাকৰ সমন্ধে সমিতিৰ জৰ্ণেলত ভালেখিনি লিখা-লিখি হৈছে। এই বিষয়ে অন্যান্য আলোচনীতো লিখা-লিখি হৈছে আৰু নৃতত্ত্ব সম্বন্ধে পণ্ডিতসকলে বৰ্ত্তমানে যিবিলাক মৌলিক তত্ত্ব আৱিষ্কাৰ কৰিছে সেইবিলাকে এই বিষয়ৰ ওপৰত বহুত পোহৰ পেলায়। বৈদিক আৰ্য্যবিলাকে খ্ৰীষ্টাব্দৰ ১৫০০।২০০০ বছৰৰ আগেয়ে উত্তৰ পশ্চিম ফালৰপৰা ভাৰতবৰ্ষত সোমাই প্ৰথমে পঞ্জাব আৰু তাৰপৰা লাহে লাহে উত্তৰ ভাৰতৰ পূবফালে আগ বাঢ়ি গৈ শেষত প্ৰাগ-জ্যোতিষ পৰ্য্যন্ত পাইছিলহি আৰু আৰ্য্য ভাষা আৰু আৰ্য্য কৃষ্টি এইদৰেই উত্তৰ-ভাৰতত পশ্চিমৰপৰা পূবলৈ বিস্তাৰিত হৈছিল; এইটোৱেই পণ্ডিতসকলৰ আগৰ সিদ্ধান্ত আছিল। এই সিদ্ধান্ত সৰহদিন নাথাকিল, কাৰণ পিছত দেখা গ'ল যে পূৰ্ব্ব ভাৰতৰ ভাষা আৰু কৃষ্টিৰ লগত কাশ্মীৰ, পশ্চিম পঞ্জাব, সিন্ধু, গুজৰাট প্ৰভৃতি ঠাইৰ ভাষা আৰু কৃষ্টিৰ খুব সাদৃশ্য দেখা যায়, কিন্তু মধ্য ভাৰতৰ গঙ্গা উপত্যকাৰ লগত তেনে সাদৃশ্য নাই। ইয়াকে দেখি ডাক্তৰ হোৰ্ণলী প্ৰমুখ্যে কিছুমান পণ্ডিতে স্থিৰ কৰিলে যে বৈদিক আৰ্য্যবিলাক ভাৰতবৰ্ষলৈ অহাৰ পূৰ্ব্বেই অবৈদিক এদল আৰ্য্য ভাৰতবৰ্ষৰ পূবফাললৈ আহিছিল আৰু এওঁলোকৰ আৰু এটা দলে কাশ্মীৰ, সিন্ধু প্ৰভৃতি ঠাইত বসতি কৰিছিল। পূব ভাৰতৰ মগধ, বিদেহ, বাৰেন্দ্ৰ, প্ৰাগজ্যোতিষ প্ৰভৃতি ঠাইৰ ব্ৰাহ্মণ ক্ষত্ৰিয় অধিবাসীবিলাক এওঁলোকৰে সন্তান-সন্ততি। কাৰো কাৰো মতে এই

দল আৰ্য্য পঞ্জাব মধ্য ভাৰতৰ মাজেদি নাহি তিব্বতেদি নাইবা হিমালয়ৰ পাদদেশেদি আহি প্ৰাগজ্যোতিষ পাইছিলহি। নৃতত্ত্ববিদ্ পণ্ডিতসকলে কিন্তু উত্তৰ ভাৰতৰ মানুহবিলাকৰ মূৰ, নাক, আকৃতি আদি পৰীক্ষা কৰি কয় যে বৰ্ত্তমান সময়ত উত্তৰ-পশ্চিম প্ৰদেশ, পঞ্জাব আৰু যুক্ত প্ৰদেশৰ বাহিৰে ভাৰতবৰ্ষৰ আন কোনো ঠাইত প্ৰকৃত আৰ্য্য বংশৰ লোক দেখিবলৈ পোৱা নাযায়। তেওঁলোকে আৰু কয় যে পূব-ভাৰতৰ ব্ৰাহ্মণ, কায়স্থ আদি সমাজৰ উচ্চ তৰপৰ লোকৰ আকৃতি আৰু কাশ্মীৰ, সিন্ধু, গুজৰাট প্ৰভৃতি ঠাইৰ তেনে শ্ৰেণীৰ মানুহৰ আকৃতিৰ বিশেষ সাদৃশ্য আছে আৰু এওঁলোকে মলতে Homo Alpinus জাতিৰ মানুহ; আৰ্য্য জাতিৰ মানুহ নহয়। ডাক্তৰ হটন চাহাবেও এওঁলোকক আলপাইন জাতিৰ মানুহ বুলিছিল। এই মানুহবিলাক ইৰাণ দেশৰপৰা ভাৰতবৰ্ষলৈ অহা, সেই বাবে ইৰাণী আৰ্য্য ভাষাৰ আৰু ইৰাণী আৰ্য্যকৃষ্টিৰ চিন অদ্যাপি পূৰ্ব ভাৰতত পোৱা যায়, বিশেষকৈ অসমত, কাৰণ ইয়াত মগধ বা বঙ্গদেশৰ নিচিনাকৈ পাছত অহা বৈদিক সভ্যতাৰ ঢৌৰ কোৰ ভালকৈ নাপালেহি। অলপতে শ্ৰীযত নগেন্দ্ৰনাথ ঘোষ নামে এজন বঙালী পণ্ডিতে The Aryan Trail in Iran and India নামে এখনি পুথি লিখিছে আৰু সেই পুথি কলিকতা বিশ্ববিদ্যালয়ে প্ৰকাশ কৰিছে। এই পুথি অনুসাৰে ইৰাণ দেশৰ Magian-বিলাকেই ভাৰতবৰ্ষলৈ বৈদিক আৰ্য্যসকল অহাৰ পূৰ্ব্বে অহা লোক, যিসকলৰ ভাষা আৰ্য্য ভাষা আছিল, সভ্যতাও আৰ্য্য সভ্যতাই আছিল, কিন্তু জাতিত এওঁলোক আৰ্য্য নহৈ আলপাইন আছিল। এওঁলোক ইৰাণ দেশত বহুদিন এচিৰিয়েনচ্বিলাকৰ ওচৰত থাকি অসুৰ বা অহুৰক ঈশ্বৰ আৰু দৈৱ আৰু দেৱতাবিলাকক চৈতান Ahrernan বুলি বিশ্বাস কৰিছিল। অসমত এতিয়াও দেও (দেৱ) শব্দৰ অৰ্থ ভুত (malavolent divinity)। এওঁলোকৰ আৰু বৈদিক আৰ্য্যসকলৰ এইখিনিতে পাৰ্থক্য। মগধ, প্ৰাগজ্যোতিষ আদি দেশত বৈদিক আৰ্য্যসকল অহাৰ পূৰ্ব্বেই এওঁলোকৰ ৰজা আৰু ৰাজ্য স্থাপিত হোৱা খুব সম্ভৱ; আৰু পাছত বৈদিক আৰ্য্যসকল আহিলত মগধৰ জৰাসন্ধ আৰু প্ৰাগজ্যোতিষৰ নৰক ভগদত্তক অসুৰ-জাতীয় বোলাৰ অৰ্থ এইয়ে।

(৯) ভাৰতবৰ্ষৰ লোকসকলৰ নৃতত্ত্ব স্থিৰ কৰি পণ্ডিতসকলৰ মতে তলত লিখা জাতিবিলাকৰ লোকে অগা-পিছাকৈ ভৰতবৰ্ষত বসতি কৰিছে।

১। নিগ্ৰিটো জাতি—বৰণ ক'লা আৰু আকৃতিত খৰ্ব্বকায়। অনুমান এই জাতিৰ লোকে আফ্ৰিকা দেশৰপৰা আহি ভাৰতবৰ্ষত বসতি কৰিছিল আৰু এওঁলোকক ভাৰতবৰ্ষৰ আদিম জাতি বুলি অনুমান কৰিব পাৰি। যি সময়ত এওঁলোক ভাৰতবৰ্ষলৈ আহে সেই সময়ত দক্ষিণ ভাৰতবৰ্ষৰপৰা আফ্ৰিকালৈ বামেদি বাট আছিল, আৰু গুজৰাট, সিন্ধু, যমুনা, গঙ্গা সুত উপত্যকা অৰ্থাৎ বিন্ধ্যা পৰ্ব্বতমালাৰ উত্তৰৰ ঠাইবিলাক হিমালয়ৰ পাদ-মূললৈকে সমুদ্ৰৰ গৰ্ভত আছিল। হিমালয়ৰপৰা অসম, ছোটনাগপুৰ, উৰিষ্যা হৈ ভাৰতবৰ্ষলৈ বামেদি বাট আছিল। এই নিগ্ৰিটো জাতিৰ বৰ্ত্তমান কালৰ নমুনা হৈছে আন্দামান দ্বীপৰ অধিবাসীসকল। এই জাতিৰ লোক অসমত বা পূৰ্ব্ব ভাৰতবৰ্ষত নাই।

২। প্ৰটো-অষ্ট্ৰেলয়দ জাতি—এই জাতিৰ লোকৰ আকৃতি, ভাষা আৰু কৃষ্টি অষ্ট্ৰেলিয়াৰ আদিম অধিবাসীসকলৰ আকৃতি, ভাষা আৰু কৃষ্টিৰ লগত সাদৃশ্য আছে। সেইবাবে এওঁলোকক Austroloid বা Austro-Asiatic বোলা হয়। অতি পূৰ্ব্ব কালত মালয় উপদ্বীপৰ লগত অষ্ট্ৰেলিয়াৰ বামেদি সংযোগ আছিল। সেই সময়ত একে জাতিৰ লোকেই অষ্ট্ৰেলিয়া, মালয় উপদ্বীপ, শ্যাম, ব্ৰহ্মদেশ, ভাৰতবৰ্ষ প্ৰভৃতি দেশত বসতি কৰিছিল। সাওঁতাল পৰগণাৰ পৰ্ব্বতীয়া জাতিবোৰ আৰু অসমৰ খাচিয়া চিন্টেংবিলাক অষ্ট্ৰোলইড জাতিৰ মানুহ। খাচিয়া আৰু মণ্ডাৰী ভাষা Austro-Asiatic ভাষা। খাচিয়া আৰু মুণ্ডাবিলাকৰ মাজত প্ৰচলিত Folk-tales বা সাধুকথা বহুত মিলে আৰু প্ৰায়বিলাক Austroloid জাতিৰ মানুহৰ মৃতলোকৰ সংকাৰৰ নিয়ম একে ৰকম। এওঁলোকে মৰিশালিত ঠিয়কৈ শিল পোতে, আৰু সেইবাবেই এওঁলোকৰ কৃষ্টিক megalithic culture বোলা হয়। • এওঁলোকে পৰ্ব্বতৰ চালত কোৰেৰে থাক কাটি কাটি খেতি কৰে, তাকে terraced cultivation বোলা হয়। অসমত একসময়ত এওঁলোকেই প্ৰবল আছিল কাৰণে অসম উপত্যকাৰ প্ৰায় সকলো ঠাইতে এওঁলোকে পোতা ঠিয় শিল এতিয়ালৈকে আছে। ভাৰতবৰ্ষৰ সকলো প্ৰদেশতে যিবিলাক নাক-চেপেটা শ্ৰেণীৰ মানুহ আছে এটাইবিলাকৰ মূল হৈছে এই Austroloid জাতি। এই জাতিৰ মানুহ পূৰ্ব্বকালত মেচোপটেমিয়া আৰু আনাটোলীয়া পৰ্য্যন্ত বিয়পি আছিল।

৩। Austroloid জাতিৰ মানুহ কেইবা হাজাৰ বছৰ ভাৰতবৰ্ষত প্ৰবল হৈ থকাৰ পিছত আন এটা জাতিৰ মানুহে উত্তৰ পশ্চিম ফালৰপৰা আহি সোমাল। এই জাতিৰ নাম Mediterranean। এই নামকৰণ নতুন। পূৰ্ব্বে এওঁলোকে Dravidian বোলা হৈছিল। এতিয়া কিন্তু Dravidian জাতিবাচক শব্দ নহয়, ভাষাৰ নামহে। নামজলা নৃতত্ত্ববিৎ পণ্ডিত এই গুৱাহাটী চহৰৰে অধিবাসী, শ্ৰীযুত বিৰজাশঙ্কৰ গুহই এই জাতিটোক Early Aryan নাম দিব খোজে, কাৰণ এওঁলোক আৰু আৰ্য্যবিলাক গুৰিতে একে গছৰে বেলেগ বেলেগ পোখা। বৰ্ত্তমান তামিল, তেলেগু, কেণাৰীজ, মালায়ালম ভাষাৰ নিচিনা এওঁলোকৰ ভাষাও Dravidian ভাষা আছিল বুলি অনুমান কৰিব পাৰি। সিন্ধু প্ৰদেশৰ মহেনজদাৰো আৰু পঞ্জাবৰ হৰাপ্পাত যিবিলাক ৫ হেজাৰ বছৰৰ আগৰ কীৰ্ত্তিৰ চিন আৰু সভ্যতাৰে নিদৰ্শন আৱিষ্কৃত হৈছে সেইবিলাক তেওঁলোকৰেই আছিল এইটো প্ৰায়ে স্থিৰ হৈছে। এওঁলোকৰ চিত্ৰলিপিৰ পাঠ্য এতিয়াও উদ্ধাৰ হোৱা নাই। ভাৰতবৰ্ষত যিবিলাক punch-marked coins এতিয়াও পোৱা যায় সেইবিলাক মুদ্ৰাও এওঁলোকেই প্ৰচলন কৰা বুলি বিশ্বাস কৰিব পাৰি কাৰণ এওঁলোকৰ কুমাৰ মাটিৰ খোলাৰ ওপৰত পোৱা লিপি আৰু এই মুদ্ৰাবিলাকত চাব মৰা লিপি প্ৰায় একে। এওঁলোকৰ ভিতৰত পুৰোহিত শ্ৰেণীৰ লোক আছিল।

বঙ্গদেশৰ পুঁদবিলাক দক্ষিণ ভাৰতবৰ্ষৰ উৰিয়া ব্ৰাহ্মণ, তেলেগু ব্ৰাহ্মণ, কেনাৰীজ ব্ৰাহ্মণ আৰু পশ্চিম ভাৰতবৰ্ষৰ সাৰস্বত ব্ৰাহ্মণ, চিপপাবন ব্ৰাহ্মণ আৰু দেশস্থ ব্ৰাহ্মণ এই জাতিৰ লোক বুলি বহুতে অনুমান কৰে আৰু ডক্টৰ হটনে অসমৰ কলিতাবিলাকো

এই জাতিবে বুলি কব পোৱে এই সম্বন্ধে মই মোৰ পূৰ্ব্বমত পৰিহাৰ কৰি অন্য মত গ্ৰহণ কৰিছোঁ তাক আপোনালোকে পিছত গম পাব। আৰ্য্যবিলাকৰ পিছিনা এই জাতিৰ মূৰ-দীঘল অৰ্থাৎ এওঁলোক Dolicho-cephalic Mediterranean-বিলাকে পঞ্জাব, সিন্ধুপ্ৰদেশ, গঙ্গা উপত্যকা এনে কি বিহাৰ আৰু মধ্য বঙ্গ পৰ্য্যন্ত প্ৰবল হৈ আছিল। এওঁলোকে দ্ৰাবিড়ী ভাষাৰ ঠাঁচ এইবিলাক ঠাইতো দিলে।* মাত্ৰ অসমত এই ভাষাৰ ঠাঁচ নাই। কলিতাবিলাকক Mediterranean বোলোঁতা মোৰ ইও এটা কাৰণ, দ্ৰাবিড়ী ভাষাবিলাকৰ উচ্চাৰণত মূৰ্দ্ধণ্য চ, ছ, জ, ঝ আৰু ট, ঠ, ড, ঢ, ণ, ৰ প্ৰাবল্য খুব বেছি। কলিকতাৰপৰা উৰিষ্যা হৈ মাদ্ৰাজলৈ ৰেলেদি গলে ষ্টেচনবিলাকত দ্ৰাবিড়ী কথা-বাৰ্ত্তা শুনিলে কাণত টান লাগে। অসমীয়া ভাষাত আজিলৈকে মূৰ্দ্ধণ্য বা cerebral নাই। দ্ৰাবিড়ী ভাষাৰপৰা সংস্কৃতে পঞ্জাব আৰু মধ্য ভাৰতত এই বিশেষত্ব উপাৰ্জ্জন কৰিলে।*

হৰপ্পা আৰু মহেঞ্জোডাৰোৰ সভ্যতাৰ শেষ অৱস্থাতে আগেয়ে উল্লেখ কৰা অসুৰ-পূজক আৰু আৰ্য্য ভাষা আৰু কৃষ্টি অৱলম্বন কৰা ইৰাণীয় আলপাইনবিলাক ভাৰতবৰ্ষলৈ আহিছিল। মহেঞ্জোডাৰোত যিবিলাক মানুহৰ মূৰৰ খোলা পোৱা গৈছে তাৰ এটা Alpine মানুহৰ। এওঁবিলাকৰ এটা দল সিন্ধু গুজৰাট, বোম্বাই পৰ্য্যন্ত গ'ল আৰু আন এটা দল পঞ্জাব আৰু মধ্যভাৰতত সৰহ দিন নাথাকি পোনে পোনেই পূব-ভাৰতলৈ গ'ল। সেইকাৰণেই এওঁলোকৰ আৰ্য্য ভাষাত দ্ৰাবিড়ী ঠাঁচ নহ'ল। অসমীয়া ভাষা এওঁলোকৰ নিভাঁজ ভাষাৰ নিদৰ্শন। বিহাৰ আৰু বঙ্গদেশৰ আৰ্য্যভাষা এওঁলোকেই প্ৰথমতে আনা; কিন্তু এইবিলাক ঠাইত পৰ্ব্বেপৰা দ্ৰাবিড়ী চলি আছিল আৰু পাছতো বৈদিক আৰ্য্যসকলৰ দ্ৰাবিড়ী ঠাঁচ পোৱা সংস্কৃতৰ প্ৰভুত্ব এইবিলাক ঠাইত অসমতকৈ বেছি হৈছিল। সেই কাৰণে বিহাৰী আৰু বঙালী আৰ্য্যভাষাত দ্ৰাবিড়ী ঠাঁচ থাকিলেও অসমীয়াত সিমান নাই। অসমীয়াৰ আৰু এটা বিশেষত্ব এই যে সংস্কৃতত প্ৰচলিত নথকা অথবা সংস্কৃতে হেৰুৱা কিছুমান আৰ্য্য শব্দ এতিয়াও অসমীয়াত আছে। এই বিষয়ে শ্ৰীযুত দেবানন্দ ভড়ালীয়ে তেওঁৰ "অসমীয়া ভাষাৰ মৌলিক বিচাৰ" নামে পুথিত ভালেখিনি উদাহৰণ দিছে, তাৰে অসমীয়া "বতৰ" শব্দটি বিশেষ উল্লেখযোগ্য। অসমীয়া 'বতৰ' জাৰ্ম্মান wetter আৰু ইংৰাজী weather একে ধাতুৰপৰা উদ্ভৱ হৈছে। সংস্কৃতত এই শব্দৰ নাম-গোন্ধেই নাই। খ্ৰীষ্টাব্দৰ প্ৰায় ১৫০০ বছৰ পূৰ্ব্বে বৈদিক আৰ্য্যবিলাক ভাৰতবৰ্ষলৈ আহে। তেওঁলোকযে অন্ততঃ মহাভাৰতৰ যুদ্ধৰ সময়ত অৰ্থাৎ অনুমান খ্ৰীষ্টপূৰ্ব্ব নৱম শতিকাত পূব ভাৰতৰ বিদেহ, মগধ, বঙ্গ আৰু প্ৰাগজ্যোতিষ পাইছিলহি তাক ভালকৈ অনুমান কৰিব পাৰি। ইয়াৰ বহুদিন পূৰ্ব্বেই অসমত তিব্বতীয়-বৰ্ম্মান জাতিৰ মানুহবিলাক সোমাই Australoid জাতিৰ মানুহবিলাকক তল পেলালে। সেই জাতিৰ মানুহবিলাকৰ কিছুমান পৰ্ব্বতবিলাকলৈ পলাল আৰু কিছুমান ভৈয়ামতে থাকি তিব্বতীয় জাতিবে মিহলি হ'ল। মিকিৰ, লালুং, গাৰো আদি ভৈয়াম বা অনুচ্চ পৰ্ব্বতৰ মানুহবিলাক আৰু অসমৰ নিচেই তলখাপৰ হিন্দুবিলাক এই মিশ্ৰ জাতিৰ বুলি অনুমান কৰিব পাৰি। তিব্বতীয়-বৰ্ম্মানবিলাক যে ভালেমান দিন উত্তৰবঙ্গ আৰু অসমৰ ভৈয়ামবিলাকত ৰাজত্ব কৰি আছিল তাৰ প্ৰমাণ হৈছে নদীবিলাকৰ নামেই। তিব্বতীয়-বৰ্ম্মানৰ যি ফৈদ ভৈয়ামত প্ৰবল হৈ আছিল তেওঁলোকৰ সাধাৰণ নাম বড়ো। এই

বড়ো ভাষাৰ নামেই নদীবিলাকত আজিলৈকে আছে। এই ভাষাত পানীক দি বা টি, দৈ, বা তৈ, বোলে। সেইমতে নদীৰ নাম তিস্তা, কৰতিয়া, কালদিয়া, পাগলাদিয়া, টিচু, দিহিং, দিচাং, দিক্ৰং, দিখৌ, দিগাৰু, দৈয়াং, ভোগদৈ ইত্যাদি। অনুমান ভাৰতবৰ্ষলৈ বৈদিক আৰ্য্যসকল অহাৰ আগতে উত্তৰ বঙ্গ আৰু অসমত আলপাইন প্ৰাধান্য হয়। মহাভাৰতৰ সময়ত বা তাৰ কিছু পূৰ্ব্বে আৰ্য্যবিলাক আহি মগধ উত্তৰ বঙ্গ আৰু অসমত অসুৰপূজক আলপাইনবিলাকক প্ৰবল দেখা পাইছিল। বৈদিক আৰ্য্যসকলে মগধ উত্তৰ বঙ্গ আৰু প্ৰাগজ্যোতিষ আৰ্য্য ভাষা আৰু কৃষ্টিসম্পন্ন আলপাইন ৰাজন্যবৰ্গক ব্ৰাত্যস্তোম (Vratyastoma) পদ্ধতি অনুসাৰে সোনকালে ব্ৰাত্য-ক্ষত্ৰিয় কৰি ললে আৰু আলপাইন পুৰোহিতবিলাক ব্ৰাহ্মণ বুলি জনাজাত হ'ল। ইয়াৰ বহু পূৰ্ব্বে দক্ষিণ আৰু পশ্চিম ভাৰতবৰ্ষত এইদৰেই Mediterranean জাতিৰ পুৰোহিতবিলাক তেলেগু ব্ৰাহ্মণ, কেনাৰীজ ব্ৰাহ্মণ, দেশস্থ ব্ৰাহ্মণ, সাৰস্বত ব্ৰাহ্মণ আৰু চিপ্‌-পাবন ব্ৰাহ্মণ হ'ল। এনেতে বৌদ্ধ প্ৰভাৱ হোৱাত আৰু তাৰ লগে লগে বৈদিক ব্ৰাহ্মণসকলৰ প্ৰতিপত্তি কমি যোৱাত এইবিলাক অবৈদিক ব্ৰাহ্মণৰ প্ৰতিপত্তি কোনো প্ৰকাৰে খৰ্ব্ব হোৱা নাছিল। এতিয়া দেখা গল যে আলপাইনবিলাকে পোন প্ৰথমে আৰ্য্য ভাষা আৰু কৃষ্টি পূৰ্ব্ব-ভাৰতবৰ্ষত প্ৰচাৰ কৰে। অসমৰ ব্ৰাহ্মণ, কায়স্থ আদি সম্প্ৰদায়ে মিথিলা কনৌজ প্ৰভৃতি ঠাইকেহে নিজৰ আদিস্থান বুলি বিবেচনা কৰে। কিন্তু কলিতা দেশ বা কলিতা ৰজাৰ দেশ অসমৰ উত্তৰে কোনো ঠাইত আছে বুলি প্ৰবাদ এতিয়ালৈকে চলি আছে। অসমৰ এই কলিতাবিলাকেই যে ইৰাণৰপৰা আৰ্য্য ভাষা আৰু সভ্যতা লগত লৈ অহা Alpine জাতিৰ মানুহ এইটোহে মোৰ অনুমান হয়। বৰ্ত্তমান সময়ৰ কিছুমান অসমীয়া ব্ৰাহ্মণ আৰু কায়স্থওযে বঙালী ব্ৰাহ্মণ কায়স্থৰ নিচিনা মূলতে আলপাইন আছিল সেই বিষয়ে সন্দেহ খুব কমেই আছে। নৃতত্ত্ববিৎ পণ্ডিতসকলৰ দ্বাৰা অসমত Anthropometric Survey হলে এইবিলাক তথ্য ভালকৈ ওলাব। আলপাইনবিলাকৰ নাক ওখ আৰু দীঘল কিন্তু মূৰ-ঘূৰণীয়া (Round-headed) অথবা Brachy-cephalic. বৰ্ত্তমান সময়ত ভাৰতবৰ্ষত নিভাঁজ Alpine গঢ় বঙ্গদেশৰ বঙালী কায়স্থ আৰু গুজৰাটৰ নাগৰ ব্ৰাহ্মণবিলাকৰ আৰু চিত্ৰালৰ খো (Kho) বিলাকৰ আছে। ডক্টৰ ভাণ্ডাৰকাৰৰ মতে নাগৰ ব্ৰাহ্মণবিলাকৰ বহু পূৰ্ব্বে ঘোষ, বসু, দত্ত, দাস, পালিত, সোম, দেৱ, পাল, কুণ্ডু, দাস, নাগ, বৰ্ম্মণ, নন্দী ইত্যাদি পদবী আছিল। খ্ৰীষ্টাব্দৰ পঞ্চম শতিকাত ভাস্কৰবৰ্ম্মাৰ পূৰ্ব্বপুৰুষ মহাভূতবৰ্ম্মাই দুশ বছৰ ব্ৰাহ্মণক কুশী নদীৰ পাৰত তামৰ ফলি কৰি মাটি দিছিল। সেই ফলি পুৰি নষ্ট হোৱাত সপ্তম শতিকাত ভাস্কৰবৰ্ম্মাই নিধনপুৰত পোৱা ফলি লিখি দিছিল। এই ফলিত যিবিলাক ব্ৰাহ্মণৰ নাম আছে তেওঁবিলাকৰো এইবিলাক পদবী আছিল। সপ্তম শতিকাৰ ত্ৰিপুৰা অঞ্চলৰ লোকনাথ নামে কৰতলীয়া ৰজাৰ তামৰ ফলিত যিবিলাক ব্ৰাহ্মণৰ নাম পোৱা যায় তেওঁলোকৰো এনেবিলাক পদবী আছিল। অষ্টম শতিকাৰ উৰিষ্যাৰ ৰজা শুভকৰৰ যি তামৰ ফলি ওলাইছে সেই ফলিত নাম দিয়া ব্ৰাহ্মণসকলৰো এনে পদবী দেখা যায়। আজিকালি বঙালী কায়স্থ সকলৰহে এনে পদবী দেখা যায়। কিন্তু বল্লালসেনৰ দিনলৈকে বঙ্গদেশত আৰু ধৰ্ম্মপাল ৰজাৰ দিনলৈকে কামৰূপত ব্ৰাহ্মণৰ এনে পদবী আছিল। ইয়াৰ পৰা অনুমান কৰিব পাৰি যে এনে পদবীধাৰীসকল পূৰ্ব্বে ব্ৰাহ্মণ বা Alpine priest

আছিল। অনুমান সেন ৰজাসকলৰ দিনত বঙ্গদেশৰপৰা বৌদ্ধ প্ৰভাৱ আঁতৰ হোৱাত বৈদিক ক্ৰিয়া-কাণ্ডৰ যেতিয়া আকৌ চলন হবলৈ ধৰিলে তেতিয়া বৈদিক ব্ৰাহ্মণৰ বিশেষ আৱশ্যক হ'ল। তেতিয়া মিথিলা আৰু মধ্যপ্ৰদেশৰ কনৌজ আদি ঠাইৰপৰা বঙ্গদেশলৈ বৈদিক ব্ৰাহ্মণৰ সমাগম হোৱা সম্ভৱ। অনুমান অষ্টম শতিকাত আদিসূৰ ৰজাৰ দিনত পাঁচজন বৈদিক ব্ৰাহ্মণ বঙ্গদেশলৈ আহিছিল আৰু বৰ্ত্তমান সময়ৰ সমস্ত ৰাঢ়ীয় বাৰেন্দ্ৰ আৰু পাশ্চাত্য বৈদিক ব্ৰাহ্মণ সম্প্ৰদায় সেই পাঁচজনৰপৰাই বাঢ়িছে ই কোনো প্ৰকাৰে বিশ্বাসযোগ্য নহয়। ৰায় বাহাদুৰ ৰমাপ্ৰসাদ চন্দই নিজে কৈছে— The story of the descent of all the Rarhiya and Barendra Brahmans from the five immigrants from Kanauj imported by Adisura appears to be a much later invention. আচল কথা এইযে, এইবোৰ ব্ৰাহ্মণৰ সন্তান-সন্ততিবিলাকে আগৰ স্থানীয় আলপাইন ব্ৰাহ্মণবিলাকৰে মিহলি হৈ গ'ল আৰু আলপাইনবিলাকৰ কিছুমান ব্ৰাহ্মণ হৈয়েই ৰ'ল, কিছুমান বৈদ্য হ'ল আৰু কিছুমান কায়স্থ হৈ গ'ল। মিহলি হোৱাৰ বাবে বৰ্ত্তমান বঙালী ব্ৰাহ্মণৰ মূৰ বঙালী কায়স্থৰ মৰতকৈ অলপ দীঘল। অসমতো বিচাৰ কৰিলে আলপাইন ব্ৰাহ্মণ ভালেখিনি আছে বুলি জনা যাব। ইফালে মিচিৰ, শুকুল, তেৱাৰী, তিৰোতীয়া প্ৰভৃতি মৈথিল আৰু কনৌজীয়া ব্ৰাহ্মণও অসমত আছে। সকলোবিলাক মিহলি হৈছে। আজিকালি গুজৰাটতো আলপাইন নাগৰ ব্ৰাহ্মণবিলাক বাণীয়া বা পতিত ব্ৰাহ্মণ ৰূপেহে পৰিগণিত হয়। আপোনালোকে জানে যে চীন পৰ্য্যটক Yuan Chwang-এ ভাস্কৰ-বৰ্ম্মাক ব্ৰাহ্মণ বুলি লিখি গৈছে। পূৰ্ব্বে কোৱা গৈছে যে নাগৰ ব্ৰাহ্মণবিলাকৰ ভিতৰত বৰ্ম্মনটো এটা পদবী আছিল। এতেকে ভাস্কৰবৰ্ম্মাৰ বংশ পূৰ্ব্বৰ বঙালী কায়স্থবিলাকৰ নিচিনাকৈ সপ্তম শতিকাত ব্ৰাহ্মণ বুলি খ্যাত হোৱা অসম্ভৱ নহয়। বিশেষ Yuan Chwang অন্ততঃ এমাহ কামৰূপত আছিল। এওঁ শ্ৰীহৰ্ষ বৈশ্য জাতীয় বুলি লিখি গৈছে। এওঁ যে ভাস্কৰ বৰ্ম্মাৰ প্ৰকৃত জাতি বা কুল কি নজনাকৈ ব্ৰাহ্মণ বুলি লিখি গৈছিল এইটো বিশ্বাসযোগ্য নহয়। তেওঁ পুংখানুপুংখৰূপে সকলো কথা অনুসন্ধান কৰিহে তেওঁৰ বিৱৰণত লিখিছে কোনো সম্বাদ তেওঁ ভুল কৰি লিখি থৈ যোৱা নাই।

এতেকে এতিয়া দেখা গ'ল যে যি অসমীয়া জাতিৰ বুৰঞ্জী লৈ আমি আলোচনা কৰো সেই জাতি অষ্ট্ৰেলইদ, তিব্বেতো-বৰ্ম্মান, শ্যান, আলপাইন আৰু বৈদিক আৰ্য্য জাতিৰ ভিত্তিৰ ওপৰত গঢ়া। এওঁবিলাকৰ ভাষা সভ্যতা আৰু কৃষ্টিত এই এটাইবিলাক জাতিৰ ভাষা সভ্যতা আৰু কৃষ্টিৰ চিন আছে। এওঁলোকৰ বৰ্ত্তমান সময়ৰ ভাষা যদিও মূলতে আৰ্য্য ভাষা তথাপি Austroloid আৰু Tibeto-Burman ভাষাৰ শব্দ এই ভাষাত আছে। ভালকৈ বিচাৰ কৰি চালে বৰ্ত্তমান অসমীয়া মানুহৰ মাজত এতিয়া-লৈকে চলি থকা সাধুকথাৰ আঁতিগুৰি বহুত দূৰলৈকে শিপাব। আৰু সৰহ উদাহৰণ দিবৰ আৱশ্যক নাই। যোৱা পাঁচ বছৰৰ ভিতৰতে আমাৰ দেশৰ প্ৰাচীন বুৰঞ্জী সম্বন্ধে কিমান নতুন তথ্য ওলাল আপোনালোকে বুজিব পাৰিলে। এইবিলাক তথ্য আৱিষ্কাৰ কাৰ্য্যত সমিতিৰ জৰ্ণেলখনিয়ে কিমান সাহায্য কৰিছে তাকো আপোনালোকে দেখিলে। এই জৰ্ণেলখনিৰ এতিয়া পাঁচ বছৰ সম্পূৰ্ণ হৈছে। দুখৰ বিষয় এই জৰ্ণেলখনিয়ে এতিয়াও

অসমীয়া মানুহৰ সহযোগ আৰু সহায় উপযুক্ত পৰিমাণে পোৱা নাই। মই স্বীকাৰ কৰোঁ যে মোৰ নিচিনা অভাজনৰ দ্বাৰা এনে এখন জৰ্ণেলৰ সম্পাদকীয় ভাৰ গ্ৰহণ কৰা উচিত নহয়। মোৰ গাৰপৰা এই ভাৰ আৰু কাৰবাক শোধাৰ পাৰিলে মই ৰক্ষা পৰোঁ। আজি এই পাঁচ বছৰে এই জৰ্ণেলৰ কাৰণে বঙালী, মহাৰাষ্ট্ৰীয় আৰু ইংৰাজ লিখকৰপৰা প্ৰবন্ধ পোৱা হৈছে, কিন্তু অসমীয়া লিখকৰপৰা প্ৰবন্ধ সংগ্ৰহ কৰা বৰ কঠিন কাৰ্য্য। মই নিজে প্ৰবন্ধ লিখিহে অনেক সময়ত জৰ্ণেলৰ কলেবৰ পূৰ্ণ কৰিব লগাত পৰে। এই অৱস্থা যদি আগলৈকে থাকে, তেনেহলে মই নিজেই সোনকালে এই জৰ্ণেলৰ সম্পাদকৰ ভাৰ এৰি দিবলৈ বাধ্য হম।

ইয়াৰ পূৰ্ব্বে মই কৈছো যে আমাৰ জাতীয় আৰু দেশীয় বুৰঞ্জী উদ্ধাৰ কৰা কাৰ্য্য আমি নকৰিলে কোনে কৰিব ? এই কাৰ্য্যত অসমীয়াৰ কৰ্ত্তব্য পোন প্ৰথম তাৰ পাছতহে আনৰ। যি জাতিয়ে এই কৰ্ত্তব্য ভালকৈ সমাধা কৰিব পাৰিছে সেই জাতিয়েহে আজিকালি জগতত সভ্য আৰু শিক্ষিত বোলাব পাৰিছে। এই কৰ্ত্তব্য পালন কৰাত যেয়ে পিছপৰা সেয়ে নিজক প্ৰকৃতপক্ষে সভ্য আৰু শিক্ষিত বোলাব নোৱাৰে। অলপতে গুৱাহাটী চহৰতে বহা গুৱাহাটী বঙ্গীয় সাহিত্য পৰিষদ আৰু প্ৰবাসী বঙালী ছাত্ৰ সম্মিলনীৰ যুটীয়া বৈঠকত কলিকতা বিশ্ববিদ্যালয়ৰ ডক্টৰ নীহাৰৰঞ্জন ৰায়ে কৈ গৈছে যে অসমৰ প্ৰকৃত বুৰঞ্জী-সঙ্কলনত বঙালীৰ যথেষ্ট কৰ্ত্তব্য আছে, কাৰণ তেওঁৰ মতে আজিলৈকে অসমত যিবিলাক বুৰঞ্জী লিখা হৈছে সেইবোৰ নিৰ্ভুল নহয় আৰু অসমৰ ইতিহাস জগতত আমি সৰহ দূৰ অগ্ৰসৰ হব পৰা নাই। এইখিনিতে মোৰ বক্তব্য এইযে এতিয়ালৈকে আমাৰ পুৰণি ইতিহাসৰ যিবিলাক তথ্য নিৰূপণ কৰা হৈছে তাত কাৰো আসোঁৱাহ থাকিলে তেওঁ আমাৰ জৰ্ণেলত প্ৰবন্ধ লিখি সেইবিলাক ভুল শুধৰাবলৈ চেষ্টা কৰিব পাৰে, আৰু যদি আমাৰ জৰ্ণেলত লিখিবলৈ তেওঁলোকে বেয়া পায় তেন্তে Indian Culture, Indian Historical Quarterly নাইবা J. R. A. S. B.-ত লিখিলেও আমি ভাল পাম, কাৰণ আমাৰ উদ্দেশ্য হৈছে ঐতিহাসিক সত্য উদ্ধাৰ কৰা। ডক্টৰ ৰায়ে পণ্ডিত পদ্মনাথ বিদ্যাবিনোদৰ খুব সুখ্যাতি কৰি কৈছে যে তেওঁৰ যত্ন আৰু পুৰুষাৰ্থৰ ফলত কামৰূপৰ বুৰঞ্জীৰ যিবিলাক তথ্য ওলাইছে সেইবিলাক অসমীয়া বুৰঞ্জীলৈ বঙালীৰ দান। পণ্ডিত বিদ্যাবিনোদক আমি অসমৰ মানুহ বুলি ধৰো আৰু তেওঁ আদিৰেপৰা কামৰূপ অনুসন্ধান সমিতিৰ এজন গুৱিয়াল আৰু আজি পৰ্য্যন্ত এজন বিশিষ্ট সভ্য। এওঁৰ অনুসন্ধান আমি সমিতিৰ অনুসন্ধানৰে ভিতৰুৱা বুলিহে বিবেচনা কৰো আৰু আমি তাক নতশিৰে দুই হাত আগ বঢ়াই গ্ৰহণ কৰিছো। আমাৰ জৰ্ণেলত যিসকল বঙালী লিখকে লিখি আমাৰ বুৰঞ্জী চহকী কৰিছে তেওঁলোকৰ ওচৰত আমাৰ কৃতজ্ঞতা আমি জনাওঁ। ডক্টৰ ৰায়ক আমি কওঁ যে তেওঁ কোৱামতে আজি ৪০০ বছৰৰ পূৰ্ব্বে জলপাইগুৰি, ৰংপুৰ, কোচবিহাৰ আৰু পূৰ্ব্ব মৈমনসিংৰ অধিবাসীবিলাক প্ৰায় ১৫০০ বছৰ কামৰূপী আছিল। সমস্ত উত্তৰ বঙ্গ আৰু মধ্যবঙ্গ প্ৰায় ১৫০ বছৰ কামৰূপ-ভুক্ত আছিল। সেই বাবে সেই ঠাইৰ বৰ্ত্তমান বঙালীবিলাকক আমি প্ৰবসুৱা বুলিব নোখোজো। তেওঁলোক আদিতে কামৰূপী

আছিল বুলিহে আমি দাবী কৰো। আমি জানো যে ৰংপুৰ, মৈমনসিংহ, জলপাইগুৰি আৰু কোচবিহাৰৰ কলিতাবিলাক বঙালী কায়স্থ হোৱা আজি বেছি দিন হোৱা নাই। আজি প্ৰায় ১২০ বছৰৰ আগেয়ে ডক্টৰ বুকাননে এইবিলাক জিলাত বিস্তৰ কলিতা মানুহ দেখিছিল। সেই কলিতাবিলাকৰ তিৰুতাই মেখেলা পিন্ধিছিল আৰু তেওঁলোক তাঁত বোৱাত পটু আছিল। এই ১২০ বছৰৰ ভিতৰতে এই অসমীয়া মানুহবিলাকৰ কোনো চিন-চাব নোহোৱা হ'ল। ই আমাৰ পক্ষে অৱশ্যে বৰ বেজাৰৰ কথা; কিন্তু যিসকলে অসমক বঙ্গদেশৰ ভিতৰত সুমুৱাই বৃহত্তৰ বঙ্গ সৃষ্টি কৰিব খোজে তেওঁলোকৰ পক্ষে বৰ আনন্দৰ কথা হব পাৰে। অসমীয়া স্ব-জাতীয় বোধ আৰু স্বাতন্ত্ৰ্যবোধ দেখি ডক্টৰ বায়ে বেয়া পাব নালাগে। আমি স্বতন্ত্ৰ হৈও বঙ্গদেশৰ আৰু অসমৰ বুৰঞ্জী অনুসন্ধান কৰাত সহায় কৰিম, কিন্তু কামৰূপৰ আৰু অসমৰ পূৰ্ব্বৰ গৌৰৱ আমি পাহৰিব নোৱাৰো। আমাৰ জাতীয় আৰু দেশীয় বুৰঞ্জী চিৰকাল পৰাধীনতাৰ মলিন ছায়াৰ তলত পৰি থকা হলে পূৰ্ব্ব স্মৃতি মচি পেলাবলৈ কিজানি অলপ-অচৰপ যত্ন কৰিলোহেঁতেন, কিন্তু আমাৰ অতীত যে অতিশয় উজ্জ্বল আৰু গৌৰৱপূৰ্ণ, এনে অতীতৰ স্মৃতি কোন মতেৰে পাহৰিম? ভাৰতবৰ্ষীয় জাতীয়তাৰ সোঁতত বুৰ মাৰি নিজৰ স্বতন্ত্ৰতা একেবাৰে হেৰুৱাম?

কামৰূপৰ প্ৰান্তবৰ্ত্তী উত্তৰ বঙ্গ আৰু পূৰ্ব্ববঙ্গৰে সৈতে কামৰূপৰ ভাষাগত, কৃষ্টিগত, আৰু জাতিগত সাদৃশ্য বহুত আছে আৰু থাকিবৰ কথা। কিন্তু সেই বুলি অসমীয়া বা কামৰূপী ভাষা বঙ্গ ভাষাৰ ঠেঙুলি; অসমীয়া বা কামৰূপী কৃষ্টি বঙালী সভ্যতাৰ নকল আৰু অসমীয়া জাতি ব্ৰাহ্মণ, কায়স্থাদি উচ্চবৰ্ণ সকলো বঙ্গদেশৰপৰা আদিতে অহা এনে দাবী কৰা অন্যায়। অসমীয়া ডাক বঙালী, অসমীয়া অনন্ত কন্দলী বঙালী, অসমীয়া সুকনান্নী ৰচনা কৰা সুকবিনাৰায়ণ বঙালী, অসমীয়া কন্যা বাৰমাহী গীত বঙালী "বাৰমাস্যা গীত" এনে বুলি দাবী কৰা আৰু অন্যায়। ইফালে আমি যদি দাবী কৰেঁা যে উত্তৰ বঙ্গৰ অধিবাসীবিলাকৰ অধিক ভাগ মূলতে অসমীয়া কলিতা আৰু বাকীবিলাক অসমীয়া কোচ বা ৰাজবংশী, উত্তৰ বঙ্গৰ ভাষা কামৰূপী ভাষাৰে ঠেঙুলি আৰু উত্তৰ বঙ্গৰ সভ্যতাৰ মূল কামৰূপী সভ্যতা, তেনেহলে এই দাবী কোনেও ঐতিহাসিক সত্যৰ ওপৰত নিৰ্ভৰ কৰি একেবাৰে দলিয়াই পেলাব নোৱাৰে। বৰ্ত্তমান সময়ত কামৰূপ নামটি বৈছেগৈ এখন ক্ষুদ্ৰ জিলাত। সেই দেখি উজনি অঞ্চলৰ কোনো কোনো লোকে কামৰূপ অনুসন্ধান সমিতি নামটি বৰ পছন্দ নকৰে। মোৰ Early History of Kamarupa নামে পুথি ওলোৱাৰ পাছত কোনো লোকে মোক সুধিছিল যে মই কিতাপখনৰ নাম Early History of Assam নুবুলিলো কিয়? ইংৰাজী ১৯১২ চনত কামৰূপ অনুসন্ধান সমিতি স্থাপিত হয়। তেতিয়া পণ্ডিত হেমচন্দ্ৰ গোস্বামী আৰু সত্যনাথ বৰা এই সমিতিৰ দুজন ঘাই গুৰিয়াল আছিল। তেতিয়া তেওঁলোকে বহুত বিবেচনা কৰিহে এই নামকৰণ কৰিছিল। পূৰ্ব্বকালত কামৰূপৰ সীমা আছিল "কৰতোয়াং সমাৰভ্য যাৱদ্দিকৰবাসিনী"। সপ্তম শতিকাৰ Yuan chwang-অৰ বিৱৰণ মতে কামৰূপৰ পূৰ্ব্ব সীমা আছিল অসম আৰু মান দেশৰ মাজৰ পৰ্ব্বতশ্ৰেণী। এই সমিতিৰ উদ্দেশ্য হৈছে এই বিশাল কামৰূপ ৰাজ্যৰ ইতিবৃত্ত সংগ্ৰহ কৰা, অকল

বৰ্ত্তমান অসম প্ৰদেশৰ বা অসম উপত্যকাৰ নহয়। পুৰণি কামৰূপৰ সীমাৰ ভিতৰত বৰ্ত্তমান অসম পৰি যায়, সেই বাবে অনুসন্ধানৰ ক্ষেত্ৰ বহল কৰি কামৰূপ অনুসন্ধান সমিতি নাম দিয়া একো অন্যায় হোৱা নাই। অসম অনুসন্ধান নাম দিয়া হলে কোচ-বিহাৰ আৰু কমতা ৰাজ্যৰ ইতিবৃত্ত এই সমিতিয়ে অনুসন্ধান কৰা আৱশ্যক নহলহেঁতেন। জৰ্ণেলখনি ওলোৱাৰপৰা এই সমিতিৰ ইংৰাজী নাম কৰা হৈছে Assam Research Society আৰু জৰ্ণেলৰ নাম হৈছে Journal of the Assam Research Society. পাটনাৰপৰা ওলোৱা বিহাৰ প্ৰদেশৰ জৰ্ণেলৰ নাম Journal of the Bihar and Orissa Research Society, ইয়াৰ নাম Journal of the Magadha Research Society নহয়, যদিও সেই নাম দিয়া হলে কোনো প্ৰকাৰ অযুগুত নহলহেঁতেন।

অতএব আশা কৰোঁ যে কামৰূপ অনুসন্ধান সমিতিৰ নাম সম্বন্ধে যদি কাৰোবাৰ কিবা আসোঁৱাহ থাকে তাক পৰিহাৰ কৰি যেন সকলো কৃতবিদ্য অসমীয়া মানুহে এই সমিতিত যোগদান কৰে। এই সমিতিৰ ঘৰৰ ওচৰতে লগালগিকৈ অসম প্ৰাদেশিক Museum সাজিবলৈ যোজা কৰা হৈছে তাক আপোনালোকে দেখিছে। আশা কৰো আৰু তিনি চাৰি মাহৰ ভিতৰতে Museum ঘৰটি সজা হব। খাৰঘুলিৰ শিল, ভৰলুৰ বালি, জামছেদপুৰৰ লোহা আৰু প্ৰাচীন মগধৰ ৰোহিতাশ্ব দুৰ্গৰ ওচৰত তৈয়াৰ হোৱা স্বদেশী Rohtas cement-ৰ দ্বাৰা এই গৃহ নিৰ্ম্মাণ কৰা হব। এজন মাৰোৱাৰী ভদ্ৰলোক, ৰায় বাহাদুৰ নওপৎৰায় কেড়িয়াৰ বদান্যতাৰ ফলত আৰু অসম গৱৰ্ণমেণ্টে মঞ্জুৰ কৰা টকাৰ সহায়ত এই ঘৰটি সাজিবলৈ কাৰবাৰ কৰা হৈছে। এই বুৰঞ্জী শাখাৰপৰা ৰায় বাহাদুৰ কেড়িয়াক আৰু অসম গৱৰ্ণমেণ্টক, বিশেষকৈ শিক্ষা মন্ত্ৰী মৌলনা ওৱাহীদক, ধন্যবাদ দিয়া একান্ত উচিত।

আৰু দুই চাৰিটা কথা কৈ মোৰ বক্তৃতা শেষ কৰিম। আমাৰ বুৰঞ্জীৰ কোনো কোনো অংশ এতিয়াও অন্ধকাৰত পৰি আছে, অনুসন্ধানৰ দ্বাৰা সেইবিলাকত পোহৰ পেলাব লাগে। কামৰূপৰ ৰজা ধৰ্ম্মপালৰ পাছত জয়পালৰ নাম পাইছো। তেওঁ দ্বাদশ শতিকাৰ ৰজা আছিল আৰু বঙ্গদেশৰ চিলিমপুৰ নামে ঠাইত পোৱা এখন শিলা-লিপিত তেওঁক "অচিন্তাধামন" বোলা হৈছে আৰু তাত লিখা আছে যে তেওঁ সিদিনাখনৰ বিকানিৰ মহাৰজাৰ নিচিনাকৈ সোণেৰে আৰু সোণৰ মোহৰেৰে তুলাপুৰুষ-দান কৰিবলৈ সমৰ্থ হৈছিল। ইয়াৰপৰাই বুজা যায় তেওঁ এজন প্ৰতাপশালী ৰজা আছিল আৰু তেওঁৰ ৰাজ্য বৃহৎ আৰু সমৃদ্ধিশালী আছিল। এওঁৰপৰা ষোড়শ শতিকাৰ বিশ্বসিংহ ৰজাৰ ৰাজত্বৰ আৰম্ভলৈকে ৩০০ বছৰৰ কামৰূপৰ বুৰঞ্জী ঘৰ আন্ধাৰ। এই সময়ৰ ভিতৰতে অৱশ্যে কমতাপুৰত ৰাজপাট হয় আৰু ইপিনে পূবফালে কছাৰী আৰু চুটিয়া-বিলাকে ঠেলি আহোমসকলে পৰাক্ৰমী ৰাজ্যৰ ভেটি পাতে। ত্ৰয়োদশ শতিকাৰ মাজমানৰপৰা পূৰ্ব্ব অসম বা সৌমাৰৰ সঠিক বিৱৰণ আহোম বুৰঞ্জীৰপৰা পোৱা যায়; কিন্তু সেই বুৰঞ্জীতো কমতা, কছাৰী আৰু চুটিয়া ৰাজ্যৰ বিৱৰণ একেবাৰে অসম্পূৰ্ণ। সৌমাৰৰ স্বৰ্গনাৰায়ণ ৰজা আৰু কামৰূপৰ নৰনাৰায়ণৰ ৰজাৰ আগত কোনো ৰজাৰ মোহৰ বা মুদ্ৰা আজি পৰ্য্যন্ত ওলোৱা নাই! এওঁলোকৰ আগেয়ে যে কামৰূপত কোনো

মুদ্ৰাৰ চলন নাছিল, এনে কেতিয়াও হব নোৱাৰে। কাৰণ চিলিমপুৰৰ শিলালিপিয়েই কয় যে কামৰূপৰ ৰজা জয়পালে নিজৰ গাৰ ওজনৰ পৰিমানে সোণ আৰু সোণৰ মুদ্ৰা ব্ৰাহ্মণসকলক দান কৰিছিল। এতেকে দ্বাদশ শতিকাতো মুদ্ৰাৰ প্ৰচলন আছিল। আমাৰ দেশত গাহৰি মোহৰ বুলি এবিধ মুদ্ৰাৰ নাম শুনা যায় আৰু এনে এটা প্ৰবাদ আছে যে এনে এটা মোহৰ ঘৰত থাকিলে কোনো অপায় অমঙ্গল নহয়। কামৰূপৰ ৰজাসকলে নিজক নৰকাসুৰৰ বংশৰ বুলি চিনাকি দিছিল। এই নৰক বৰাহ-ৰূপী নাৰায়ণৰ ঔৰসজাত পুত্ৰ, গতিকে পূৰ্ব্বৰ কামৰূপী ৰজাসকলৰ মুদ্ৰাত বৰাহৰূপী নাৰায়ণৰ প্ৰতিকৃতি থকা অসম্ভৱ নহয়। এই মুদ্ৰাৰ নামহে শুনা যায় কিন্তু এতিয়ালৈকে পোৱা নাই। শ্বিলঙৰ Coin cabinet-ত যিটি গাহৰি মোহৰ বুলি ৰখা হৈছে মোৰ বিশ্বাস সেইটি জাল মুদ্ৰা। আপোনালোকৰ কোনোবাই কামৰূপৰ ৰজাসকলৰ মুদ্ৰা পালে আমাক খবৰ দিলে সুখী হম।

আপোনালোকক অসমৰ বুৰঞ্জীৰ কোনো নতুন কথা ক'বলৈ মই আজি এই অধিবেশনৰ সভাপতিৰ পদ লোৱা নাছিলো। মোৰ উদ্দেশ্য আপোনালোকৰ মাজত বুৰঞ্জীবিলাক অনুসন্ধান আৰু আলোচনাৰ প্ৰতি এটি আগ্ৰহ সৃষ্টি কৰা। এই উদ্দেশ্য যদি অলপ পৰিমাণেও সফল হৈছে তেন্তে মোৰ পৰিশ্ৰম সাৰ্থক হৈছে বুলি জানিম। ইয়াকে কৈ আপোনালোকে যে ইয়াত গোট খাই কোনো কোনোৱে দূৰ বাটৰপৰা আহি মোৰ কথাখিনি মন দি শুনিলে এই বাবে আপোনালোকক নমস্কাৰ জনাই আপোনালোকৰ-পৰা বিদায় ললোঁ।

প্ৰকাশ কৰিছে। দেশ, জাতি, সমাজ, ৰাজ্য, শান্তি আদি ৰক্ষাৰ নামত অনেক অসত্যক প্ৰকাশ কৰিছে। দেশ, জাতি, সমাজ, ৰাজ্য, শান্তি আদি ৰক্ষাৰ নামত অনেক অসত্যক প্ৰচাৰ কৰা নীতি অন্ততঃ কুৰুক্ষেত্ৰ যুদ্ধৰ দিনৰপৰা চলি আহিছে। "অশ্বত্থামা হত ইতি গজ।" এই কথা সত্যবাদী ধৰ্ম্মৰাজ যুধিষ্ঠিৰে নোকোৱা হেঁতেন হয়তো অমৰ পুত্ৰৰ শোক পালেহে মৃত্যু হোৱা দ্ৰোণাচাৰ্য্যৰ মৃত্যু নহ'লহেঁতেন আৰু কুৰুক্ষেত্ৰ যুদ্ধতো পাণ্ডৱ জয়ী নহ'লহেঁতেন। এই কাৰণতেই বিগত মহাযুদ্ধত প্ৰচাৰ বিভাগৰ প্ৰথম কথা আছিল যে গুজৱত বিশ্বাস কৰিব নালাগে। এই মহাযুদ্ধত পৃথিৱীৰ সকলো দেশতে দেশ ৰক্ষাৰ নামত censure কৰা বাতৰিহে প্ৰচাৰ হৈছিল। এনে বাতৰি সত্য হলেও দেশৰ অনিষ্টকৰ কথাই ঠাই নাপাইছিল। সেয়ে হোৱাত প্ৰকৃত অৱস্থা জনা নগৈছিল আৰু অনেক গুজৱে মানুহৰ মনত আতঙ্ক আৰু অশান্তি সৃষ্টি কৰিছিল। বুৰঞ্জী লিখকে এই সকলোবিলাক তথ্য চালিজাৰি সূক্ষ্মৰূপে পৰীক্ষা কৰি প্ৰকৃত সত্য উদ্‌ঘাটন কৰিহে বুৰঞ্জীত ঠাই দিয়া উচিত। অনেক সময়ত ৰাজনৈতিক কাৰণত বুৰঞ্জী লিখকে প্ৰকৃত সত্য বুৰঞ্জীত স্থান দিব নোৱাৰে। কীৰ্ত্তিচন্দ্ৰ বৰবৰুৱাইহে যে কেৱল "চকৰি-ফেঁটী বুৰঞ্জী" দাহ কৰিছিল এনে নহয়, এই বুৰঞ্জী দাহ পাকে-প্ৰকাৰন্তে কম বেচি পৰিমাণে সকলো দেশতে আবাহমান কালৰপৰা চলি আহিছে আৰু চলি থাকিব। বহুত সময়ত বহুত লিখকে নিজ দেশ, জাতি, সমাজ, বংশ আদিৰ কলঙ্ক ঢাকিবলৈ গৈ অসত্যৰ আশ্ৰয় লয় আৰু তিলকে তাল কৰি গৌৰৱৰ জয়ধ্বজা উৰুৱায়। বহুতে আকৌ নিজৰ যশ-গৌৰব বঢ়াবৰ অৰ্থে নিজৰ বেয়াটোকে ভাল বুলি আৰু আনৰ ভালকো বেয়া বুলি লিখি আনক হেয় প্ৰতিপন্ন কৰিবলৈ অপচেষ্টা কৰে। এক শ্ৰেণীৰ কৃত-বিদ্য লিখকে নিজৰ অজ্ঞতা ঢাকিবলৈ নজনা কথাকো জনা যেন কৰি লিখে। তেওঁলোকে সমাজত কৃত-বিদ্য বুলি প্ৰতিপত্তি লাভ কৰাৰ কাৰণে তেওঁলোকৰ অজ্ঞতাক কোনেও প্ৰশ্ন নকৰে বা কৰিবলৈ সাহস নকৰে। ইত্যাদি অনেক কাৰণত লিখিত বুৰঞ্জীবিলাকৰ অনেক কথা সত্য নহয়। এনেবিলাক কাৰণতে বুৰঞ্জীৰ তুলনামূলক গৱেষণাৰ নিতান্ত আৱশ্যক।

বহুত লেখক আছে যিসকলে অতীজৰ ঘটনা, অৱস্থা, সভ্যতা, শাসন প্ৰণালী আদি বৰ্ত্তমান কালৰ লগত তুলনা কৰি মন্তব্য প্ৰকাশ কৰে। তেখেতসকলে তুলনাৰ মাপ-কাঠীডাল সকলো সময়তে সমান কৰি পেলায়। সেয়ে হোৱাত তেখেতসকলৰ মন্তব্য যুক্তিসঙ্গত হব নোৱাৰে। কাল অনুসৰি বিভিন্ন দেশৰ লগত বিভিন্ন দেশৰ কথা তুলনা কৰি সমালোচনামূলক মন্তব্য কৰাহে সমীচীন হব।

বুৰঞ্জীৰ ভাষা সহজ আৰু সৰল হোৱা উচিত। এয়ে নহলে ভাষাৰ অৰ্থ বুজি প্ৰকৃত তথ্য আয়ত্ত কৰাত সময় লাগে আৰু পঢ়োঁতাই অতি সোনকালে আমনি পায়। দ্ব্যৰ্থবোধক বাক্যই বুৰঞ্জীত ঠাই পাব নালাগে, কাৰণ প্ৰকৃত তথ্যৰ অৰ্থ এটাত বাজে দুটা হব নোৱাৰে।

বুৰঞ্জী এটা নীৰস বিষয়। ইয়াক সকলোৱে পঢ়িবলৈ ভাল নাপায়। এই

কাৰণেই এই নিবন্ধ বিষয়টো বহাল কৰি লিখা উচিত। ইয়াক বহাল কৰি তুলিবলৈ হলে অসাৰ ঘটনাবিলাক বাদ দি আৰু কথাখিনি চুটকৈ লিখিব লাগে। বুৰঞ্জীত এনে অনেক কথাই আছে যিবিলাক অতি মনযোগ সহকাৰে পঢ়িলেও পঢ়াৰ পিছতে পাহৰি যোৱা যায়। মোৱামৰীয়া বিদ্ৰোহত অনেক ঠাইত হোৱা অসংখ্য সৰুসুৰা ঘটনা আৰু যুদ্ধৰ বিৱৰণ পঢ়িবলৈ পাঠকৰ ধৈৰ্য্য নাথাকে আৰু কোনোৱে ধৈৰ্য্য সহকাৰে পঢ়িলেও মনত ৰাখিব নোৱাৰে।

সচৰাচৰ সৰ্ব্বসাধাৰণে বুৰঞ্জী বুলিলে ৰজা, মহাৰজা, নবাব, বাদচাহ আদি আৰু তেওঁলোকৰ মন্ত্ৰী, সেনাপতি আদিৰ জীৱনীকে বুজে। এই সকল একোখন ৰাজ্যৰ শাসকৰূপে সেই ৰাজ্যৰ প্ৰজাবৰ্গক পৰিচালিত কৰা বাবে তেওঁলোকৰ জীৱনী জনা আৱশ্যক হলেও তেওঁলোকৰ জীৱনী লিখাতে বুৰঞ্জী শেষ হব নোৱাৰে। শাসকতকৈ জ্ঞানীৰ জীৱনৰ মূল্য বেছি। জ্ঞানীসকলৰ জ্ঞান, আদৰ্শ, আৱিষ্কাৰ আদি সকলো দেশৰ আৰু সকলো সময়ৰ কাৰণে। তেওঁলোকে যিদৰে পৃথিৱীজোৰা উপকাৰ সাধন কৰে শাসকে নোৱাৰে। এই জ্ঞানীসকলৰ স্থান বুৰঞ্জীৰ পাতত বৰকৈ পোৱা নাযায়। শাসক-সকলৰ বুৰঞ্জী লিখাৰ দৰে এই জ্ঞানীসকলৰো বুৰঞ্জী লিখা উচিত। ব্যক্তিৰ বুৰঞ্জী লিখাৰ দৰে সমাজ, জাতি, ধৰ্ম্ম, সভ্যতা, কৃষ্টি, শিক্ষা, সাজ-সজ্জা, বাণিজ্য অৰ্থনীতি, ৰাজহ, ৰণ-সম্ভাৰ, যুদ্ধ-কৌশল, সাহিত্য, বিজ্ঞান, দৰ্শন, নৃত্য-গীত, বাদ্য, চিকিৎসা, কৃষি ইত্যাদি সকলো বিষয়ৰে বুৰঞ্জী থকা প্ৰয়োজন। মানৱ জীৱনৰ সকলো-বিধ শিক্ষাৰে আৱশ্যক। এই প্ৰত্যেক বিধ শিক্ষাৰে আঁতিগুৰি সেই বিষয়ৰ বুৰঞ্জীয়েহে দিব পাৰে। প্ৰত্যেক বিধ শিক্ষাৰে ক্ৰমোন্নতিৰ বিষয়ে নাজানিলে সেই শিক্ষাৰ উন্নতি সাধন কৰা দুকহ।

নানান দেশত নানান সময়ৰপৰা বুৰঞ্জী লিখা প্ৰথা প্ৰচলিত হয়। অতীজৰ এই বুৰঞ্জীবিলাকত দেশৰ শাসকসকলৰ ৰাজত্ব কালত হোৱা ঘটনাবিলাকৰ চমু বিৱৰণ মাত্ৰ পোৱা যায়। এই বুৰঞ্জীবিলাকত সেই সময়ৰ সামাজিক, ৰীতি-নীতি, ধৰ্ম্ম, সভ্যতা, শিক্ষা, শিল্প, বাণিজ্য, ৰাজনীতি, বিজ্ঞান আদি বিষয়ক কথা বিশেষভাৱে পোৱা নাযায়। তদুপৰি বুৰঞ্জীত অনেক অলৌকিক কথা পোৱা যায়। ইত্যাদি কাৰণত এই বুৰঞ্জীবিলাক বহাল নহয়। বৰ্ত্তমান বুৰঞ্জী-লিখকে কোনে কি কৰিলে নকৰিলে তাতকৈ বেছি গুৰুত্ব আৰোপ কৰে কোনে পৃথিৱীক কি দিব পাৰিছে বা কোনে মানৱ জাতিৰ কিমান উপকাৰ সাধন কৰিছে। বৰ্ত্তমানৰ বুৰঞ্জীয়ে ব্যক্তিবিশেষৰ জীৱনী কোৱাতে সন্তুষ্ট নাথাকি সকলো বিষয়ৰে আঁতিগুৰি শিকাবলৈ যত্ন কৰিছে। আজিৰ বুৰঞ্জী বহুমুখী।

অসম বুৰঞ্জী-সম্ভাৰেৰে চহকী। ইয়াৰ প্ৰত্যেকটি ধূলিকণাতে ঐতিহাসিক ঘটনা জড়িত। এই ঐতিহাসিক ঘটনাবিলাকৰ বুজ লওঁতাৰ সংখ্যা কিন্তু অতি অলপ। পশ্চিম ফালৰপৰা ভাৰতত কোন জাতিৰ পিছত কোন জাতিয়ে কি সভ্যতাই আহি থিতাপি ললেহি কওঁতা আছে। কিন্তু পূব ফালৰপৰা ভাৰতত থিতাপি লোৱা জাতি-

বিলাকৰ নাম কওঁতা নাই ; প্ৰাকঐতিহাসিক যুগৰ ভাৰতৰ দ্ৰাবিড়ী সভ্যতা বুৰঞ্জীৰ পাতত আছে, কিন্তু বড়ো সভ্যতাৰ কথা নাই ; ভাৰতত বাবৰে মোগল ৰাজ্য স্থাপন কৰা কথা স্কুলীয়া লৰাই জানে, কিন্তু চুকাফাই অসমত আহোম ৰাজ্য স্থাপন কৰা কথা নাজানে ; আলেকজেণ্ডাৰৰ দেশ-জয়ৰ কথা সৰ্ব্বজন বিদিত, কিন্তু চিলাৰায়ৰ নাম বহুতে নাজানে ; মীৰজুমলাৰ অসম আক্ৰমণ জনাজাত কিন্তু কনচেং বৰপাত্ৰ গোহাঁইৰ বঙ্গ আক্ৰমণ জনাজাত নহয় ; স্পেনিছ আৰ্ম্মাদাৰ ধ্বংস কাহিনী সৰ্ব্বজন বিদিত, কিন্তু মোগল নৌ-বাহিনী শৰাইঘাটত ধ্বংস হোৱা কাহিনী জানোতাৰ সংখ্যা অতি অলপ ; লুথাৰৰ কথা পৃথিৱীয়ে জানে কিন্তু শঙ্কৰদেৱৰ কথা বহুত অসমীয়াইও নাজানে ; জোৱান অব আৰ্কৰ লগত মুলাগাভৰুক তুলনা কৰোঁতা নাই ; পদ্মিনীৰ জীৱনী বহুতে জানে, কিন্তু সাধনীৰ নাম অনেকে নাজানে ; ক্লিওপেট্ৰাৰ নাম জগতজোৰা, কিন্তু গড়মা কুঁৱৰীৰ নাম লওঁতা নাই ; ৰবাৰ্ট ব্ৰুচৰ পলায়নৰ কাহিনী গদাপাণিৰ পলায়নৰ কাহিনীতকৈ লোমহৰ্ষক আৰু চিত্তাকৰ্ষক হব নোৱাৰে ; জয়মতীৰ আত্মত্যাগ, কুৰঙ্গনয়নীৰ দেশৰক্ষা জগতৰ আপুৰুগীয়া ঘটনা হলেও জগতক জনাওঁতা কোনো নাই ; আকবৰৰ চৰিত্ৰ অধ্যয়ন কৰোঁতা আছে, কিন্তু ৰুদ্ৰসিংহৰ চৰিত্ৰ অধ্যয়নৰ বস্তু বুলি নাভাবে ; নুৰজাহানৰ নাম মুখে মুখে কিন্তু ফুলেশ্বৰী কুঁৱৰী অপৰিচিতা ; পিৰামিদ পৃথিৱীৰ আচৰিত বস্তু, কিন্তু চৰাইদেওৰ মৈদাম লোকচক্ষুৰ বাহিৰে ; টেমছ নদীৰ সুৰঙ্গ স্কুলীয়া লৰাই মুখস্থ কৰে কিন্তু গড়গাঁও কাৰেঙৰপৰা দিখৌ আৰু ৰংপুৰৰ তলাতল ঘৰলৈ থকা সুৰঙ্গ অন্ধকূপত পৰিণত হৈ আছে ; চীনৰ প্ৰাচীৰ পৃথিৱীত জনাজাত কিন্তু চামধৰা গড় অসমত জনাজাত নহয় ; অজন্তাৰ সভ্যতা উদ্ধাৰ হ'ল কিন্তু বাদুলি খোৰোঙৰ সভ্যতা খোৰোঙতে সোমাই আছে।

হাইস্কুলৰ চতুৰ্থ শ্ৰেণীত বুৰঞ্জী শিক্ষা আৰম্ভ কৰা হয় আৰু সেই শ্ৰেণীতে অসম বুৰঞ্জী শিক্ষা দিয়া হয়। তাৰ পিছত বিশ্ববিদ্যালয়ৰ শেষ শ্ৰেণীলৈকে ক'তো অসম বুৰঞ্জী পঢ়োৱা নহয়। ভাৰত বুৰঞ্জীত মীৰজুমলাৰ অসম আক্ৰমণ আৰু ইয়াণ্ডাবু সন্ধিৰ বাহিৰে কোনো কথা পাবলৈ নাই। অসম বুৰঞ্জীৰ প্ৰতি শিক্ষা বিভাগৰ এই উদাসীনতাত অসমবাসীৰ অসম বুৰঞ্জীৰ শিক্ষা ঠিহিবা মাৰি আছে। স্কুল, কলেজত অসম বুৰঞ্জীয়ে যথাযোগ্য স্থান অধিকাৰ কৰিব নোৱাৰাত শিক্ষিতসকলে অসম বুৰঞ্জী অধ্যয়নৰ তালিকাত ভুক্ত কৰিবলৈ বৰ আগ্ৰহ নকৰে। শিক্ষিতসকলে এনেভাৱে অসম বুৰঞ্জীক অনাদৃত কৰাত অসম বুৰঞ্জীৰ অৱস্থা অতি শোচনীয় হৈ পৰিছে। শিক্ষা বিভাগে স্কুল-কলেজত অসম বুৰঞ্জীক যথাযোগ্য স্থান দি ইয়াৰ অৱস্থা টনকিয়াল কৰিব বুলি আশা কৰিব নোৱাৰি নে ?

আজি অসমবাসীয়ে অসমত বিশ্ববিদ্যালয় স্থাপন কৰিবলৈ দৃঢ় সংকল্প হৈ উঠি পৰি লাগিছে। এই বিশ্ববিদ্যালয় কি আহিত স্থাপন হব সেই বিষয়ে সুধীসকলে আঁচনি তৈয়াৰ কৰিছে বুলি শুনিবলৈ পোৱা গৈছে। বৃটিছ ৰাজত্বৰ আগলৈকে অসম

ভাৰতৰ ভিতৰত নাছিল। সৃষ্টি পাতনিৰপৰা ১৮২৬ খ্ৰীষ্টাব্দলৈকে অসম স্বকীয়া দেশ ৰূপে পৰিগণিত হৈ আছিল। পূব, পশ্চিম, উত্তৰ দক্ষিণ, কেউফালৰপৰা নানান সময়ত অহা অনাৰ্য্য অৰ্থাৎ আৰ্য্যজাতিৰ বাহিৰে অন্য জাতি আৰু আৰ্য্য জাতিৰ মানুহৰ সঙ্গমস্থল হ'ল অসম। এই আৰ্য্য জাতিৰ বাহিৰা জাতি আৰু আৰ্য্য সভ্যতা লগলাগি অসম সভ্যতা গঢ় লৈ উঠে। অসম সভ্যতা ভাৰত-সভ্যতাৰ সৈতে সম্পূৰ্ণৰূপে একে নহয়। এনে কাৰণত অসম বিশ্ববিদ্যালয় ভাৰতৰ অন্যান্য বিশ্ববিদ্যালয়ৰ লগত সম্পূৰ্ণ একে আহিতে নহৈ অসমৰ ভাষা, সভ্যতা, কৃষ্টি, জাতীয় বৈশিষ্ট্য আদিৰ লগত খাপ খোৱা বিধৰ হোৱা উচিত। ইয়াত অসমৰ বুৰঞ্জী, নৃতত্ত্ব, পুৰাতত্ত্ব, ভূতত্ত্ব, খনিজ, উদ্ভিদ আদি বিষয়ৰ বিশেষ অধ্যয়ন আৰু গৱেষণা হোৱাৰ নিতান্ত প্ৰয়োজন।

ভাৰতৰ ভিতৰত ধাৰাবাহিক ৰূপে অসমতে প্ৰথমে বুৰঞ্জী লিখা হয়। এই বুৰঞ্জী লিখা প্ৰথা আহোমসকলে প্ৰচলন কৰে। তেওঁলোকৰ মাজত বুৰঞ্জী লিখা প্ৰথা অতীজৰপৰা প্ৰচলিত। এই বুৰঞ্জী আহোমসকলে প্ৰথমে, তেওঁলোকৰ নিজ ভাষাত আৰু পিছলৈ অসমীয়া ভাষাক মাতৃভাষা কৰি লৈ কিছুমান বুৰঞ্জী অসমীয়া ভাষাতো লিখে। আহোমসকলৰ বুৰঞ্জীৰ প্ৰতি ধাউতি বৰ বেছি আছিল। বুৰঞ্জী নজনা আহোমক আহোমে আহোম বুলিয়েই স্বীকাৰ নকৰিছিল। আহোম ৰাজত্বত বিষয়া নিযুক্ত কৰা সময়ত তেওঁৰ উপৰিপুৰুষৰ বুৰঞ্জী কোৱা হৈছিল। আহোমসকলৰ চকলঙত বৰ-কন্যাৰ উপৰি পুৰুষৰ বুৰঞ্জী কোৱা হয়। কিছুদিনৰ আগলৈকে আহোম ডাঙৰীয়াসকলৰ নাতি-পুতিসকলৰ মাজত অনেক বুৰঞ্জী-বিষয়ক কথা আলোচনা হৈছিল, কিন্তু আজিকালি সেই শ্ৰেণীৰ মানুহ নাই বুলিলেই হয়। বৰ্ত্তমান যি দুই চাৰিজন তেনে মানুহ আছে সেইসকলৰ মাজত প্ৰচলিত বুৰঞ্জী বিষয়ক কথাবিলাক লিখি ৰাখিলে বুৰঞ্জী-বিষয়ক গৱেষণাত অনেক সহায় হব আৰু অনেক আপুৰুগীয়া কথা সংৰক্ষিত হব।

আহোম ভাষাৰ বুৰঞ্জী আৰু অন্যান্য পুথি অসমীয়া ভাষালৈ তৰ্জ্জমা হোৱা নাই। আহোম ভাষাবিদ যোৰহাটৰ স্বৰ্গীয় ৰায় চাহেব গোলাপচন্দ্ৰ বৰুৱাই আহোম ভাষাৰ এখন অভিধান আৰু আহোম ভাষাৰপৰা ইংৰাজীত এখন বুৰঞ্জী তৰ্জ্জমা কৰে। তেখেতৰ পিছত যোৰহাটৰ ৺ঘনকান্ত বৰুৱা বি. এ., বি. টি. দেৱে আহোম ভাষাৰ এখন পাঠ্য পুথি লিখে। এই তিনিখন কিতাপৰ বাহিৰে আহোম ভাষাৰ কোনো কিতাপ ছপা হৈ ওলোৱা নাই। বহুতে ভাবে যে আহোম ভাষা এটা মৃত ভাষা। কিন্তু প্ৰকৃততে এই ভাষা অসমৰ উত্তৰ-পৰে থকা শ্যান্ ষ্টেট্‌বিলাকত আৰু শ্যাম বা থাইলেণ্ডত আজিও প্ৰচলিত। আহোম ভাষাত বুৰঞ্জী, নাটক, নিদান, পঞ্জিকা, জ্যোতিষ, পূজাৰ বিধি, চকলং বিধি ইত্যাদি নানান বিষয়ৰ অনেক পুথি আছে। এনেকুৱা অনেক পুথি ৰায়-বাহাদুৰ ড° শ্ৰীযুত ভূঞাদেৱে গোটাইছিল। এই পুথিবিলাকৰ জ্ঞানৰাশি সাঁচিপাততে আৱদ্ধ হৈ আছে। বৰ্ত্তমান আধুনিক শিক্ষাত শিক্ষিতসকলৰ ভিতৰত ৺ঘনকান্ত বৰুৱা বি.এ., বি.টি. দেৱৰ বাহিৰে বোধ কৰোঁ আহোম ভাষা নাজানে। আহোম ভাষাৰ

বুৰঞ্জী আৰু অন্যান্য পুথিবিলাক তৰ্জ্জমা হলেহে প্ৰকৃত আহোম সভ্যতা, কৃষ্টি, ৰাজনীতি, বিজ্ঞান, জ্যোতিষ, নিদান, ধৰ্ম্ম ইত্যাদি জানিব পৰা যাব।

অসমীয়া ভাষাত অসম বুৰঞ্জী আৰু অন্যান্য বিষয়ক অনেক সাঁচিপতীয়া পুথি আছে। এই সকলোবিলাক সঙ্কলন আৰু প্ৰকাশ কৰাৰ বিষয়ে বহুত সভাত বহু বছৰ ধৰি প্ৰস্তাৱৰ পাছত প্ৰস্তাৱ গৃহীত হৈ আহিছে ; কিন্তু সেইমতে বিশেষ কাম হোৱা নাই। বহুতে পুৰণি পুথি আপুৰুগীয়া সম্পত্তি ৰূপে ব্যৱহাৰ কৰি আহিছে আৰু তেওঁলোকে সেই পুথি হাতৰপৰা এৰি দিব নোখোজে। বহুতে বহুতৰপৰা পুথি নি ঘূৰাই নিদিয়াত তেওঁলোকৰ হাতত থকা অন্য পুথি কাকো দিব নোখোজে। বহুতে বহুতৰ পুথি নি প্ৰকাশ কৰি ধন উপাৰ্জ্জন কৰিছে ; কিন্তু যাৰপৰা পুথিখন পালে তেওঁৰ নামটো ভুলতো নলয়। বহুতে বহুত পুথি কোনো উপায়ে হস্তগত কৰি অপ্ৰকাশিতভাৱে থৈ দিছে আৰু মাজে সময়ে এই পুথিবিলাকৰ দুই এটা কথা আলোচনা কাকতত প্ৰকাশ কৰি পাঠকৰ চকুত চমক লগাই নিজক গৱেষকৰ শাৰীত ঠাই দি আত্মতৃপ্তি লাভ কৰিছে। বহুতে বহুত পুথি হস্তগত কৰি নিজ স্বাৰ্থ বিৰোধী পাতবিলাক নষ্ট কৰি লোকচক্ষুৰ অন্তৰালত কীৰ্ত্তিচন্দ্ৰ বৰবৰুৱাৰ ভাও দিছে আৰু বহুতে নিজ স্বাৰ্থ সিদ্ধিৰ কাৰণে কল্পিত "অন্ধকূপ হত্যা"ৰ সৃষ্টি কৰিছে। এনেবিলাক কাৰণতেই পুথিৰ গিৰিহঁতেও কোনো পুথি কাকো দিব নোখোজে। এই পুথিবিলাক নানান কাৰণত দিনে দিনে লোপ পাই আহিছে। সন্মিলনৰ যোগেদি এই পুথিবিলাক উদ্ধাৰ কৰি যেনে আছে তেনে-ভাৱে প্ৰকাশ কৰা উচিত। তেতিয়া হলে আমি প্ৰকৃত তথ্য আৰু অসমীয়া ভাষাৰ ক্ৰমোন্নতিৰ কথা জানিব পাৰিম।

বৰ্ত্তমান গৱৰ্ণমেণ্টে বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগ খুলিছে। এই বিভাগে অসমৰ এই অভাৱ মোচন কৰিবলৈ কিমান দূৰ সক্ষম হব সি ভৱিষ্যতৰ বুকুত। অসমৰ বুৰঞ্জীবিদ, অক্লান্ত কৰ্ম্মী ড০ শ্ৰীযুত ভূঞাদেৱক এই বিভাগৰ পৰিচালক নিযুক্ত কৰাত আমি অনেক তথ্য আৱিষ্কাৰ হব বুলি আশা কৰোঁ, কিন্তু তেখেতে অকলশৰে অলপ টকাৰে বিশেষ ৰূপে কাম কৰিব পৰা সম্ভৱ নহয়। অসমত বিশ্ববিদ্যালয় স্থাপিত হব যেতিয়া এই বিভাগ অতি আৱশ্যকীয়। এই বিভাগৰ কৰ্ম্মচাৰীৰ সংখ্যা বৃদ্ধি হোৱা আৰু পৰিচালকে খৰচ কৰিবলৈ যথেষ্ট টকা পোৱা নিতান্ত প্ৰয়োজন। সন্মিলনে এই বিষয়ে গৱৰ্ণমেণ্টৰ দৃষ্টি আকৰ্ষণ কৰি ব্যৱস্থা কৰিবলৈ অনুৰোধ জনোৱা উচিত বুলি বিবেচনা কৰোঁ।

অসম অনুসন্ধান সমিতি আৰু অসম যাদুঘৰ স্থাপিত হবৰ ভালে কেইবছৰ হ'ল। এই দুই বিভাগত যথেষ্ট সংখ্যক কৰ্ম্মচাৰী আৰু টকাৰ অভাৱত আশানুৰূপ কাম হোৱা নাই। বুৰঞ্জীৰ অনেক তথ্য দিব পৰা সামগ্ৰী এই দুই বিভাগত গোটখাই আছে। এই দুই বিভাগক টনকিয়াল কৰিবৰ কাৰণে সন্মিলনে গৱৰ্ণমেণ্টক অনুৰোধ জনোৱা উচিত।

আহোম আৰু অন্যান্য ৰজাসকলে অসমত বিশেষকৈ ধৰ্ম্ম-কাৰ্য্য চলোৱাৰ কাৰণে আৰু ধৰ্ম্মৰ গুৰি ধৰোঁতাসকল প্ৰতিপালনৰ কাৰণে অনেক ভূ-সম্পত্তি চিৰকালৰ কাৰণে নিষ্কৰ কৰি তামৰ ফলিত সানি দি যায়। সেই ভূ-সম্পত্তি তামৰ ফলিৰ জোৰত বৃটিছ গৱৰ্ণমেণ্টৰ অনুগ্ৰহত আজিও বহুতে লাখেৰাজ আৰু নিস্ফখেৰাজ ৰূপে ভোগ কৰি আছে, কিন্তু ৰজাসকলে যি উদ্দেশ্যে সেইবিলাক দান কৰিছিল সেই উদ্দেশ্য সকলো ক্ষেত্ৰত সাধন হোৱা নাই। এই সকলোবিলাক তামৰ ফলিৰ বিবৃতি প্ৰকাশ হোৱা নাই। বহুতৰ ঘৰত ৰাজদত্ত ভূ-সম্পত্তি নহলেও তামৰ ফলি আছে আৰু বহুতৰ ৰাজদত্ত ভূ-সম্পত্তি থকা সত্ত্বেও তামৰ ফলি নাই। তামৰ ফলি থকাসকলে নিজক অভিজাত বংশৰ বুলি এই তামৰ ফলিৰ দ্বাৰায় প্ৰমাণ কৰে। সেই কাৰণে তেওঁলোকে এই তামৰ ফলি হস্তান্তৰ কৰিব নোখোজে। ৰাজদত্ত ভূ-সম্পত্তি প্ৰমাণ কৰিবৰ কাৰণে বহুতে তামৰ ফলি গৱৰ্ণমেণ্টৰ ঘৰত দাখিল কৰে। এনে কিছুমান তামৰ ফলি এতিয়াও কমিছনাৰ চাহাবৰ অফিচত আছে। এই সকলোবিলাক তামৰ ফলি প্ৰকাশ হলে প্ৰাক্-বৃটিছ যুগৰ ৰজাসকলৰ ধৰ্ম্ম, শিক্ষা আদিৰ প্ৰতি আগ্ৰহ আৰু ৰাজনীতিৰ অনেক তথ্য অৱগত হোৱা যাব।

প্ৰাক্-বৃটিছ যুগৰ সোণ, ৰূপ আৰু তামৰ মুদ্ৰা আজিও অনেক পোৱা যায়। এই মুদ্ৰাবিলাকৰ সবিশেষ বুৰঞ্জী লিখিবলৈ কোনেও যত্ন কৰা নাই। Mr. Botham চাহাবৰ "The Cataloque of the Provincial Coin Cabinet, Assam" বোলা কিতাপখনত অসমৰ আহোম, কোচ, কছাৰী আৰু মণিপুৰীয়া ৰজাসকলৰ মুদ্ৰাৰ বিৱৰণ পোৱা যায়। আহোম ৰজাসকলৰ মুদ্ৰাত আহোম আৰু অসমীয়া আখৰৰ বাহিৰে ফাৰ্চী আখৰো পোৱা যায়। মুদ্ৰাবিলাকৰ বিশদ বিৱৰণে বুৰঞ্জীৰ অনেক তথ্যৰ অভাৱ দূৰ কৰিব পাৰে।

অসমৰ পৰ্ব্বতে হাবিয়ে শিলালিপিও পোৱা যায়। এই শিলালিপিবিলাক উদ্ধাৰ হোৱা নাই। এই শিলালিপিবিলাক বুৰঞ্জীৰ অতল সম্পত্তি। অসমৰ পৰ্ব্বতে হাবিয়ে অনেক ভগ্ন মঠ, মন্দিৰ আৰু পুখুৰী পোৱা যায়। এই মঠ, মন্দিৰ আৰু পুখুৰী-বিলাকে অতীত সভ্যতা আৰু সমৃদ্ধিশালী ৰাজ্যৰ চিনাকি দিয়ে। মন্দিৰবিলাকৰ শিলত কটা মূৰ্ত্তিবিলাকে অতীত ভাস্কৰ্য্য, নৃত্য আদিৰ পৰিচয় দিয়ে। এইবিলাকৰ তথ্য আবিষ্কাৰ হলে অসমৰ অতীত সভ্যতা সমৃদ্ধি শিল্প, ভাস্কৰ্য্য, নৃত্য আদিৰ বিষয় পৃথিৱীক জনাব পৰা যাব।

অসমৰ উত্তৰে থকা পৰ্ব্বতশ্ৰেণীত ভালেকেইখন নগৰৰ চিন আৱিষ্কাৰ হৈছে আৰু তাৰ শিলত কটা ছবিত গণেশ মূৰ্ত্তিও পোৱা গৈছে। এইবিলাকৰপৰা অনুমান হয় যে বৰ্ত্তমান ভোট, আঁকা, ডফলা, আপাটানাঙ্গা, মিৰি, মিচিমি, আবৰ, খামটি, চিংফৌ আদি পৰ্ব্বতীয়া জাতিবিলাক বাস কৰা পৰ্ব্বতীয়া অঞ্চলত এসময়ত হিন্দু ৰাজ্য আৰু হিন্দু সভ্যতা বিৰাজ কৰিছিল। এই হিন্দু ৰাজ্যবিলাকৰ কথা বুৰঞ্জীৰ পাতত পাবলৈ নাই। এই অঞ্চলবিলাক কোনো অসমীয়া বুৰঞ্জীবিদ আৰু গৱেষকে পৰিভ্ৰমণ কৰা

নাই। অসম বৃটিছৰ হাতলৈ যোৱাৰ লগে লগে অনেক বৃটিছ পৰিভ্ৰমণকাৰী আৰু কৰ্ম্মচাৰীয়ে এই অঞ্চলবিলাক পৰিভ্ৰমণ কৰি অনেক কিতাপ লিখি থৈ গৈছে। সেই কিতাপবিলাক অসমীয়ালৈ তৰ্জ্জমা কৰা হোৱা নাই আৰু সেই সম্বন্ধে কোনো আলোচনা হোৱা নাই।

ইংৰাজ লিখকে লিখা অসমৰ ডিষ্ট্ৰীক্ট গেজেটীয়াৰবিলাকত আৰু ইম্পিৰিয়েল গেজেটীয়াৰত অসমৰ নানান জাতি, উপজাতিৰ বুৰঞ্জী, ৰীতি-নীতি, আচাৰ-ব্যৱহাৰ, অসমৰ শাসনকৰ্ত্তা, ধৰ্ম্ম ইত্যাদিৰ বুৰঞ্জী, ভৌগোলিক বিৱৰণ, পুৰাতত্ত্ব আদিৰ বিষয়ে বিৱৰণ পোৱা যায়। এই বিলাকত সত্য, অৰ্দ্ধসত্য, অসত্য আদি অনেক কথা আছে। এই কথাবিলাক ৰাজনৈতিক কাৰণত লিখা যেন বোধ হয়। প্ৰাক্-বৃটিছ যুগৰ শাসনকৰ্ত্তা-সকলৰ দোষবিলাক গেজেটীয়াৰবিলাকত যিভাৱে টীকা-টিপ্পনী দি ঢৌটোকে বৌটো কৰি লিখিছে, গুণবিলাক সেইদৰে ঢাকি গৈছে। এই গেজেটীয়াৰবিলাকৰ বিষয়ে কোনেও বিশেষভাৱে দৃষ্টিপাত কৰা নাই। এইবিলাকতো যথেষ্ট বুৰঞ্জীৰ সম্বল আছে।

আমাৰ লোণৰ বাণিজ্যই প্ৰথমে ইংৰাজ বেপাৰীৰ মনোযোগ আকৰ্ষণ কৰে। মোৱামৰীয়া বিদ্ৰোহ দমাবলৈ স্বৰ্গদেৱ গৌৰীনাথসিংহই প্ৰথমতে ইংৰাজক অসমলৈ নিমন্ত্ৰণ কৰি আনে। তেওঁলোকে এহাতে যেনেকৈ বিদ্ৰোহ দমালে আনহাতে তেনেকৈ অনেক পুৰুষীয়া ৰাজ-ভাণ্ডাৰ আৰু অসমৰ ভৌগোলিক বিৱৰণ, মানচিত্ৰ আৰু বুৰঞ্জী লৈ গ'ল। তাৰ পিছত তেওঁলোকে মানৰ আক্ৰমণৰপৰা অসম ৰক্ষা কৰি ৰক্ষকে ভক্ষক হৈ অসম গ্ৰাস কৰে। সেই অৱধি অসম পৰ-পদানত। ইংৰাজসকলৰ অনেক লিখকে অসমৰ নানান বিষয়ে অনেক কিতাপ লিখে। এই কিতাপবিলাক সহজলভ্য নহয়। এই কিতাপবিলাকৰ তথ্যবিলাক অসমত বহুলৰূপে প্ৰকাশ হোৱা নাই।

ইংৰাজ বেপাৰীসকলৰ অসমৰ প্ৰতি মনোযোগ আকৰ্ষণ হোৱাৰ বহুত আগতে-পশ্চিম ফালৰপৰা মুছলমান সকলে অনেক বাৰ অসম আক্ৰমণ কৰে। এই আক্ৰমণকাৰী সকলৰ লগত বুৰঞ্জী লিখকো আছিছিল। তেওঁলোকে অসমৰ সেই সময়ৰ কিছু কথা তেওঁলোকৰ নিজ ভাষাত লিখে। এই বিৱৰণবিলাক সম্পূৰ্ণৰূপে অসমীয়া বা ইংৰাজী ভাষাত প্ৰকাশ হোৱা নাই। পৰলোকগত ড° মবিদুল ইছলাম বৰাই ইংৰাজীলৈ তৰ্জ্জমা কৰা "বাহেৰিস্তান-ই-ঘায়েবিত" অসমৰ অনেক কথা পোৱা যায়। মুছলমান লিখকসকলে লিখা বিৱৰণবিলাক কোনো আৰবী আৰু ফাৰ্চীভাষাবিদ ভদ্ৰলোকে অসমীয়া বা ইংৰাজীলৈ তৰ্জ্জমা কৰিলে অসমৰ অনেক বুৰঞ্জীমূলক তথ্য আৱিষ্কাৰ হব।

পশ্চিম ফালৰপৰা মুছলমানসকলে অসম আক্ৰমণ কৰাদি পূব ফালৰপৰাও লৰা, মান, খামটি, আইটনীয়া আদিয়ে অসম আক্ৰমণ কৰিছিল। সেই জাতিবিলাকৰ মাজতো হয়তো অসম বুৰঞ্জী বিষয়ক লিখিত বিৱৰণ ওলাব পাৰে। আমি কোনেও সেইফালে মনোযোগ দিয়া নাই। প্ৰাক্-বৃটিছ যুগৰ অসমৰ অনেক শাসক জাতি আৰু

অসমৰ পৰ্ব্বতীয়া উপজাতিবিলাক অসমৰ পশ্চিম ফালৰপৰা অহাৰ উপৰিও উত্তৰ-পূব, পূব, পূব-দক্ষিণ আৰু দক্ষিণ ফালৰপৰা অহা। সেই কাৰণে এছিয়া মহাদেশৰ এই খণ্ডৰ লগত অসমৰ তেজৰ সম্বন্ধ আছে। অতি পৰিতাপৰ বিষয় যে আমি এছিয়াৰ এই খণ্ডত বাস কৰা জাতি আৰু উপজাতিবিলাকৰ বিষয়ে একো নাজানো। স্কুল কলেজত এই জাতি আৰু উপজাতিবিলাকৰ বুৰঞ্জী নপঢ়োৱাৰ কাৰণে আমি এওঁলোকৰ বুৰঞ্জী অধ্যয়নৰ বস্তু নহয় বুলি বাদ দিছোঁ।

অসম উপত্যকাৰ তিনি ফালে থকা পৰ্ব্বতবিলাকত অনেক উপজাতিৰ বাস। অসমৰ পৰ্ব্বতৰ লগত ভৈয়ামৰ তেজৰ সম্বন্ধ আছে। এই সম্বন্ধৰ কাল নিৰ্ণয় কৰা কঠিন। পৃথিৱীৰ অন্য অংশত ইয়াৰ নিচিনাকৈ আদিম অৱস্থাৰ মানুহৰ লগত বৰ্ত্তমান সভ্যতাত সুসভ্য জাতি একেলগে বাস কৰিছে নে নাই কোৱা টান। এই পৰ্ব্বতীয়া জাতিবিলাকৰ সৈতে আহোম ৰাজত্বত হোৱা যুদ্ধ-বিগ্ৰহ, বৈবাহিক সম্বন্ধ, লেহা-দেপাৰ আদিৰ কিছু আভাস বুৰঞ্জীত পোৱাৰ বাহিৰে অসমীয়া ভাষাত তেওঁলোকৰ বিস্তৃত বিৱৰণ পাবলৈ নাই। বালিপাৰা ফ্ৰণ্টিয়াৰ ট্ৰেক্টৰ ভূতপূৰ্ব্ব হেড ক্লাৰ্ক বায় চাহাৰ দ্বাৰিকানাথ দাস মহোদয়ে ভোট, অকা, ডফলা আৰু আপাটানাঙ্গবিলাকৰ বিষয়ে বিস্তাৰিত বিৱৰণ "আৱাহনৰ" জৰীয়তে প্ৰকাশ কৰি এই অভাৱ কিছু দূৰ কৰে। ইংৰাজ লেখকসকলে সকলোবিলাক পৰ্ব্বতীয়া জাতিৰ বিৱৰণ লিখি থৈ গৈছে আৰু এই মহাযুদ্ধ চলি থকা অৱস্থাতে এজনে সোৱণশিৰীৰ ওপৰে পৰ্ব্বতত কেইমাহমান থাকি কোনো এক উপজাতিৰ বিৱৰণ লিখি দিছে। এই পৰ্ব্বতীয়া উপজাতিবিলাকৰ বিস্তাৰিত বিৱৰণ প্ৰকাশৰ কাৰণে চেষ্টা কৰা উচিত।

পৰ্ব্বতত থকা উপজাতিবিলাকৰ বাহিৰেও ভৈয়ামত কছাৰী, খামটি, মিৰি, দেউৰী, মিকিৰ, লালুং আদি ভালেমান উপজাতি আছে। এই সকলৰো জাতীয় বুৰঞ্জী প্ৰকাশ হোৱা নাই। শ্ৰীযুত সোণাৰাম পাঞ্জা কটকী মহোদয়ে "মিৰি জাতিৰ বুৰঞ্জী" বুলি এখন সৰু কিতাপ লিখাৰ বাহিৰে অন্যজাতিৰ বিৱৰণ প্ৰকাশ হোৱা নাই। মৈয়ামৰ এই উপজাতিবিলাকৰ ভিতৰত বিশ্ববিদ্যালয়ৰ শিক্ষা পোৱা লোক আছে। তেখেতসকলে নিজ নিজ উপজাতিৰ বুৰঞ্জী প্ৰকাশ কৰিলে সেই অভাৱ দূৰ হব বুলি আশা কৰা যায়।

আহোম ৰাজত্বত স্বৰ্গদেৱসকলে অন্যান্য দেশলৈ কটকী খাউণ্ড, বৰাগী আদি পঠাই সেই দেশবিলাকৰ লগত ৰাজনৈতিক সম্বন্ধ স্থাপন কৰিছিল আৰু সেই দেশবিলাকৰ ভাল আচাৰ ব্যৱহাৰ, সাজ-সজ্জা আদি অসমত প্ৰচলন কৰিছিল। এই কটকী, খাউণ্ড, বৰাগীসকল যিবোৰ দেশলৈ গৈছিল সেইবোৰ দেশৰ বিৱৰণ, বুৰঞ্জী আদি লিখিছিল। সেই বিৱৰণ আৰু বুৰঞ্জীবিলাক প্ৰকাশ হোৱা নাই।

অসমৰ ধৰ্ম্মগুৰুসকলৰ জীৱনী থকা ভালেমান চৰিত্ৰ পুথিত বহুত ঐতিহাসিক ঘটনাৰ কথা উল্লেখ আছে। এই ঐতিহাসিক ঘটনাৰ বিৱৰণবিলাকে নিশ্চয় বহুত অভাৱ দূৰ কৰিবলৈ সক্ষম হব। ইফালে আকৌ চৰিত্ৰ-পুথিবিলাক বুৰঞ্জীৰ ভেটিত স্থাপন কৰি নোচোৱাৰ বাবে বহুত ভুল সমালোচনা প্ৰকাশ হৈছে। বহুত চৰিত্ৰ-পুথিয়ে পোহৰ দেখিবলৈ পোৱা নাই।

অসমৰ প্ৰকাশিত বুৰঞ্জীবিলাকৰ ভিতৰত ছাৰ এডোৱাৰ্ড গেইট চাহাবৰ বুৰঞ্জী আৰু ৰায় বাহাদুৰ স্বৰ্গীয় গোহাঁই বৰুৱাৰ বুৰঞ্জীতে অসমৰ প্ৰাক্-ঐতিহাসিক যুগৰপৰা বৰ্ত্তমান যুগলৈকে হোৱা প্ৰায়বিলাক কথা পোৱা যায়। বাকী যিবিলাক বুৰঞ্জী প্ৰকাশ হৈছে সেইবিলাক অসমৰ সম্পূৰ্ণ বুৰঞ্জী নহয়—খণ্ড বুৰঞ্জীহে। খণ্ড বুৰঞ্জীবিলাকৰ সৰহ ভাগেই আহোম ৰাজত্বৰ বুৰঞ্জী। প্ৰকাশিত বুৰঞ্জীবিলাকৰ কোনেও সমালোচনা লিখা নাই। সেই কাৰণে প্ৰকাশিত বুৰঞ্জীবিলাকৰ সকলো কথা সত্য বুলি ধৰি লব লগা হৈছে। প্ৰকাশিত বুৰঞ্জীবিলাকৰ তুলনা কৰিলে বহুত বিষয়ত অমিল দেখা যায়। অমিল-বিলাক মিলাবলৈ কোনেও তুলনামূলক সমালোচনা কৰা নাই। এজন মানুহৰ পক্ষে সকলোবিলাক বুৰঞ্জী পোৱা সম্ভৱপৰ নহয়। কোনো বুৰঞ্জীবিদে বুৰঞ্জীবিলাকৰ তুলনামূলক সমালোচনা কৰি প্ৰকৃত তথ্য উদ্‌ঘাটন কৰি নিৰ্ভুল অসম বুৰঞ্জী দিলে দেশৰ পৰম উপকাৰ হয়।

আহোম ৰাজত্বত লিখা বুৰঞ্জীবিলাকত ঘটনাবিলাকৰ চমু উল্লেখ মাত্ৰ আছে। বহুত ক্ষেত্ৰত ঘটনা ঘটাৰ কাৰণ আৰু তাৰ ফলৰ বিশেষ উল্লেখ নাই। ঘটনাৰ কাৰণ নিলিখাৰ বাবে বহুতে নিজ স্বাৰ্থৰ ফালৰপৰা ঘটনাবিলাকৰ কাৰণ যুক্তিৰে দি বুৰঞ্জীৰ তথ্য বিকৃতাকাৰ কৰিছে। সত্য ঘটনাই উপকথাকো চেৰ পেলাব পাৰে। এই কাৰণে ঘটনাৰ কাৰণ উল্লেখ নথকাত যুক্তিৰে তাৰ কাৰণ দিয়া সমুচিত নহব।

বহুতে কোনো কথা কোনো বুৰঞ্জীত উল্লেখ নথকাৰ কাৰণেই সেই ঘটনা ঘটা নাই বুলিও কব খোজে। বৰ্ত্তমান কালত প্ৰকাশিত হোৱা বাতৰি কাকতবিলাকত দেখা যায় যে কোনো কাকতে কোনো কথাত বৰ গুৰুত্ব আৰোপ কৰি ডাঙৰ ডাঙৰ আখৰেৰে প্ৰথম পাতত প্ৰকাশ কৰিছে, কোনো কাকতে সেই কথা সৰু সৰু আখৰত কাগজৰ এচুকত ঠাই দিছে আৰু কোনো কাকতে হয়তো সেই কথা প্ৰকাশৰ যোগ্যকে বিবেচনা নকৰিলে। অতীতৰ বুৰঞ্জী লিখকসকলেও যে এনে ভাৱত কাম কৰা নাছিল তেনে নহয়।

প্ৰকাশিত বুৰঞ্জীবিলাকত ৰজা, মহাৰজা, মন্ত্ৰী, সেনাপতি আদিৰ কৰ্ম্ম, যুদ্ধ-বিগ্ৰহ, ৰাজ্যৰ উত্থান-পতন আদি কথাৰহে বিৱৰণ পোৱা যায়। এই বুৰঞ্জীবিলাকত জাতি, সমাজ, ধৰ্ম্ম, ভাষা, সাহিত্য, শিক্ষা, বিজ্ঞান, নৃত্য-গীত, বাণিজ্য, যাতায়াত, শাসন পদ্ধতি, যুদ্ধনীতি, দেশৰ আৰ্থিক অৱস্থা, কৃষি, শিল্প, খনিজ ইত্যাদি বিষয়বিলাকৰ বিশেষ আলোচনা নাই। এই সকলোবিলাক বিষয়ে অসম বুৰঞ্জীত ঠাই পোৱা উচিত।

অসমত বুৰঞ্জী বিষয়ৰ যিমানবিলাক কৰিব লগা কাম আছে সেই সকলো-বিলাক কাম গৱৰ্ণমেণ্টৰ বিনা সহায়ত হোৱা সম্ভৱপৰ নহয়। অসমত এনে ধনী মানুহ নাই, যি এই কামত আৱশ্যক মতে টকা খৰছ কৰিব পাৰে। অসমত এনে বিদ্বান নাই যি নিজৰ ঘৰৰ খাই এই কাম কৰিব পাৰে। অসমত এনে অনুষ্ঠান গঢ়ি উঠা নাই যি এই কাম সুচাৰুৰূপে কৰিব পাৰিব।

সমবেত সুধীবৃন্দক অসমৰ সকলো বিষয়ৰ বুৰঞ্জী প্ৰকাশৰ কাৰণে চেষ্টা কৰিবলৈ সানুনয়ে অনুৰোধ জনাই মোৰ বক্তব্যৰ সামৰণি মাৰিলো।

# নৱম অধিৱেশনৰ সভাপতিৰ অভিভাষণ

শ্বিলং, নৱেম্বৰ ১৯৫৩

শ্ৰীবেণুধৰ শৰ্ম্মা

অভ্যৰ্থনা সমিতিৰ সভ্যবৃন্দ আৰু সমবেত সমজুৱাসকল,

সাহিত্য সভাৰ দ্বাবিংশ অধিৱেশনৰ লগতে পতা আজি নুনক্ষী শাখাৰ সভা। তাৰে সভাপতি পাতি মোক আদৰি আনিছে। সেই বাবে, আপোনাসকল সকলোটিকে ওচৰত মোৰ ভক্তি ভৰা ওলগ জনাইছো। কি গুণ চাই যে মোক সভাপতি বাছিলে, কব নোৱাৰো। পুৰণি পৃথিৱীখন ন-কৈ চাই ভালপোৱাটোৱেই মোৰ প্ৰবৃত্তি। ইয়াত নাই বহুমুখী প্ৰতিভা, নাই বিস্তাৰিত অধ্যয়ন, নাই লেকাত লাগি থাকিব পৰা পৰিশ্ৰম আৰু নাই কাৰো সহায়-সাৰথি। সতিকেই, আপোনাসকলৰ সাগৰ-সঙ্কাশ নুনক্ষী-জ্ঞানৰ মহাৰ্ণৱত মোৰ বক্তব্য যে কাঠীজাল মাত্ৰ, তাক কোৱা বাহুল্য মাথোন—তাতে আৰু কি মাণিক-মুকুতা বুটলি আনি দিম? তথাপি, মাতিলে বগলৈকো যাবা, নেমাতিলে ভোজলৈও নাযাবা—এইষাৰ পুৰণি পটন্তৰে উদগনি দিয়াত আপোনাসকলৰ আগত মৰসাহ দি থিয় হৈছোঁহি। এতিয়া, আপোনাসৱ করুণাসিন্ধু সুধীবৃন্দই মোৰ শত ত্ৰুটী নিজ গুণে মৰ্ষণ কৰিলেই ৰক্ষা।

আধুনিক যুগত ছিলঙেই অসমৰ মাজ-তালু। দেখাত, মাটি আৰু শিল-বালিয়ে থল-পৰ্ব্বতীৰূপে স্বকীয়াকৈ থোৱা যেন দেখা গৈছে সঁচা, কিন্তু নুনক্ষীয়ে ঢুকি পোৱা দিনৰেপৰা ছিলঙৰ তেজ-মঙহ জয়ন্তীয়া আৰু ভৈয়ামৰ তেজ-মঙহ লুইতৰ পাৰ দুয়ো বৈৱাহিক সম্বন্ধ আৰু মৰম-স্নেহৰ এনা-জৰীত নিকপকপীয়াকৈ বান্ধ খাই আছে। জয়-ন্তীয়াৰ যশমাণিক ৰজাই ১৬০৬ খ্ৰীষ্টাব্দত স্বৰ্গদেৱ প্ৰতাপসিংহলৈ কন্যা দিয়া কথা সকলোৱে জানে। আৰু এইটোও জানে যে যেতিয়া মোগলে অসম আক্ৰমণ কৰে, তেতিয়া ভাগ্যৰ হেৰফেৰত পৰি সৈন্য-সামন্ত দি সহায় কৰিবলৈ নোপোৱাত জয়ন্তীয়া ৰজাই এই বুলি হে দুখ কৰিছিল—"অস্, অস্, মোগলে তোমালোকৰ ৰাজ্য লবা কথা নুশুনিলো। তুমিও একো বাৰ্ত্তা নিদিলা। আমি সহায় কৰিবলৈ নেপাই মনত এনেকুৱা দুখ লাগি আছে যেন মোগলে তোমাৰ দেশ নেমাৰিলে, আমাৰ দেশহে মাৰিলে। সি হ'ল হ'ল বাৰু, এতিয়া এনেভাৱেই প্ৰীতিৰে কাম কৰিব লাগিব যাতে আমি মোগলৰ প্ৰতিশোধ লব পাৰোঁ। শত্ৰুতাৰ পোটক তুলিব পাৰিলেহে আমাৰ মনে সন্তোষ পাব।" ৰুদ্ৰসিংহ

স্বৰ্গদেৱ ৰাজপাটত উঠাৰ পিছতে জয়ন্তীয়া ৰজা লক্ষ্মীসিংহই কিবা এটা কথাত বেয়া পাই স্বৰ্গদেৱক গোঁৰবাই দিছিল, "পূৰ্ব্বাৱধি সত্যনিবন্ধ, প্ৰীতিতে প্ৰীতিপূৰ্ব্বক চলি গৈছে। পূৰব বেলি পশ্চিমে ওলাব ভটাওৱা লুইত উজাই বব, তথাপি, তোমাৰ আমাৰ প্ৰীতিগোট হ্ৰাস নাহইব।" এনে প্ৰতিজ্ঞা-পাশত আবদ্ধ হৈয়ে, কন্দ্ৰসিংহই কৱতীয়া গঙ্গা অসমৰ ভিতৰ সুমাব খোজোঁতে জয়ন্তীয়া ৰজাই পাৰেমানে সৈন্য-সামন্ত দি সহায় কৰিছিল।

গৌৰীনাথসিংহ স্বৰ্গদেৱৰ দিনত (১৭৯৩-৯৪ খ্ৰী°) খাচিয়া-জয়ন্তীয়াৰ খাইবেম ৰজাৰ কটকীক গুৱাহাটীৰ ভৰলুমুখত এইৰূপে আদৰ-অভ্যৰ্থনা জনোৱা হৈছিল, "কটকীক সমাদৰ জনাবলৈ ভৰলুৰ দক্ষিণপাৰে খাঁজিখোৱাত ৰৰচ'ৰা সজোৱা হৈছিল। কটকী সোমোৱাৰ লগে লগে মাজে বাট এৰি দুয়ো ফালে গায়নে গাইছিল। তাৰ নামে হাতী দুটা সজাই থোৱা হৈছিল। তাৰ নামে খঁজাহিলৈ, ৰবটো চ'ৰাৰ মূৰলৈকে ৰবহাত-নলীয়া আৰু সৰুহাত-নলীয়া হিলৈ, আৰু মিঠাহোলোং, জুৰক, তোয়া ৰবতোপ পাতিছিল। তাৰ মাজে দুয়োফালে বানাতৰ মুখচালিদিয়া কুহুমবুলীয়া বোঁৰা পাতিছিল ; গাবোবোবে হাথিয়াৰ লৈ আছিল। তাৰ উত্তৰে-দক্ষিণে চালি কৰি বৰুৱা, ৰবকাথ, চৌধাৰী, পটোৱাৰী খঙ্গা-দলিছা পাৰি বহিছিল। চৌমেৰে তিনিশৰীয়াকৈ হিলৈ, তাৰ ভিতৰতে সালঙ্কৃতাকৈ হাতী একুৰি আঠোটা। গড়ৰ দক্ষিণে ৰাণী দুৱাৰৰ গাবোবোবে ফুকনি মাৰি ঢাল-বাৰু খেলাইছিল। তাৰ পিছত কৰ্ণত মকৰকুণ্ডল, শিৰপেঁচ কল্কি পৰিধান কৈ ৰবফুকনে সুধিলে—কি নিমিত্তে বা খৈৰামী কটকী আহিছে? কটকীয়ে তেতিয়া কৈছে, "আমি সৰ্গদেৱৰ শৰণীয়া হলোঁ। আগে যি বুলিছে তাকে নিৰ্ব্বন্ধকৈ লৈ আহগৈ, হাতীগড়ে, মাটিগড়ে নিৰ্ব্বন্ধ পালসেৱা কৰি থাকিব লাগি ; আৰু হৰিপৰায়ণ হৈ জীৱৰ কুশল যি হয় তাক সৰ্গদেৱে জানে।" (ড° সূৰ্য্যকুমাৰ ভূঞাৰ দ্বাৰায় সম্পাদিত জয়ন্তীয়া বুৰঞ্জী)।

পৰ্ব্বত-ভৈয়াম নাম দি যদিও জয়ন্তীয়াক প্ৰকাৰান্তৰে থলৰপৰা পৃথকাই ৰাখি শাসনকৃত্য কৰা হৈছে, তথাপি ইয়াৰ প্ৰাক্-বৃটিছ ইতিহাসে ৰিঙিয়াই ৰিঙিয়াই কব লাগিছে—অসম আৰু জয়ন্তীয়া দুখন নহয়। "গড়গ্ৰাম জয়ন্তী দুই হেন নাজানিবাই।" সেই কথাকে আজি গুঁৰিছো।

এনে অভিন্নভাৱে চলি অহা ৰজা-প্ৰজাৰ মাজত বৃটিছ সোমায়েই এটা প্ৰকাণ্ড ফাট মেলোৱাই দিলে। পূৰ্ব্বে খাচিয়াৰ বৰ্ণলিপি নাছিল। ভাষা যি কৈছিল, সিও দোৱানহে। ডেৱিদ্ স্কটে তেওঁবিলাকৰ দোৱানবোৰ লিখি, পাদুৰী বিছপ হেবাৰৰ হতুৱাই সেইবোৰ ৰোমান আখৰেৰে লেখাবলৈ ধৰিলে ( Memoirs of David Scott ) যি জয়ন্তীয়া ৰজা ৰামসিংহে (ইন্দ্ৰ ?) গোভাৰ ছত্ৰসিংহক ফেঁটাই দি কালী গোসানীৰ আগত বেদিংফিল্ড-বাৰ্টনক বলি দিয়াইছিল সেই ৰজাৰে প্ৰজাই পাদুৰীৰ মৰম পৰশত ৰোমান আখৰৰ দাসানুদাস হ'ল আৰু ইংৰাজৰ আহি অনুকৰণ কৰি তাৰে ভালেমানেই

জাতিস্মৰ হবলৈ গাহৰি পেলালে। জয়ন্তীয়াই বোলক, খাচিয়াই বোলক বা চিন্টেঙেই বোলক, নাইবা গাবোৱেই বোলক, জয়ন্তীয়া পৰ্ব্বতৰ অধিবাসী মাত্ৰেই যে প্ৰাচীন কালত, ভাৰতৰ অন্যান্য প্ৰদেশৰ দৰেই গুপ্তসংস্কৃতিৰ উপাসক আছিল তাক একোপধ্যেই স্বীকাৰ নকৰি নোৱাৰি। গ্ৰন্থগ্ৰুচৰ নিচিনাকৈ পাতি থোৱা সিবিলাকৰ শিলপাট আৰু শিলাস্তম্ভই সেই সংস্কৃতিৰেই আজিও সাক্ষী দি আছে—যি সাক্ষী খলৰ পিনে থকা অগণন পৰ্ব্বতত আজিও সিঁচৰতি হৈ পৰি-পৰি আছে। সেইবোৰ নাক বিয়েই নহওক, ১৮৬৪ চনত ছিলঙত ৰাজধানী পাতি দিয়াত, খল-পৰ্ব্বতীৰ জোৰা নৰা সম্বন্ধটো আকৌ কটকটীয়া কৰিবলৈ সকলোৱিৰে হাবিয়াস হ'ল। মুখিয়াল জনদিয়েকে গোটে খাই নৱাই দিয়া প্ৰীতি-সম্বন্ধটো থাঁজ খুৱাবলৈ ১৮৯৬ চনৰ ২২ ডিচেম্বৰ তাৰিখে দিনে পাতি "অসম ক্লাব"। ক্লাবৰ উদ্দেশ্য আছিল অসমীয়া ভাষাৰ সৰ্ব্বাঙ্গীন উন্নতি সাধন কৰা, ধৰ্ম্মৰ সঙ্কীৰ্ণতা দূৰ কৰা আৰু পৰস্পৰৰ মাজত ভ্ৰাতৃভাৱ স্থাপন কৰা। উদ্যোক্তাসকলৰ ভিতৰত প্ৰধান আছিল, অভয়শঙ্কৰ গুহ (যি অসমীয়া ভাষাৰ ওজা হেমচন্দ্ৰ বৰুৱাৰে লগ লাগি "আসাম নিউজ" কাকত সম্পাদন কৰিছিল), অচ্যুতানন্দ চৌধাৰী, মাণিকৰাম কাকতী, মুন্সি ৰহিম বক্‌চ, মন্সি উবেদুৰ ৰহমান, সিদ্ধেশ্বৰ গোহাঁঞি ৰাজকোঙৰ, প্ৰিয়লাল বৰুৱা, মুন্সি নিৰ মোহ্‌হাদী হছেইন, শম্ভুৰাম বৰা, এ. চলমন্‌ আৰু নিলিমৰ চীন্‌। এইসকল দূৰদৰ্শী উদাৰ পুৰুষে অসমৰ খল-পৰ্ব্বতীৰ মাজত যি ভাল সোণৰ-সাঁকো দি থৈ গ'ল তাকো আজি ছিলঙীয়া সাহিত্য-সভাৰ বুৰঞ্জী-শাখাত ৰহি সস্তৰ্পণে স্মৰণ কৰিব লগীয়া হৈছে।

অসমৰ খল-পৰ্ব্বতীত অতীত সভ্যতা সমাধিস্থ হৈ নিজম দি আছে। অসম দেশ 'সুণীয়া সঁফুৰা'—যৌৱাজিক আহিলা-পাতিৰে কুবেৰ-ভঁৰাল—অনুসন্ধিৎসুৰ কল্পতৰু বৃক্ষ—সাধ্যাজনে যিহকে বিচাৰে তাকে পায়। ঐতিহাসিকৰ নিমিত্তে ভাৰতবৰ্ষ যেনেকৈ পৃথিৱীৰ মানচিত্ৰ, অসমখনো তেনেকৈয়ে ভাৰতৰে মানচিত্ৰ। "অস্তগিৰি দিল্লীৰ পাৎছাই" ৬০০ বছৰে দিল্লীৰ পাটত ৰহি হিন্দুস্থানত যেনেকৈ এটা গড় দি গ'ল "উদয়-গিৰিৰ স্বৰ্গদেৱসকলেও" সেইদৰে ৬০০ বছৰ ৰাজ্য ভোগ কৰি অসমৰ পৰ্ব্বত-ভৈয়ামত একুপি অমৃতবৃক্ষ ৰুই থৈ গ'ল—যাৰ ফল ভোগ কৰি ভাৰতৰ এক প্ৰান্তত, শত প্ৰতিবন্ধক প্ৰতিহত কৰি আজিও আচুতীয়া স্থানৰ অধিকাৰী হৈ থাকিব পাৰিছোহঁক। সেই ছশ বছৰীয়া ৰাজত্বই আমাক দি থৈ গ'ল এখনি বুৰঞ্জী শাস্ত্ৰ—যাৰ বীজমন্ত্ৰ হ'ল, "আৰু ৰহস্যো ৰাখিবা। মন নেপালে পিতা-পুত্ৰকো নিদিব। অবৈৰ মিত্ৰ হলে তাক দেখাব। ৰাজাৰ বিশ্বাস ভঙ্গ, পণ্ডিতৰ বাধা। আৰ বিশ্বাস ভাঙিলে, মাতৃ পৰিহাস পাপে পায়। হেনজানি বিশ্বাসে ৰাখিব।" ভুৰুঙ্গাত হাতী ভৰোৱা যেনে, মোৰ পক্ষে, এনে গুপত শাস্ত্ৰৰ ভেদ ভঙাও তেনে।

## সুণীয়া সঁফুৰা অসম দেশ

অ-বৰ্ণৰ বেৰন্‌ জীন্‌ বেপ্টিষ্ট টেভাৰ্নীয়েৰে ১৬৭৬ চনতে কৈ গৈছে—"অসম দেশ সুণীয়া সঁফুৰা। মনুষ্য জীৱনত উপভোগ কৰিব পৰা সকলো বস্তুকে ইয়াত

পাবলৈ আছে। এচিয়াৰ ভিতৰত ই এখনি উৎকৃষ্ট শেৰ। ইয়াৰ মানুহে ওচৰচুবুৰীয়া কোনো দেশৰ ওচৰত একো বস্তুৰ নিমিত্তেই হাত পাতিব নেলাগে। সোণৰ খনি, ৰূপৰ পৰ্ব্বত, শীতাতেলৰ (কেৰাচিন) হিব আৰু লোৱৰ খনিয়ে মোকল মোকল কৈ আছে।"

## সভ্যতাৰ সমাধিক্ষেত্ৰ

যিখন দেশ কিংদন্ ৱাৰ্ডৰ মতে "সভ্যতাৰ সমাধি-ক্ষেত্ৰ" সেইখন দেশ কোনোৱা মান্ধাতা যুগৰে বুলি বিজ্ঞ বুৰঞ্জীবিদ্ জে. পি. মিলছে কয়। তেওঁ আৰু কয় যে যেতিয়া ৰোমানবিলাকে সকু লেটিন ৰাজ্য এডুখৰি পাতি লওঁতে শক্তিমন্ত শত্ৰুৰ লগত যুঁজি থাকিব লগীয়া হৈছিল, তেতিয়াও অসম-ৰজাই নিৰ্ব্বিবাদে ৰাজ্য শাসন কৰি আছিল।

## সামৰিক পৰাক্ৰম

য়ুৰোপীয় জাতিসমূহৰ মাজত পোন-প্ৰথমেই অসমীয়া বুৰঞ্জী প্ৰচাৰ কৰোঁতে ডক্টৰ জন পিটাৰ ৰেডে খ্ৰীঃ ১৮০০ ছনতে লেখি গৈছে। "একাল আছিল যেতিয়া অসম সকলোতে জয়-জয়-ময়-ময় আছিল আৰু ইমান পৰাক্ৰমী আছিল যি একে সময়তে চাৰি লাখকৈ সৈন্য-পদাতি উলিয়াব পাৰিছিল। ভুটীয়া পৰ্ব্বত আৰু নেপাল ৰাজ্য অসমৰে অন্তৰ্গত আছিল। গৌৰ দেশ অধিকাৰ কৰি (কৰতোয়া) গঙ্গালৈকে ৰাজ্য বিস্তাৰ কৰিছিল। অকল সেয়েই নহয়, ত্ৰিপুৰা, কোচবেহাৰ আৰু কৰতোয়াৰ পশ্চিমে থকা দেশখিনিও অসমৰ ভিতৰতে পৰিছিল। ঘূৰি ঘূৰি যতবাৰেই মুছলমানে আক্ৰমণ কৰিছিল, ততবাৰেই সেই আক্ৰমণ ব্যৰ্থ হৈছিল।" তেৰেঁই আৰু লেখিছে, "অসমীয়া মানুহে মহাবাহু ব্ৰহ্মপুত্ৰৰ ওপৰত এনেকুৱা একোখন কল-কৌশল খটোৱা দলং দিছিল যি আচহুৱা মানুহে দেখি বিস্ময় মানিছিল। সিবিলাকৰ আত্মৰক্ষাৰ উপায়সমূহ আন আন দেশে নকল কৰি নিছিল। বেলিচাৰিণ জাতিয়ে টাইবাৰৰ ওপৰত যিখন দলং দিছিল সেইখনহে কেৱল এনে ঠগৰ আছিল।"

## অনিসন্ধিৎসুৰ প্ৰশ্ন—অতীত ক'লৈ গ'ল?

অসমখন আগেয়ে কি আছিল আৰু এতিয়া কি হ'ল, তাৰ কথা ভাবি বুৰঞ্জীৰ পম খেদোঁতা ডক্টৰ নেছুলীয়ে ১৮৬৪ ছনত এই বুলি চকুপানী টুকিছিল "এনে এটা দিন আছিল যেতিয়া অসম উপত্যকা অসমীয়া মানুহেৰেই পৰিপূৰ্ণ আছিল—এতিয়া আৰু সেই দিন নাই। একাল আছিল যেতিয়া অসমীয়া জাতি সাধুতা সত্যবাদিতা গুণৰ পূৰ্ণ অধিকাৰী আছিল, কিন্তু কি হব, ওচৰচুবুৰীয়া জাতিৰ লগত ঘনিষ্ঠতা থকা বাবেই হওক বা আমাৰ ন্যায়ালয়ৰ সংস্পৰ্শত থাকি কলুষিত হোৱা বাবেই হওক, সেইবিলাক গুণৰ ধনিষ্ঠামানো আজি দেখিবলৈ নাই। একাল আছিল যেতিয়া অসমীয়া মানুহে নিজে নিজেই একোটা-একোটা প্ৰকাণ্ড প্ৰকাণ্ড গড়-মথাউৰি বান্ধি লৈছিল। সেই

গড়বোৰ বোমান বাল বা বোম-দুৰ্গৰ লগত হে বিজাব পাৰি। কিন্তু আজি আৰু অসমীয়াৰ সেই বল-শক্তি উৎসাহ-উদ্দীপনা একোটো নাই—সকলো লয় পালে।"

## ভাস্কৰ্য্য নিদৰ্শন

কামপীঠৰ টুক্রেশ্বৰী-কামাখ্যাৰপৰা সৌমাৰ পীঠৰ বুঢ়াবুঢ়ী থান—তাম্রেশ্বৰী মন্দিৰলৈকে; হাজো-বিশ্বনাথৰপৰা দেৰগাওঁ-চৰাইদেওলৈকে; যুগীযোপা গুহাৰপৰা কুমুদ-কৌস্তভ-নাগশঙ্কৰ গুহালৈকে; কাছাৰী-ডিমাপুৰৰ শিলাস্তম্ভ, ইটাগড়, ভগ্নাৱশেষৰ কপিলী উপত্যকাৰ বিবিধ পুৰণি মূৰ্ত্তি-প্রতিমাৰ সম্পদসমূহলৈকে; শোণিতপুৰৰ দুৰ্জ্জয়গড়-পোৱামন্দিৰৰ শিলাকুটীয়া কাৰুকাৰ্য্যৰপৰা জয়সাগৰ-গৌৰীসাগৰ দ'লৰ চিত্ৰাৱলীৰ কঁৰাল-অঙ্কণলৈকে অতীত অসমৰ অপ্ৰাৰিত আপুৰুগীয়া স্থাপত্য ভাস্কৰ্য্য-নিদৰ্শনে পুৰাতত্ত্ববিদৰ স্পৰ্শন-অধ্যয়নলৈ বাট চাই আছে। সেইবিলাক চাই এতিয়াও মহৰ্ষি কমলাকান্ত ভট্টাচাৰ্য্যৰ দৰে আক্ষেপ কৰিয়েই থাকিবনে

ই শিল ডুখৰি কোনে কাটিছিলে
কাৰনো ই কীৰ্ত্তি চিন
কোনে বান্ধিছিলে শিলৰ আৱাস
পমি বা সিজাতি ক'ত হল লীন

বুলি ?

## গছ-গছনি আৰু জীৱ-জঙ্গম

অসমৰ গছ-গছনি আৰু জীৱ-জঙ্গম সঁচাকৈয়ে বিধাতাৰ বিনন্দ-বিলাস সৃষ্টি—এজন কিংদন ৱাৰ্ড বা এজন ই. পি. জীয়ে ইয়াৰ আঁতিগুৰি কৈ, ৰক্ষণাৱেক্ষণৰ উপায় দি অন্ত কৰিব নোৱাৰে। ভূঁইকঁপ, গড়াখহনীয়া আদি প্রাকৃতিক দুৰ্যোগে স্বভাৱৰ বিচিত্ৰ উপবনখনিহঁতৰ পৰালি পেলাই আনিছে, মানুহেও পশু-প্ৰবৃত্তি প্ৰকাশ কৰি দুষ্প্ৰাপ্য পশুকুল খৰঙ্কৰ কৰি আনিছে। বৰ্হমথুৰ, সাঁচি গছ, মিচিমি তিতা, জেতুকা, সৰল-গন্ধসবৈ সুগৰি পছ, কাঠশৰ, বনৰীয়া মহ, হাতী, গঁড় ক্ৰমান্বয়ে হৰি গৈছে। চন্দনা, মদনা, গলমণিকা, গালপোৰা ভাটৌ মহাভাৰত-আখ্যানৰ একো-একোটি অপৰিহাৰ্য্য উপকৰণ। আয়ুৰ্ব্বেদোক্ত ভেষজ আৰু বনৌষধিৰ নিমিত্তে কামৰূপ ভাৰতপ্ৰসিদ্ধ; শ্ৰীকৈয়দেৱ নামে এজন আয়ুৰ্ব্বেদ-দ্ৰব্যবিবেকীয়ে "কৈয়দেৱ নিৰ্ঘণ্টঃ" নাম দি পথ্যাপথ্য সম্বন্ধে এখন গ্ৰন্থ ৰচনা কৰিছিল। সেই গ্ৰন্থত বনসট, জেতুকা, ৰাস্না আদি ভালেমান কামৰূপীয় বনৌষধিৰ উল্লেখ আছে। কামৰূপক চিনি নোপোৱা সম্পাদক-পণ্ডিতসকলৰ অনুগ্ৰহত সেই বনৌষধি এতিয়াও অপৰিচিত হৈয়ে আছে। আয়ুৰ্ব্বেদ শাস্ত্ৰ খুনুকিলে বা মন্থন কৰিলে এতিয়াও এনে কিছুমান গ্ৰন্থকাৰৰ সন্ধান পোৱা যাব যে যাক আমি কামৰূপৰ বুলিয়েই দাবী কৰিব পাৰোঁ।

## থলপৰ্ব্বতীৰ ভাষাৰ সুঁতি একেটা

অসমীয়া ভাষাৰ বাহিৰেও আমাৰ ওচৰে-পাঁজৰে ১২০টা দোৱান আছে বুলি ই. টি, ডি. লেম্বার্টে অনুসন্ধান কৰি পাইছে। দোৱান মাত মতাৰ প্ৰত্যেকৰে ঘৰে পতি ঘৈণী আৰু খালে পতি ঘৰিনী—এটাৰ লগতো ইটোৰ সম্বন্ধ নাই। সেই দেখি, লুইতৰ কৌটীকলীয়া সুঁতিয়েদিহে সকলো দোৱনীয়াই সিবিলাকৰ ভাষাৰ সোঁতটো বলায়। অৰ্থাৎ এই সকলো ভাষাৰে ঘাই সুঁতি হল অসমীয়া ভাষা। থকা ঠাই ওখ-চাপৰ হোৱাত দা-দস্তৰ, ধৰ্ম্মবিশ্বাস আৰু খোৱা-বোৱাৰ নীতি-নিয়ম পৃথক হোৱাটো স্বাভাৱিক। হলেও, সেই পাৰ্থক্যৰ ভিতৰতে চিৰকাল ঐক্যৰ সংযোগ চলি আহিছে। সঁচাসঁচিকৈয়ে, নৃৰহেড টমচনে কোৱাৰ দৰে, জাতিমালা আৰু নৰদেহ তত্ত্বানুসন্ধানকাৰীসকলৰ নিমিত্তেও অসম এখন বৰ বহল কঠীয়াতলী।

## প্ৰাচীন বুৰঞ্জীত প্ৰাপ্য স্থান নোপোৱাৰ কাৰণ

প্ৰায় ১৭৮০ খ্ৰীষ্টাব্দত জনদিয়েক প্ৰাচ্যজ্ঞানপিপাসু য়ুৰুপীয়ই কলিকতাত 'এচিয়াটিক ৰিচাৰ্চ ছচাইটি' নাম দি এটি ভাৰতীয় বুৰঞ্জীপৰিষদ প্ৰতিষ্ঠা কৰে। তেতিয়া অসম দেশ নিজা ৰজাৰ অধীনত—হিন্দুস্থানৰ লগত একো কথাতেই সম্পৰ্ক নাই। "পাৎছাহনামা" পুথিৰপৰা মাত্ৰ তেওঁবিলাকে সম্ভেদ পাই থৈছিল—অসম দেশখন যাদু-মন্ত্ৰৰ দেশ বুলি। ৰামায়ণ-মহাভাৰত, বেদ-উপনিষদ আৰু অন্যান্য প্ৰাচ্যভাষাৰ গ্ৰন্থত উল্লেখ কৰা কিছুমান নগৰ-উপনগৰ, নদ-নদী আৰু বাট-পথ অসমত থাকিব পৰাৰ ভু তেওঁবিলাকে পোৱা নাছিল—অথচ, সিবিলাকৰ অনুসন্ধান-ক্ষেত্ৰখনত অসমক ভিতৰ সুমুৱাই লব পৰা হলে দেখিলেহেঁতেন যে প্ৰাচীন গ্ৰন্থসমূহত উল্লিখিত ঘটনাৰাজিৰ অন্ততঃ কিছুমান অসমৰ লগত ৰজিতা খাই আছে। কিন্তু, তেনে অনুসন্ধানৰ বাট মুকলি নোহোৱাত, সেই গৱেষকসকলে অসমতে থকা বহুত প্ৰাচীন কীৰ্ত্তিৰ স্থান অসমৰ বাহিৰৰ হিন্দুস্থানত নিৰ্দ্দিষ্ট কৰিলে গৈ আৰু সেয়ে প্ৰামাণিক সিদ্ধান্ত ৰূপে পৰৱৰ্ত্তী ঐতিহাসিক সকললৈ থাকি গ'ল। তাৰে ফল হ'লগৈ এইটোৱেই যে ভাৰত-বুৰঞ্জীত অতীত অসমে পাব লগীয়া উপযুক্ত স্থান লাভ কৰিব নোৱাৰিলে।

## অসম-বুৰঞ্জী উদঘাটনত য়ুৰোপীয় অনুসন্ধানকাৰী

নোৱাৰিলে যদিও, মেজৰ ৰেণেল, ডক্টৰ ৱেড, বুকানন হেমিল্টন প্ৰমুখ্যে জনদিয়েক ঐতিহাসিক দৃষ্টিসম্পন্ন লোকে অসমীয়া মৌ-কোঁহৰ উমঘাম দিয়াত 'মায়াপী দেশ' অসমলৈ সকলোৰে চকু পৰিবলৈ ধৰিলে। ৰাজনৈতিক পাকচক্ৰই যেতিয়া বৃটিছ জাতিৰ ভাগ্যত কমল ফুল ফুলালে তেতিয়া দূৰদৰ্শী কৰ্ত্তৃপক্ষসকলে তলতীয়া কৰ্ম্মচাৰী-বিলাকক বুজাই দিলে যে দেশ এখন প্ৰশাসন কৰিবলৈ গলে প্ৰশাসক মাত্ৰেই সেই দেশৰ বুৰঞ্জীখন আগগুৰি মাৰি পৰিপাটিকৈ জানিব লাগিব। বুৰঞ্জীজ্ঞানহীন প্ৰশাসকৰ দ্বাৰায় শান্তি-শৃঙ্খলা লগোৱা দূৰৈৰ কথা, বিদ্ৰোহ আৰু অৰাজকতাহে আমন্ত্ৰণ কৰা হয়।

ৰাজ্য-শাসনৰ এইফাঁকি মূল নিৰ্দ্দেশকে অনুসৰণ কৰি পেম্বাৰ্টন, উইলকক্স, গৌৰিল, ৰেষ্টমেকট, ডেল্টন, হেনে প্ৰভৃতি ভালেমান য়ুৰুপীয় অনুসন্ধানকাৰীয়ে প্ৰাণকো তুচ্ছ কৰি বৃটিছ্-সাম্ৰাজ্য-প্ৰসাৰণত আত্মাহুতি দিলে। বৃটিছ্-শাসনৰ ৰবতিডাল পেলাওঁতে চাহাববিলাকে কেনেকৈ দেশৰ নাড়ীজ্ঞান কৰি, অসমীয়া মানুহক জয় কৰিছিল, তাক ৰামদেৱ কৰিয়ে বঢ়িয়াকৈ বৰ্ণাইছে। তাৰে দুফাঁকিমান এই প্ৰসঙ্গতে পঢ়ি শুনাওঁ—

জয় জয় মহাৰাজ চাহাবৰ মধ্যে সাৰ
যাৰ যশ গুণ ভূবি বাঢ়িল বিস্তৰ
মহা কীৰ্ত্তিমন্ত গুণৱন্ত দয়াৱন্ত
যাৰ নাম সদায় লোকে বখানন্ত।
সকলো পৃথিৰ তত্ত্ব সকলে জানন্ত
চিৰকাল আনজনে যাক নজানন্ত।

স্বস্থানে প্ৰস্থান কৰাৰ পিছতো, ইংৰাজ গৱেষকসকলৰ লেজুত ধৰি বল দিয়া দেখি আপোনাসকলৰ কাণ চাগৈ টিহটিহাই আছে। কিন্তু নকৈ নোৱাৰোঁ। গৌণভাৱে ৰাজনৈতিক অভিসন্ধি পূৰণ কৰাই উদ্দেশ্য আছিল যদিও, য়ুৰুপীয়সকলেহে বৈজ্ঞানিক-ভাৱে বুৰঞ্জী আৰু পুৰাতত্ত্বৰ বিষয়ে গৱেষণা কৰিবলৈ আমাক পোন প্ৰথমতে বাট লগাই থৈ গ'ল।

## বৃটিছৰ সাঁচত বুৰঞ্জী লেখাৰ নতুন চেষ্টা

এইসকল য়ুৰুপীয় ইতিহাস-অনুৰাগীয়ে এহাতে যেনেকৈ অসম আৰু অসমীয়াৰ সম্পৰ্কে তেতিয়ালৈকে চলি থকা কিছুমান ভুল ধাৰণা গুচাই দিলে, আনহাতে তেনেকৈ শিক্ষিত অসমীয়াকো নতুন আহিৰে নিজা বুৰঞ্জী লেখিবলৈ নকৈ চক গজাই দিলে। পোনেই হলিৰাম ঢেকিয়াল ফুকনে লেখিলে "আসামৰ বুৰঞ্জী" বঙলা ভাষাত—যিখনকে ১৮৫৫ চনত বেভাৰেণ্ড লং ছাহাবে বঙলা ভাষাৰ একেখন মাথোন গদ্যবুৰঞ্জী বুলি উল্লেখ কৰিছিল আৰু যিখনেই এডোৱাৰ্ড বেলফ'ৰৰ "এনচাইক্লপেডীয়া অৱ ইণ্ডিয়াৰ" অসম চিনাকি পাতটোত বহি অসমৰ-বুৰঞ্জী চকচকীয়া কৰি পেলালে। মণিৰাম দেৱান বৰ-ভণ্ডাৰ বৰুৱাই লেখিলে, "বুৰঞ্জী বিবেকৰত্ন"—য'ত অসমৰ থান-সত্ৰ সমূহেইযে অসমীয়া জাতিৰ নাভিকমল তাক বহলাই দেখুৱালে আৰু তাতে ৰাজনৈতিক দৃষ্টি পেলাই এইটোও জনালে যে অসম দেশ, অইন দেশৰ দৰে দেশ মাৰি লোৱা দেশ নহয়, অসমীয়াই হাড়ক মাটিকৈ, তেজক পানীকৈ পাতিলোৱা এইখন 'হাড়কাটনীৰ' দেশ। ৰাধানাথ বৰবৰুৱাৰ আদেশত কাশীনাথ তামুলী ফুকনেও "অসমৰ বুৰঞ্জী" প্ৰণয়ন কৰি ইন্দ্ৰবংশী স্বৰ্গদেৱ-সকলৰ চমু ইতিবৃত্ত এটি দাঙি ধৰিলে। উইলিয়াম ৰবিঞ্চনৰ আহি আগত লৈ, ৰায় বাহাদুৰ গুণাভিৰাম বৰুৱায়ো ভালেমান জ্ঞাতব্য বিষয়েহে পোহ মাৰি বিস্তৃত অসম-বুৰঞ্জী এখনি প্ৰকাশ কৰিলে। এইখিনি সময়ত আটাইতকৈ ডাঙৰ কাম কৰিলে আনন্দৰাম ঢেকিয়াল ফুকনে। অতীত সভ্যতা-বুৰঞ্জী নথকা জাতিক অষ্ট্ৰেলীয়া হনলুলুৰ দৰে

নিঃচিহ্ন কৰি যোৱা দেখি ঢেকিয়াল ফুকনে কোবাল লেখনীৰে বৃটিছ-ভাষাবিদৰ অনুসন্ধানত ঘমঘণ্টা লগাই দিলে—যাৰ অখণ্ডনীয় যুক্তি মূৰ দোঁৱাই মানি ডক্টৰ গ্ৰীয়েৰ্ছনে "লিংগুইষ্টিক চাৰ্ভে অব ইণ্ডিয়াত" সন্নিবিষ্ট কৰিলে। ফুকনৰ কথাকে হুবহু তুলি দি গ্ৰীয়াৰ্ছনে প্ৰচাৰ কৰিলে, "ভাৰতত বুৰঞ্জী পাবলৈ নাই। মুঠেই দুখন প্ৰদেশত হে বুৰঞ্জী লেখা ৰীতি আছে—তাৰে এখন কাশ্মীৰ আৰু ইখন অসম। অসমৰ বুৰঞ্জীত ভগদত্ত ৰজাৰ দিনৰপৰা সকলো কথা নালীকৈ লিখা আছে। অসমত অপৰ্য্যাপ্ত বুৰঞ্জী পথি আছে আৰু সেই আটাইবোৰেই প্ৰকাণ্ড প্ৰকাণ্ড।" বৃটিছ শাসনৰ আদিছোৱাত বুৰঞ্জী-চৰ্চাৰ নিদৰ্শনেই আছিল জাতীয়ত্ব প্ৰতিপন্ন কৰাৰ প্ৰধান ভেটি।

## বুৰঞ্জী-চৰ্চ্চাত বৃটিছ চৰকাৰৰ পৃষ্ঠপোষকতা

সকলো কথা জুকিয়াই অসমৰ বিস্তৃত বুৰঞ্জী এখন লেখিবৰ নিমিত্তে চাৰ জেমছ লায়াল, চীফকমিছনাৰেই জয়ে জয়ে চৰকাৰী পৃষ্ঠপোষকতা প্ৰদান কৰে। তাৰে ফলস্বৰূপে চাৰ এডোৱাৰ্ড গেইটে অবিশ্ৰান্ত অনুসন্ধান আৰু অপৰিসীম অধ্যয়নৰ দ্বাৰা প্ৰণয়ন কৰা "অসম-বুৰঞ্জী"খন পোৱা হ'ল। সেই পুথিয়েই আজিলৈকে সকলো বিদেশী আৰু প্ৰায় দেশী ঐতিহাসিকৰ নিমিত্তে অসমৰ প্ৰামাণিক বুৰঞ্জী স্বৰূপে পৰিগণিত হৈ আহিছে। মহামহোপাধ্যায় পদ্মনাথ ভট্টাচাৰ্য্য বিদ্যাবিনোদৰ "কামৰূপ-শাসনাৱলী", পণ্ডিত হেমচন্দ্ৰ গোস্বামীৰ দ্বাৰায় সংগৃহীত "সাঁচিপতীয়া বুৰঞ্জী পুথিসমূহ" আৰু ৰায়-চাহাব গোলাপচন্দ্ৰ বৰুৱাই কৰি দিয়া "আহোম-বুৰঞ্জীবিলাকৰ" তৰ্জ্জমাই আছিল গেইট-বুৰঞ্জী ৰচনাৰ প্ৰধান আলম।

৬০০ বছৰীয়া ৰাজত্বই গঢ়ি থৈ যোৱা অসমকে বৃটিছে পাইছিলহি। সেই দেখিয়েই হবলা গেইটে প্ৰাচীন যুগতকৈ, সেই যুগটো বহলকৈ আলোচনা কৰিলে। বুৰঞ্জীখন তথ্য আৰু আন আন সম্বলেৰে পৰিপূৰ্ণ নহয় যদিও, তাৰ আলোচিত তথ্যবোৰ যে অপ্ৰমাদী তাক স্বীকাৰ নকৰি নোৱাৰি। তথাপি, শাসকৰ নীতি আঁহফলা হোৱা বাবে, তেওঁবো কিছুমান সিদ্ধান্ত এঁৰি নোহোৱাকৈ নেথাকিল। গতিকেই, গেইটৰ বুৰঞ্জীয়ে নৱযুগৰ অৰুণোদয়ৰ বেলা আমাৰ অভিলাষ পূৰ্ণ কৰিব পৰা নাই। ভালেমান বুৰঞ্জীপ্ৰাণ পণ্ডিতে ভাৰত আৱিষ্কাৰ কৰি প্ৰসিদ্ধি লাভ কৰিছে যদিও, অনা-অসমীয়া ঐতিহাসিকৰ নিমিত্তে গেইট-বুৰঞ্জীয়েই নিদৰ্শনী হোৱাত অসমৰ জীউ আৱিষ্কাৰ কৰাত ব্যৰ্থতাই সিবিলাকক জপটিয়াই থৈছে।

সেই কাৰণে, আমাৰ বুৰঞ্জী আমি নিজেই লেখিব লাগিব—লোকলৈ এৰি দিব নোৱাৰি। সিঁচৰতি হৈ পৰি থকা ভাস্কৰ্য্য নিদৰ্শনৰ অমূল্য সম্পদৰাজিৰ যুগ নিৰ্দ্ধাৰণ কৰিব লাগিব। কৌটিকলীয়া প্ৰমাদপূৰ্ণ সিদ্ধান্তবোৰ নকৈ টকৰিয়াই চাব লাগিব। সেইবোৰ অভ্ৰান্ত কৰিবলৈ নতুন দৃষ্টিভঙ্গী আৰু বৈজ্ঞানিক গৱেষণাৰ নিয়াৰিত নৱাৱিষ্কৃত তথ্যসমূহ পিটিব লাগিব। ঐতিহ্যপূৰ্ণ জাতি এটাই ৰাজনৈতিক সুবিধাৰ নিমিত্তে

কেতিয়াও নিজৰ ভাষা-সাহিত্য জলাঞ্জলি দিব নোৱাৰে। সেই গুণে, কোনখিনিত আঠুৱা চাই ঠেং মেলিব পাৰি, বুৰঞ্জীৰ পাত লুটিয়াই নতন চেউনি কাটিব লাগিব। বুৰঞ্জীগন্ধী প্ৰত্যেকটো কথাকে আহৰণ কৰিব লাগিব। অকল শক তাৰিখ থাকিলেই বা মানুহ কিছুমানৰ তালিকা থাকিলেই বা শাসকৰ প্ৰতিবেদন কিছুমান সংযোজিত কৰিলেই বুৰঞ্জী হব নোৱাৰে। আমাক লাগে, ঘটনা-পৰিক্ৰমা-সম্বলিত, সৰ্ব্বভাব-সমন্বয়ী, অতিৰঞ্জনহীন, ভাবোচ্ছ্বাসহিহীন, নিসম্প্ৰদায়ী, নিখুঁত জাতীয় বুৰঞ্জী। এনে বুৰঞ্জী লেখকেই এনেভাৱে অতীতৰ ঘটনাৱলী পৰ্য্যালোচনা কৰিব লাগিব যাতে তেওঁৰ সিদ্ধান্তই ভৱিষ্যত জাতীয় বুৰঞ্জীৰ গতি নিয়ন্ত্ৰণ কৰিব পাৰে। পাছৰটো খোজেই আগৰটো খোজৰ কষ্টিশিল। গতিকে, আগ-পাছ চাই, অতীত-ভৱিষ্যতৰ অঙ্গাঙ্গী সম্বন্ধ নিৰ্ণয় কৰাটোৱেই হ'ল বুৰঞ্জীবিদৰ কেৱলীয়া ধৰ্ম্ম।

তামোলগছতহে উঠিব পাৰে, এনেজন লোকক ৰাজনৈতিক উদ্দেশ্য বা স্বাৰ্থসিদ্ধিৰ নিমিত্তে সজাই-পৰাই বৈকুণ্ঠত ৰজা হবলৈ ঠেলি পঠিৱালে ইকুল-সিকুল দুয়োকুল নষ্ট হোৱাৰ ভয় থাকে। বৈষয়িক পৰোভৱৰ পেখম ধৰি গুণেজ্ঞানে বিমণ্ডিত বুলি মুখা পিন্ধি ফুৰা যাব সজ তেনে লোকৰ দ্বাৰায়ো বুৰঞ্জী প্ৰণয়ন কৰা সম্ভৱ নহয়। আমাক লাগিব এনে এটা মণ্ডলী যি একদেৰ-একসেৰ বুলি অনুক্ষণ বুৰঞ্জী চিন্তাতে ব্যাপৃত থাকিব পাৰে।

এনেভাৱে বুৰঞ্জী চৰ্চ্চা কৰা লোক অৱশ্যে আমাৰ ভিতৰত অতি বিৰল। গাইগুটীয়াভাৱে যি দুই-চাৰিজনে অসম-বুৰঞ্জীৰ বিষয়ে চিন্তা-চৰ্চ্চা কৰিছিল সেইসকলৰ গ্ৰন্থ-প্ৰবন্ধও আজি পাহৰণি-গৰ্ভত। অইন কি, পুৰুষ কেইজনৰ নাম কেইটাও হুতাশনীয়া ৰাজনৈতিক মনোভাৱে মচ খুৱাই পেলাইছে। পণ্ডিত হেমচন্দ্ৰ গোস্বামী, মহামহোপাধ্যায় পদ্মনাথ বিদ্যাবিনোদ, ৬/সৰ্ব্বেশ্বৰ কটকী, ৬/সোণাৰাম চৌধুৰী, ৰায়বাহাদুৰ কনকলাল বৰুৱাক আমি পাহৰিয়েই গৈছো।

চিত্তবিনোদনৰ নিমিত্তেই অতীতৰ ফালে চকু ফুৰাওঁতে, তাঁত-বাঁতিৰ উঘা ঘূৰাদি মোৰ মনটোও কিছুমান কথাত ঘূৰি থাকে, তাকে হেগ বুজি আপোনাসকলৰ আগত মেলি দিলো।

## ৰজনীকুমাৰ পদ্মপতি আৰু আনন্দচন্দ্ৰ আগৰৱালা

গাইগুটীয়া চিন্তাধাৰাৰে বুৰঞ্জী চৰ্চ্চা কৰোঁতাসকলৰ চিন্তাপদ্ধতি অবৈজ্ঞানিক বুলি অশ্ৰদ্ধা কৰাটো আমাৰ এটা বায়ু হৈ পৰিছে। স্বৰ্গীয় ৰজনীকান্ত পদ্মপতি আৰু ৰায় বাহাদুৰ আনন্দচন্দ্ৰ আগৰৱালাই লোকে বাটকটা পাটিয়েদি পাটি নেকাটি "অসমখনেই স্বৰ্গ" আৰু অসমেদিয়েই আগৰ চাম আৰ্য্য পশ্চিম ভাৰতলৈ বুলি গৈছিল বা প্ৰব্ৰজন কৰিছিল বুলি অনুমান কৰিলতে কেউফালে চেৰেউ-ফেৰেউ লাগিবলৈ ধৰিলে। পদ্মপতিয়ে পুৰাণৰ তথ্যসমূহতে ভেজা দি তেওঁৰ কাল্পনিক সিদ্ধান্তটো থিয় কৰিছিল।

কিন্তু সেই সিদ্ধান্ত অৰণ্যৰ ৰোদনত পৰিণত হ'ল। পুৰাণৰ আখ্যানবোৰ ভঙুৱা মানুহৰ গল্প বুলি অনা-অসমীয়া পণ্ডিতেতো উৰায়েই দিলে, অসমীয়াৰ যি আছিল সিবিলাকেও সেই কথালৈ দৃক্‌পাতকে নকৰিলে। পদ্মপতিৰ "পুৰণি অসমত ভুমুকি"টোৱে সেইদেখি পুৰণি আৱৰ্জ্জনাৰ লগতে ঠাই পালেগৈ। কিন্তু, সৌ সিদিনা বুৰঞ্জীবিদ্‌ ডক্টৰ আৰ. বি. পাণ্ডেই ডাঠি মাত লগাইছে, বেদ-উপনিষদেই পুৰাণৰ থাই আলম। পুৰাণ বাদ দি ভাৰতীয় ইতিহাসৰ 'ই' টোকে আলোচনা কৰিব নোৱাৰি। সেই প্ৰসঙ্গতে তেওঁ 'পদ্মপুৰাণৰ' শ্লোক এটা উদ্ধৃত কৰি কৈছে যে চতুৰ্ব্বেদ চৈধ্য শাস্ত্ৰ পঢ়ি মহাপণ্ডিত হলেও যিজন পণ্ডিতে পুৰাণ নেজানে সেইজন কেতিয়াও বিচক্ষণ হব নোৱাৰে। এতিয়া সময় আহিছে পদ্মপতিৰ সিদ্ধান্তবোৰ আকৌ চালিজাৰি চাবৰ। সেইদৰেই, আগৰৱালাৰ বৈদিক শব্দৰ ব্যাখ্যা আৰু বৈদিক যুগৰ ভৌগোলিক ঠাই-নিৰ্ণয়ৰ মতটো অসমৰ নিমিত্তে গৌৰৱময় হলেও, নতুন যুগত নকৈ পৰীক্ষা কৰি চোৱা উচিত ; কিজানিবা চিভেলীয়াৰ বানচেনৰ (Chevalier Bunsen) মতটোৱেই ৰজেগৈ।

## বিদৰ্ভ ৰাজ্য অৱস্থিতিৰ তথ্য

চটিয়াৰ ৰজা ভীষ্মক আৰু ভীষ্মকেই বিদৰ্ভৰাজ্যৰ অধিপতি। সেই ভীষ্মকৰ কন্যা ৰুক্মিণীসুন্দৰীকে দ্বাৰকাৰ শ্ৰীকৃষ্ণই বিয়া কৰিছিল—এইবোৰ কথা আমি পুৰুষে পুৰুষে শুনি আহিছো। তথাপি, বিদৰ্ভ ৰাজ্য মধ্যপ্ৰদেশত আছিল বুলি বুৰঞ্জীবিদসকলে দৃঢ়ৰূপে সাব্যস্ত কৰি গ'ল। একে ঐতিহ্যেৰে দুজন ৰজা আৰু দুখন দেশ থকাত সংস্কৃতি-বুৰঞ্জীত বৰ খেলিমেলি লাগি আছে। সেই খেলিমেলি ভাঙিবৰ হ'ল। অসমৰ লগত মধ্যপ্ৰদেশৰ নিশ্চয় কিবা এটা ডাঙৰ সম্বন্ধ আছিল। নহলে নো তাৰ ভাষা কামৰূপৰ ভাষাৰ লগত মিল বুলি হিউৱেন চাঙে খ্ৰীষ্টীয় সপ্তম শতিকাৰ মাজভাগতে লেখি থৈ যায় নে? কুণ্ডিল নগৰৰপৰা ডফলা পৰ্ব্বতৰ কাষে-কাষে যিটো প্ৰকাণ্ড গড় আছে, সেই গড়টো মধ্যভাৰতলৈকে আছে বুলি এল. ডব্লিউ. চেকচ্‌পীয়েৰে কয়। চুটিয়াৰ ৰজা বজ্ৰধ্বজ পালে কমতাপুৰলৈকে এটি আলি কৰোৱা কথা চুটিয়া বুৰঞ্জীত আছে ; কিন্তু মধ্যভাৰতলৈকে থকাটো চেকচ্‌পীয়েৰৰ বাহিৰে আনে কোৱা নাই। সেইদৰে চোটনাগপুৰক যে চুটিয়া নাগপুৰ বুলিছিল সেই কথাও ব্ৰেড্‌লি বাৰ্ট আৰু এডোৱাৰ্ড বেলফ'ৰে লেখিছে। তদুপৰি সদিয়াত যিটো শিলৰ ধ্বজ পোৱা হৈছিল, যিটো এতিয়া অসম মিউজিয়মত থোৱা আছে সেইটোৰ মূৰত ফণা ধৰি থকা সাপ এটাৰ মূৰ্ত্তি সাজি থোৱা আছে। আহোমসকলে তেনে মূৰ্ত্তি সজা ক'তো পোৱা নাই। ইপিনে, তেনেকুৱা সৰ্পাঙ্কিত ধ্বজ নাগপুৰত আছিল বলি বহুত ঠাইত উল্লেখ আছে। এই সৰ্পধ্বজ বা স্তম্ভটো সঁচাকৈয়ে প্ৰত্নতাত্ত্বিকৰ স্যমন্তক মণি বা কৌতূহলৰ বস্তু। তাম্ৰেশ্বৰী মন্দিৰ বা সদিয়াৰ দেওবৰৰ ওচৰত যিবোৰ ভগা ইটা পৰি আছে, তাৰে চটা চেবেকৰ চানেকি শ্ৰীযুত ৰাজমোহন নাথে প্ৰকাশ কৰিছে আৰু দুচটামান ৰাজ্যপাল শ্ৰীযুত জয়ৰামদাস দৌলতৰামে আনিছে। ৰাজ্যপালে অনা এচটা ইটাত ম'ৰা চৰায়ে চালি ধৰি ঠোঁটত সাপ এটা আঁৰি লোৱাৰ যিটো খোদিত মূৰ্ত্তি অঙ্কিত আছে আৰু তদ্ৰূপ মূৰ্ত্তি অঁকা

যেনেকুৱা এচলা ইটা এ. ডেভিচে ১৮৮৭ চনত উখালৈ যোৱা পুৰণি বাটৰ দাঁতিত (মৰেমাত) পাইছিল, তাৰে সৈতে সৰ্পাঙ্কিত স্তম্ভৰ নিশ্চয় এটা সম্পৰ্ক আছে। নাগপুৰক চুটিয়া-নাগপুৰ বোলাৰ আগতে, স্বতী নদীৰ পাৰত থকা গিৰি-চুটিয়া, দেউৰী-চুটিয়া, হিন্দু-চুটিয়া, আহোম-চটিয়া আৰু চুলিকটা মিচিমি-চুটিয়া নাম কেইটালৈও লক্ষ্য কৰিব লাগিব। বিদৰ্ভৰাজ্যৰ স্থিতি নিৰ্ণয় কৰাত, মহাভাৰতৰ ধোঁৱা-কোঁৱা নিৰ্দ্দেশতকৈ এইবোৰ নিৰ্দ্দেশ স্পষ্ট আৰু প্ৰত্যক্ষ ; তাত প্ৰত্যয় যাবলৈ পোনও উজুও। অৱশ্যে, 'দিক্কৰবাসিনী'ৰ অৰ্থ দিক্রং কৰি তাম্ৰেশ্বৰী মন্দিৰৰ গুৰি বিচৰাদি বিদৰ্ভ ৰাজ্যৰ অৱ-স্থিতি-পুং বিচাৰিলে সিদ্ধকাম হোৱা টান। আমাৰ হাতত এতিয়া নতুন তথ্য পৰিছেহি। সঁচা বিদৰ্ভ কোনখন আৰু কল্পিত বিদৰ্ভ কোনখন বাছি উলিয়ালে বেয়া নহয়।

## শঙ্কলাদিৰ

মণিকোঁৱৰৰ বাপেক শঙ্কলদেৱ ৰজাৰ কথা ফুলকোঁৱৰ-মণিকোঁৱৰৰ গীতত আছে। শঙ্কল কামৰূপৰ প্ৰতাপী ৰজা আছিল বুলি গেইটে লেখি গৈছে। শঙ্কলৰ উল্লেখ থকা মূল গ্ৰন্থ কবি ফিৰ্দ্দৌচীৰ 'ছাহনামা'ত লেখা আছে যে উত্তৰ ভাৰতৰ কেদাৰ ব্ৰাহ্মণক পৰাস্ত কৰা শঙ্কল ৰজাই তেওঁৰ চন্দ্ৰাননী জীয়েক শপিনুৰক সাঁচিকাঠৰ সাৰ (অগৰু) আৰু চীন দেশীয় পটবস্ত্ৰাদি সমন্বিতে ইৰাণৰ বাহ্ৰাম গৌড়লৈ বিয়া দিছিল। শপিনুৰৰ লগত কামৰূপৰ ভালেমান কোচ মানুহ গৈছিল। সেই মানুহবিলাকেই যাওঁতে. বাটত থাকি গ'ল। তাৰে বংশধৰ গুজৰাটৰ কুচচ্ জিলাত এতিয়াও আছে। সিবিলাক যে ভাৰতৰ উত্তৰ-পূব সীমান্তৰপৰা গৈছিল, কৰ্ণেল টডে তেওঁৰ 'ৰাজস্থানৰ পাদটীকা' এটিত উল্লেখ কৰিছে। এই 'কুচচ'ৰ লগত যোগিনী-তন্ত্ৰত লেখা 'কুৱাচ'ৰ কিবা সম্পৰ্ক আছেনে নাই ভাৰত-একত্ৰীকৰণৰ দিনত পুনৰ চাব লগীয়া হৈছে।

## সুমেৰীয় সভ্যতা

কামৰূপৰ সৌমাৰপীঠৰ লগত ইজিপ্ত-এছিৰীয়াৰ সুমেৰীয় সভ্যতাৰ কিবা সংযোগ আছে নে ? যদি আছে পূবৰপৰা সেই সভ্যতা পছিমলৈ গ'ল নে পছিমৰপৰা পূবলৈ আহিল, সভ্যতাৰ স্থান নিৰ্ণিত হোৱাৰ দীকছো যুগৰ পাছতো উলটি চাবৰ প্ৰয়ো-জন হৈছে। "মহেঞ্জদাৰো'ৰ চিনমোকাম আৰু জৈনধৰ্ম্ম"ৰ বিষয়ে আলচ কৰোঁতে শ্ৰীকামটাপ্ৰসাদ জৈনে এটা উহৰ সম্ভেদ দিছে বোলে সুমেৰীয়ানবিলাকৰ দেৱতা "শিনক" (চন্দ্ৰ) আদিতে "জুৱেন" বোলা হৈছিল। চন্দ্ৰক জোন বুলি কোৱাটো অসমীয়াৰ ঘৰুৱা কথা। জোনবাইক ল'ৰা-ছোৱালীয়ে আজিও "জোনবাই এ তৰা এটি দিয়া" বুলি প্ৰাৰ্থনা কৰে। 'জোন' আমাৰ গ্ৰহ-দেৱতাও। তদুপৰি "মেজি" 'যুৰৈয়া' প্ৰভৃতি এনে কিছুমান শব্দ আছে সেইবোৰ সুমেৰীয়ান বিলাকৰ লগত মিলি যায়। সৌমাৰপীঠৰ অতি পুৰণি চিনমোকামৰ লগত সুমেৰীয়ানবিলাকৰ সভ্যতা কেনেকৈ মিল হ'ল, গৱেষণাৰ বিষয়। ইয়াত সেই যুগৰ বুৰঞ্জী আলচ কৰোঁতাসকলৰ দৃষ্টিমাত্ৰ আকৰ্ষণ কৰা হ'ল। ৰায়বাহাদুৰ কনকলাল বৰুৱাই আধৰুৱাকৈ এৰি যোৱা গৱেষণাখিনি সম্পূৰ্ণ কৰিবলৈ কোনোবা নোলাবনে ?

প্ৰত্নতত্ত্ববিদ শ্ৰীযুত ৰাজমোহন নাথে 'গৌৰৱময় অসম' পুথিত নগাঁৱৰ কপিলী উপত্যকাত তেওঁ আৱিষ্কাৰ কৰা যিবিলাক ধ্বংসাৱশেষৰ প্ৰতিকৃতি দিছে তাত অতীত অসমৰ অফুৰন্ত বুৰঞ্জী উপাদান সোমাই আছে। সেইবিলাকক পুনৰ দাঙি ধৰিবৰ সময় পৰিছেহি।

## থল-পৰ্ব্বতীৰ সম্বন্ধ

লুইতৰ পাৰৰ সমথলখিনিক ওৰণিৰ দৰে পৰ্ব্বতমালাই আবৰি আছে। তাৰ অধিবাসীসকলক এক প্ৰকাৰে ভৈয়ামৰ দুৱাৰ ৰখীয়াই বুলিব পাৰি। অনাদি অনন্ত কালৰপৰাই তাত বসতি যদিও, ১৫৩৯ খ্ৰীষ্টাব্দৰ পাছৰপৰা অসমীয়াৰ লগত সিবিলাকৰ খোৱা-বোৱা খোৱা-লোৱা আৰু বিয়া-বাৰু আদি সামাজিক ঘনিষ্ঠতা বাঢ়িবলৈ ধৰে। পৰ্ব্বতীয়া ৰৱাহী-কন্যা হিঙ্কলীক চুকাফা স্বৰ্গদেৱে আনিছিল যদিও, কনচেঙক বৰপাত্ৰ পাতিবৰপৰাই পৰ্ব্বতীয়া জাতিৰ লগত আমাৰ সম্বন্ধ গাঢ় হয়। তেতিয়াৰপৰাই একে মজিয়াতে সাজ-বস্ত্ৰ (পানী-দুনি) খোৱা বাবে অসমীয়াৰ মানত নগা হাজিসখী (সাজীসখী) হ'ল। অসম-ৰজাই নগাক খাত-পাম দি, নগা-কটকী, নগা-চৌতাং পাতি তেওঁবিলাকৰ লগত অসমীয়াৰ অভেদ সম্বন্ধ চিৰস্থায়ী কৰিলে। মাটিৰ টেকেলি কলহ একেলগে থাকিলেও কেতিয়াবা ঠেকাঠেকি লাগে; সেইদৰে পৰ্ব্বতীয়া জাতিবিলাকৰ লগত ভৈয়ামৰ মানুহবো কেতিয়াবা কেতিয়াবা এখন-দুখন কাজিয়াযে নেলাগিছিল এনে নহয়। সেইবোৰ কাজিয়া কিন্তু খন্তেকীয়া। অলপ দিনৰ পাছতে আকৌ মিল হৈছিল। পৰস্পৰে মিতুৰ বুলি সম্বোধন কৰি পূৰ্ব্বৰ মিত্ৰতাকে ৰক্ষা কৰিছিল। ৰুদ্ৰসিংহ স্বৰ্গদেৱৰ আজ্ঞা পালি গাৰো, জয়ন্তীয়া, কছাৰী, মণিপুৰীয়া, নগা, ডফলা সকলোৰে সৈন্যই ফকলি মাৰি কৰতীয়া গঙ্গা অসমৰ ভিতৰ কৰিবলৈ ওলাইছিল। খ্ৰীষ্টীয় পঞ্চদশ শতিকাৰ পাছত যেতিয়া সৰু সৰু ৰাজ্যৰ খাল-ডোংবোৰ পুতি সকলোকে একত্ৰ কৰা হ'ল, তেতিয়াৰপৰা ৰাজনৈতিক, সামাজিক আৰু আৰ্থিক সম্বন্ধত পৰ্ব্বত-ভৈয়াম চাপ খাই আহিল আৰু কোনেও কাকো এৰিব নোৱাৰা হ'ল। অতীতৰ নিয়ম অনুসৰি অসম ৰজাৰ অনুগ্ৰহত কটকী চৌতাং-বহতীয়া লৈ অসমৰ দাঁতিকাষৰীয়া-পৰ্ব্বতীয়া জাতিবিলাকে ৩৫০০০৲ টকা পৰিমিত খাত-পাম-বিল আদি উপভোগ কৰিবলৈ পাইছিল। মুঠৰ ওপৰতে থলুৱা-পৰ্ব্বতীয়া অসমীয়াৰ মাজত সদ্ভাৱ-সম্প্ৰীতি স্থাপন কৰাত স্বৰ্গদেৱসকলৰ বুদ্ধি-পৰাক্ৰম আৰু জাতত তোলা প্ৰথাই প্ৰধান গুৰি। তাতে সোণৰ সাঁকো পাৰি দিলে মহাপুৰুষ শ্ৰীশঙ্কৰদেৱৰ প্ৰৱৰ্ত্তিত বৈষ্ণৱ ধৰ্ম্মই—যাৰ কৃপাত গাৰোৰ গোবিন্দ আতৈ, নগাৰ নৰোত্তম আতৈৰ পৰ্ব্বতীয়া শিষ্যসকল আজিও সংস্কৃত হৈ আছে। ইয়াৰ উপৰিও, ১৬৫৯ খ্ৰীষ্টাব্দত নগাঁৱৰ জখলাবন্ধা সত্ৰৰ কৃষ্ণানন্দদেৱ গোস্বামী ব্ৰহ্মচাৰীয়ে মণিপুৰীয়া কোঁৱৰ দীপসিংহক বৈষ্ণৱ ধৰ্ম্মত দীক্ষিত কৰি মণিপুৰতো অসমীয়াৰ সংযোগ সংস্থাপন কৰে।

ভৈয়ামৰ মানুহৰ লগত জীৱন-নিৰ্ব্বাহতো পৰ্ব্বতীয়াসকলৰ নিকট সম্বন্ধ। দৈনন্দিন ব্যৱহাৰ কৰিব লগীয়া বস্তু যোগোৱাত তাৰ বিনিময়ে ভৈয়ামৰ মানুহক বৰ-

খামতিয়ে ৰূপৰ খনিৰ কেঁচা ৰূপ দিছিল ; বিচাগামে বিচাবিহ, চিংফৌৱে পীহ, তাম, ৰূপ আৰু মান দেশৰ জাংফাই কেৰু যোগাইছিল। গাৰোৰ দা-কটাৰী নগাৰ লোণ, নগা-যাঠী, মিৰিৰ জিম কাপোৰ, খামতি-দা, মিচিমি তিতা, মজাঠী, আবৰ-জিম, গান্ধকলাই, হাতীদাঁত, এইবোৰ আটকীয়া বস্তু পৰ্ব্বতীয়াসকলৰেই দান।

কিন্তু, বৃটিছে "ন ধাৰা, ন নীতি" উলিয়াই, পৰ্ব্বতীয়া জাতিবোৰক গহিত ৰূপে ব্যৱহাৰ কৰি গিহঁতৰে সৈতে সততে যুদ্ধ লগাই পৰ্ব্বত-ভৈয়ামৰ ভিতৰত থকা চিৰকলীয়া সম্ভাৱৰ বিৰোধ ঘটালে। তথাপি আগ্নেয় অস্ত্ৰেৰে যেতিয়া জাতিকেইটাক দমন কৰি ললে তেতিয়া সিবিলাকৰ মাজত শান্তি স্থাপন কৰিবলৈ কৰ্তৃপক্ষই পৰ দেশৰপৰা মানুহ নানি এইসকল অসমীয়াকে নিযুক্ত কৰিছিল :—মণিৰাম দেৱান, ভোলানাথ পৰ্ব্বতীয়া ফুকন, মোহন চন্দ্ৰ বৰুৱা, লয় কটকী, কান্দুৰা দেচুভীয়া, গেজেৰা হবকৰা, লাহমন দাৰোগা, যাদৱচন্দ্ৰ বৰুৱা, ভোগচান্দ গগৈ, নিৰাময় ডেকাফুকন, বাপুৰাম শলাল গোহাঁই, জীৱেশ্বৰ বৰুৱা আৰু চন্দ্ৰকান্ত গোহাঁই। থল-পৰ্ব্বতী সম্বন্ধৰ অধ্যায়টো চুম্বক কৈ মাত্ৰ উনুকিৱা হ'ল।

## ব্ৰহ্মপুত্ৰৰ বিভিন্ন নাম

থল-পৰ্ব্বতীৰ মাজেদি বৈ যোৱা ব্ৰহ্মপুত্ৰখনেই এটি ডাঙৰ ঠেক যাৰ ওপৰত ভিৰ দি পুৰণি অসমৰ প্ৰতিকৃতিখন ভালকৈ চাব পাৰি। ভাৰতীয় সংস্কৃতিৰ সমন্বয় ঘটাবলৈ হলে, যুগে যুগে পোৱা এই নদৰ নাম কেইটাৰ সম্ভেদ পাব লাগিব। ৺প্ৰেমধৰ চলিহাই ব্ৰহ্মপুত্ৰ নদৰ এই কেইটা প্ৰাচীন নাম উল্লেখ কৰিছে—হ্ৰদিনী, হ্ৰদ্য, অন্তঃশীলা, খাটাই, ব্ৰমী, চায়ন, ধৌনী, পছিনেচ, চেৰিচিলিচ, খামাউন, কামচ, দুঐনচ, কৰহট্টীকা, ক্লকৰ, কায়া আৰু দিয়ামে। এই নামবোৰৰ আঁতধৰি পৰ্শুৰামকুণ্ডই পাৰ ভঙাৰ আগৰ অন্ধকাৰ যুগটোৰ অলপ নহয় অলপ সন্ধান পাব পাৰোঁ।

## ঠাই-নামৰ বুৰঞ্জী

অসমৰ বুৰঞ্জীপ্ৰসিদ্ধ ঠাই-নামবোৰৰ ৰূপটোহঁত ঠাৰে-ঠিকে ৰক্ষা কৰা উচিত। অসমৰ গাওঁ-ভূঁই সকলোৱেই একোটা একোটা শিল্প চৰ্চাৰ কেন্দ্ৰ, নাইবা একোখন-একোখন শৌৰ্য্য-বীৰ্য্যৰ থলী, নতুবা সভ্যতা-সংস্কৃতিৰ একোখনি অন্তঃসলিলা ফল্গু নদীলৈ আঙুলিয়াই দিয়ে। সেই নামৰ লগত অতীত-গৌৰৱ একোটি জড়িত আছে বুলিয়েই সকলোৱে তাৰ নাম সুঁৱৰি আত্মপ্ৰসাদ লাভ কৰিব পাৰে। আজিও গুৱাহাটীক গৌহাটী বোলা, মাণিক চৰক মান-কাচাৰ বোলাত আমাৰ ঐতিহ্য গৌৰৱৰ লাঘৱ হৈছে। নিমাতী বৰফুকনে অসম-বুৰঞ্জীৰ এটা অধ্যায় সৃষ্টি কৰি গ'ল, অথচ তেওঁৰ ক্ৰিয়া-কলাপৰ কেন্দ্ৰস্থলক আমি নিমাতী নুবুলি "নিয়ামাটি" বুলিবলৈ শিকিছো। "পোৱা" নামৰ টিলা এটাত থকা এখন গাঁৱৰ নাম চাৰিভাগৰ এভাগ কৰি "মক্কা"ৰ চতুৰ্থাংশ পাতিলে নাম মাহাত্ম্য তললৈ নমোৱা হয়। জীমখানা, হোটেলখানাৰ আহি লৈ, ঢকুৱাৰে মাটি খানি আনি ভেটি কৰা ঠাইডোখৰক "ঢকুৱাখানা" বুলিলে বান্দৰালি কৰা হয় মাত্ৰ।

সোনাই তামুলীয়ে পতা ন-গাঁওখনে “ন-গাং”, আৰু বৰদোৱা থানৰ ২০০০ ভকতৰ বিশিষ্ট অংশ বসতি কৰা “ভকত গাওঁ”খনে আজিও যে “ভকত গাং” বুলি নির্দ্দেশ দি আছে—দেখি-লেখি-পঢ়ি আত্মচৈতন্য-হীনতাত পেটতে হাত-ভৰি লুকাইছে।

## “আজান” বা “আজান ফকিৰৰ জিকিৰ গীত”

“দিন হলে ৰাতি হয়, আজান (আজান ?) ফকিৰেও জানে”—এই পটন্তৰ-টোৰ পৰ্ব্বতিত কোনো এক ধৰ্ম্মাৱলম্বী মানুহেই যে ধৰ্ম্মৰ নামত এটা জাতি হব নোৱাৰে সেই কথাৰ গূঢ় তত্ত্ব সোমাই আছে। আলিগড় বিশ্ববিদ্যালয়ৰ বুৰঞ্জীৰ অধ্যাপক মহম্মদ হবিবে সৌ সিদিনা ১৯৪৭ চনত যে ভাৰতৰ মুছলমান ভাৰতীয় বুলি ঘোষণা কৰিছে, আমাৰ আজান ফকিৰে কিন্তু অসমৰ মুছলমান অসমীয়া বুলি দুশ বছৰৰো আগতে সঙ্কেত দি গ'ল। আজান ফকিৰেই অসমলৈ আহি 'কোৰাণ-ভাগৱত'ৰ সামঞ্জস্য ৰক্ষা কৰি, মাদুৰীমন কণ্ঠত বহি জিকিৰ গীতেৰে ইছলাম ধৰ্ম্ম প্ৰচাৰ কৰি গ'ল। সেই প্ৰচাৰৰ বাহন আছিল অসমীয়া জাতিৰ প্ৰাণৰ বস্তু অসমীয়া ভাষা। শিৱসাগৰৰ মহম্মদ হুছেইন হাজৰিকাই শ-দিয়েক জিকিৰ গীত সংগ্ৰহ কৰি থৈছে। অসম-চৰ্কাৰে অলপ হাত উজান দি সহায় কৰিলে, সংগ্ৰাহকৰ মনোবাঞ্ছা পূৰ্ণ হয় আৰু অসমীয়া বুৰঞ্জী-সাহিত্যও পৰ্বঠ হোৱাৰ সম্ভাৱ ওলায়। আজান ফকিৰৰ গীতৰ বাহিৰেও, বিচাৰিব জানিলে নগাঁও-দেৰগাঁও আৰু চাৰিআলি-চানগুৰি ফালে কাৰ্চীভাষাৰপৰা অনুবাদ কৰা এনে বহুত পুথি ওলাব—যিবোৰ ভাষাত ঘনিষ্ঠানালো বঙলাৰ চাট নাই আৰু যিবোৰে, চাহিবুদ্দিন টালিছে যে “ফাঠিয়া-ই-ইব্ৰিয়াত” “অসমৰ মুছলমানে অসমীয়াক হে ভাল পায়” বুলি ১৬৬৪ খ্ৰীঃত লেখি থৈছিল সেই কথাৰ প্ৰতিপন্ন কৰে।

## অসমৰ বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগ

স্বৰ্গীয় ৰায় বাহাদুৰ ৰাধাকান্ত সন্দিকৈ ডাঙৰীয়াৰ বদান্যতা আৰু ডক্টৰ সূৰ্য্যকুমাৰ ভূঞাৰ প্ৰাণপৰিশ্ৰম চেষ্টাৰ ফলত বৃটিছৰ আমোলতে অসমৰ বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগটো প্ৰতিষ্ঠা কৰা হয়। ডক্টৰ ভূঞাই হৈছে ইয়াৰ হৃৎপিণ্ড। বৃটিছ-আমোলতে এখেতৰ দ্বাৰাই সম্পাদিত সৰহ ভাগ আপুৰুগীয়া অসম-বুৰঞ্জী এই বিভাগে প্ৰকাশ কৰে। সেই আমোলতে আৰম্ভ কৰা Anglo-Assam:ese Relations বা “ইংৰাজ-অসমীয়াৰ সম্পৰ্ক” নামৰ গৱেষণাপূৰ্ণ বিৰাট আৰু বিস্তৃত বুৰঞ্জীখনো (খ্ৰী° ১৭৭১-১৮২৬) ১৯৪৯ চনত বাহিৰৰ আগতৈ ওলায় আৰু এই বিভাগেই তাৰ খৰচ বহন কৰে। তেতিয়াৰপৰা বিভাগটো চেঁচেঁৰা পৰা দেখা গৈছে। বিভাগীয় মুখ্য-মুখ্য সকলৰ কোনোজন দিহিঙত, কোনোজন মহঙত থকা বাবে গৱেষণাকাৰীৰ গৱেষণা কৰাতো অসুচল ঘটিছে। ৰাজনৈতিক স্বাৰ্থই প্ৰৱেশাধিকাৰ লাভ কৰাত বিভাগটোৱে উন্নতি কৰিব পৰা নাই বুলি, অনুমান হয়। যোগ্যজনৰ সুদৃষ্টিৰ অভাৱত অনুষ্ঠানটোৰ সৌন্দৰ্য্য ম্লান পৰিছে। কাৰ্য্য-সম্পাদনৰ পৰিকল্পনা পৰিপুষ্ট হৈয়ে আছে, পুৰাতত্ত্ব সম্পৰ্কীয় সকলোতে পুঁজিৰ অভাৱ হেতুকে কোনো কাৰ্য্যলৈকে অগ্ৰসৰ হব পৰা নাই।

আশা কৰো, অচিৰেই দীৰ্ঘদৃষ্টিসম্পন্ন ব্যুৎপত্তিমন্ত বুৰঞ্জী বিজ্ঞৰ দ্বাৰায় অসম বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগটো উদ্ভাসিত হব। অন্ততঃ আহোম ভাষাত লেখা বুৰঞ্জীসমূহ অসমীয়া ভাষালৈ অনুবাদ কৰিবলৈকে আহোম ভাষা শিকিবলৈ এটি বৃত্তি দিয়া নিতান্ত উচিত। সংস্কৃত ভাষাত উপযুক্ত পণ্ডিতৰ অভাৱত পুৰাতত্ত্বৰ পুথিসমূহ তাতে ভেঁকুৰিছে। আয়ুৰ্বেদীয় গ্ৰন্থবিলাকৰো সদগতি হোৱা নাই।

## বুৰঞ্জী পৰিষদ

পুৰণি পুথি, শিলালিপি, মূৰ্ত্তি-প্ৰতিমা আদিৰ ভগ্নাৱশেষ গোটাই থবলৈ ১৯১২ চনতে পণ্ডিত হেমচন্দ্ৰ গোস্বামীৰ উদ্যোগত আৰু ৰায় বাহাদুৰ কালিচৰণ সেন আৰু ৺চন্দ্ৰনাথ শৰ্ম্মাৰ সহযোগত কামৰূপ অনুসন্ধান সমিতি স্থাপিত হয়। তাৰ পিছত তাকেই বহলাই এক অংশ অসম যাদুঘৰ কৰা হয়। ৰায় বাহাদুৰ কনকলাল বৰুৱাই মন্ত্ৰীত্ব আৰু ব্যক্তিত্বৰ প্ৰভাৱ বিস্তাৰ কৰি যাদুঘৰটিৰ অভ্যুদয় বৃদ্ধি কৰে। ৰায় বাহাদুৰৰ আশাশুধীয়া পৰিশ্ৰমৰ ফলতেই আমি অনুসন্ধান সমিতিৰ পত্ৰিকা এখন পাইছিলো। কিন্তু তেওঁৰ অবিহনে সেই কাকত চলাবলৈ সামৰ্থ্য থকা লোক নোলোৱাত অকালতে কাকতখন মৰি থাকিল। বুৰঞ্জীৰ অন্তৰ্গত সকলো বিভাগৰ বিষয়ে আলোচনা কৰিবলৈ কাকত এখন যে অত্যন্ত আৱশ্যক তাক কোৱাৰ সকাম নাই। অনুসন্ধান সমিতি আৰু যাদুঘৰ ৰক্ষণাবেক্ষণৰ নিমিত্তে অসম চৰকাৰে মাহে ১০০০৲ টকা দিয়ে বুলি শুনা যায়। সেই টকাৰে কি কাম হৈছে অনুসন্ধিৎসুসকলে এবাৰ ভুমুকি মাৰি চোৱা উচিত।

মহাৰাষ্ট্ৰ-উৰিষ্যা প্ৰভৃতি ৰাজ্যৰ দৰে আমাৰ ইয়াতো বুৰঞ্জী পৰিষদ এখন গঠন কৰা আৱশ্যক। সেই পৰিষদৰ সভ্যসকলৰ ভিতৰত যাৰ যি যুগত ৰাপ, তেওঁক সেই যুগৰ বিষয়ে চিন্তা চৰ্চ্চা কৰিবলৈ নিযুক্ত কৰিব লাগে। একেজনেই বুৰঞ্জীৰ আদ্যোপান্ত ঘোলোকা অসম্ভৱ। সেইদেখি বুৰঞ্জী, প্ৰত্নতত্ত্ব শিলালিপিপাঠ, নৃতত্ত্ব আদিৰ বিষয়ে জনা বিশেষজ্ঞ সকলৰ এখন পৰিষদ গঠন কৰিব পাৰিলে, আন নহলেও বুৰঞ্জী সামগ্ৰী কিছুমান পোহৰলৈ আহিব। অৱশ্যে, পৰিষদৰ ব্যয়ভাৰ চৰকাৰী-বেচৰকাৰী দুইৰো গাত থাকিব লাগিব।

## খনন-কাৰ্য্য

প্ৰাগ্‌জ্যোতিষপুৰ, ডিমাপুৰ, শোণিতপুৰ, সধয়াপুৰ, কামপুৰ, ৰতনপুৰ, ৰংপুৰ প্ৰভৃতি পৌৰাণিক ঠাইৰ মাটিৰ তলত স্থাপত্য-ভাস্কৰ্য্যৰ চানেকি পোত খাই আছে। প্ৰাচীন সম্পদ বিচাৰি কোনেও আজিলৈকে আঁচোৰ এটাও মৰা নাই, নাইবা তাত কোৰৰ চাব এটা মৰাবলৈকো কপৰ্দ্দক এটা আচুতীয়াকৈ থোৱা নাই। বৃটিছ গৱৰ্ণমেণ্টে বাৰু নথলে বা নেখানিলে দেখিবলৈ ভাল, আমাৰ নিজা চৰকাৰে নো সেই বিদেশী গৱৰ্ণমেণ্টৰ দৰেই এতিয়াও হাত সাবটি ভাঁকৈ চাই থাকিব পায় নে? একে লগৰে উৰিষ্যা প্ৰদেশে খনন কাৰ্য্যত হাতীপুৰ দি লাগিছে। কেন্দ্ৰীয় গৱৰ্ণমেণ্টৰপৰা সেই অনুপাতে লাখ-বিলাখ টকা সাহায্যও আদায় কৰিছে। তাত কামো হৈছে সেইদৰে।

মাটিৰ তলত পোত খাই থকা শিশুপাল নগৰ আৱিষ্কাৰ কৰি ভাৰত বুৰঞ্জীত যুগান্তৰ আনিছে। কোনে জানে অসমৰ ভুগৰ্ভতো খানিলে-কুৰুকিলে তেনেকুৰা অনন্ত শায়িত অলৌকিক নগৰ মন্দিৰেই কিজানি ওলায়। কিজানিবা গিয়েই বুৰঞ্জী-মণ্ডলত আকৌ তল-ওপৰ লগাই দিয়ে। মাজুলীৰ ৰতনপুৰে ঐতিহাসিক এন্দুৰ-কুমাটিক আহ্বান কৰিয়েই আছে।

## পুৰ্ত্তৱিভাগৰ অফিচ লাগে

প্ৰাচীন কীৰ্ত্তিসমূহ ৰক্ষণাবেক্ষণ কৰা যাই অফিচটো আছে সুদূৰ নতুন দিল্লীত। অসমত থকা দৌল-মন্দিৰ, মঠ-মছিদৰ মৰ্ম্ম তাৰপৰা বুজা টান। শিৱসাগৰৰ শিৱদৌলৰ সোণৰ কলচীটো ভাগি পৰিবৰ কিমান দিন হ'ল, তথাপি তাক পুনৰ সংস্থাপন কৰিবলৈকো কাৰো কাণসাৰেই নহ'ল। চৰকাৰে চকু নিদিয়াত কত কীৰ্ত্তি যে এইদৰে ধ্বংসস্তূপত পৰিণত হৈছে, তাৰ কিবা সম আছে নে? সেইবোৰ সঘনে চাইচিঁতি ফুৰিবলৈ আৰু আৱশ্যক অনুসৰি লবালৰিকৈ ধ্বংস-নিবাৰক ব্যৱস্থা লবলৈ ঘৰতে এটি প্ৰাচীন কীৰ্ত্তি-ৰক্ষাৰ অফিচ বা পুৰ্ত্তৱিভাগ লাগে।

## পুথি-সংগ্ৰহ

বৃটিছ আমোলৰ দিনতে পণ্ডিত হেমচন্দ্ৰ গোস্বামীয়ে চৰকাৰী বিষয়া হিচাপে যি পুথি-পাঁজি সংগ্ৰহ কৰিলে তাৰেই গোস্বামীদেৱে কলিকতা বিশ্ববিদ্যালয়ত অসমীয়া ভাষাৰ ন্যায্য স্থান দি থৈ গ'ল আৰু তাকেই অৱলম্বন কৰি আজি আমি অসমীয়া ভাষাৰ সুচিন্তিত প্ৰবন্ধকো লেখোহঁক। বৰফুকনৰ নামত আজি ৰাজ্যপালৰপৰা আৰম্ভ কৰি খৰিভাৰী হজুৱালৈকে অসমৰাজ্য হেন্দোলদোপ লাগিছে সেই লাচিতৰ জীৱন কাহিনী উলিয়াই দিলে ঘোপমৰা এন্ধাৰৰপৰা এই হেমচন্দ্ৰ গোস্বামীয়েই; অথচ চৰকাৰৰ পুৰাতত্ত্ব বিভাগত তেওঁৰ এখন প্ৰতিকৃতি নাই। বিশ্ববিদ্যালয়ৰ ছাত্ৰইনো কিমান মনত পেলায়, তাকো প্ৰশ্ন কৰিব লগীয়া!

এতিয়াও অজস্ৰ পুথি অসমীয়া মানুহৰ ধোঁৱাচাঙে-চাঙে আছে। লাচিত বৰফুকন কেতিয়া মৃত্যু হ'ল এতিয়াও আমি কব নোৱাৰোঁ। অইন কি, শ্ৰীমন্ত শঙ্কৰদেৱৰ জন্মমাহ তিথি-নক্ষত্ৰৰ এতিয়াও খেলিমেলি ভগা নাই। মটক নে মতেক—এতিয়াও মতান্তৰ ঘটিয়েই আছে। 'জয়মতী'ৰ দেহা ত্যাগৰ কথাটিও ৰহস্যজনকভাৱেই মানি আহিছো। এনেকুৱা অনিশ্চিত কথাবোৰ বুৰঞ্জীৰ নিয়াৰিত দি নিশ্চয় কৰিবলৈ হলে, আমাক ভাল প্ৰমাণী পুথি লাগিব। সেইবিলাক পোৱাৰ আশা এতিয়াও মাৰ যোৱা নাই। ছিলঙত "পৰ্ব্বত-ভৈয়ামৰ সংস্কৃতি" ভাৱনা কৰিবলৈ সততে গদগদ হৈ থকা অসম চৰকাৰে হেজাৰদিয়েক টকা পুথি অনুসন্ধানৰ ফালে ছটিয়াই দিলে কিনো অকাৰ্য্য কৰা হব? এনেকুৱা চাবিটীয়া শূন্যৰ টকা কত পানীত পৰি উটি গৈছে! তাৰ লগতে জানিবা অনুসন্ধানৰ টকাটোও পৰিল—তাত নো কাৰ কাঁহীপাতে গা কাটিব? সেই বুলি, বুৰঞ্জীৰ ধাৰায় পদে-প্ৰমাণে অসমথিত কথা একোটাকে লৈ গৌৰৱ কৰি থাকিমনে?

## অনা-অসমীয়া ভাষাত অসম-বুৰঞ্জী

অসমৰ পৰিপাটি বুৰঞ্জী লিখিব পৰা অনেক সঁজুলি ভাৰতবৰ্ষে নেলাগে, ভাৰতৰ বাহিৰেও অনেক ঠাইত সাঁচি থোৱা আছে। কোচবেহাৰ, দ্বাৰভাঙ্গা, জয়পুৰৰ ৰাজিক গ্ৰন্থাগাৰত অসম-ৰজাৰ চিঠি-পত্ৰ আৰু অন্যান্য পুথি-পাঁজি আছে বুলি জানিবলৈ পোৱা গৈছে। শ্যাম বিপজিটৰী, হংকং, লাইপজিগ, লাইডেন, বাৰ্লিন কি মস্কোতো অসমীয়া পুথি থকাৰ সম্ভেদ ওলাইছে। বৃটিছ-মিউজিয়ম আৰু কমনৱেলথ বিলেছনচ্ অফিচ (ইণ্ডিয়া অফিচ লাইব্ৰেৰী)ত বহু পুথি আছে। সেইবোৰ অনাৰ ব্যৱস্থা কৰা উচিত। আজিলৈকে অসমৰ বিষয়ে ফাৰ্চী-ইংৰাজী আদি সাহিত্যত ওলোৱা অসম-সম্পৰ্কীয় সকলো পুথি-প্ৰবন্ধ অসমীয়ালৈ এতিয়াই তৰ্জ্জমা কৰি থব লাগিব। কিয়নো, অলীক হলেও, কল্পনা বাস্তৱত পৰিণত হলে অৰ্থাৎ ইংৰাজী ভাষা আমাৰ দেশৰপৰা উঠি গলে, সেইবোৰ আমাৰ কাৰণে দুৰ্ণাক্ষৰ সাধোন হবগৈ। চাৰ এডোৱাৰ্ড গেইট আৰু ডক্টৰ সূৰ্য্যকুমাৰ ভূঞাই সম্পাদন কৰা বিবলিয়গ্ৰেফী (পুথি-পঞ্জী) দুখনত থকা পুথি-প্ৰবন্ধখিনিকে সদায়তে অনুবাদ কৰিবলৈ লব লাগে। কিন্তু চাব লাগিব যাতে তাৰ বৈশিষ্ট্যৰ অলপো ন্যূন-টুটা নহয়। 'সাষ্টাঙ্গে প্ৰণিপাত'ৰ ঠাইত "সাষ্টাঙ্গে পূজা" লেখি, "আগমাচাৰ্য্য"ৰ সলনি "আহিবলৈ অনিচ্ছুক" বুলি, "আগম পন্থ" ঠাইত "আগমী পন্থী" কৰি মূলৰ অৰ্থত যেন বেমেজালি লগোৱা নহয়। অনুবাদকজনে ইংৰাজী ভাষা যেনেকৈ জানিব লাগিব, অসমীয়া ভাষা-সাহিত্য-বুৰঞ্জীতো তেওঁৰ তেনেকৈ হাত থাকিব লাগিব।

## প্ৰাচীন পত্ৰাৱলী

বহুদিনত আমাৰ কটকীসকলে নানান ঠাইলৈ চিঠি-পত্ৰ চলাচল কৰিছিল। সেইবোৰ উদ্ধাৰ কৰি প্ৰকাশ কৰিব পাৰিলে, সেই কালৰ এটি সুন্দৰ আভাস পাব পাৰি। "ত্ৰিপুৰা বুৰঞ্জীয়েই" তাৰ চাক্ষুষ প্ৰমাণ (অসম বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগৰ দ্বাৰায় প্ৰকাশিত)। ভাৰতৰ জাতীয় দপ্তৰখানাৰ (National Archives of India) ডাইৰেক্টৰ ডক্টৰ এচ্. এন. সেনে এনেকুৱা প্ৰাচীন পত্ৰাৱলী সম্পাদন কৰি এখনি বৃহৎ গ্ৰন্থ প্ৰকাশ কৰিছে। তাত, আমাৰ চন্দ্ৰকান্তসিংহ, বদনচন্দ্ৰ বৰফুকনে লেখা চিঠি খনদিয়েকো আছে। বঙলা পত্ৰাৱলীৰ মাজত সেইবিলাক সুমুৱাই দিয়া বাবে অসমীয়াখিতো নচ খালেই, সম্পাদনাতো ভালেমান ঠাইত অসমীয়া ভাষা নুবুজাত শব্দৰ অৰ্থ বিকৃত হৈছে। বুৰঞ্জী-প্ৰয়াসীসকলে এই বিলাকৰ শুধৰণি-কাম হাতত লোৱা উচিত। তদুপৰি, আমাৰ জাতীয় সম্পত্তি দৰ্শন ভাগৱতৰ পুথিকো বঙলা ভাষাৰ পুথি বুলি নতুন দিল্লীৰ বুৰঞ্জী-কংগ্ৰেছত প্ৰদৰ্শন কৰা হৈছিল। এনেবোৰ ভুল-ভ্ৰান্তি নিবাৰণৰ অৰ্থে প্ৰশাসনীয় বিভাগৰ দৰে অসম-বুৰঞ্জী বিভাগৰ এটি "বৈদেশিক পালিবিভাগ" লগা হৈছে। নহলে "লোকে নিব লক্ষ নাই, গিৰিহঁত মৰিব খবলি খাই।"

## অসম-সঁফুৰা

গেজেটীয়েৰ বা এন্চাইক্লপেডীয়াৰ আহিত আমাক এখন অসমৰ সঁফুৰা লাগে। তাহানিয়ে ৰায় বাহাদুৰ আনন্দচন্দ্ৰ আগৰৱালাই "অসমকোষ" নাম দি এনেকুৱা এখন

গ্ৰন্থ উলিয়াবলৈ সঙ্কল্প কৰিছিল। কিন্তু সিদ্ধি নহ'ল। সেই কল্পিত কাম তেওঁৰ বংশধৰ আমি এতিয়া কৰিবলৈ হাতত লোৱা উচিত। ই ইমান মহৎ কাম যে চৰকাৰৰ পূৰ্ণ সহযোগ নহলে কৰি উঠা টান। কষ্ট আৰু ব্যয় দুয়োটা সমান।

## পাঠ্য-তালিকাত অসম বুৰঞ্জী

অসমৰ হাই স্কুলসমূহত অসমৰ বুৰঞ্জী-বিষয়ে একো শিক্ষা দিয়া নহয়। ওলোটা পাকে "ইংল্যাণ্ডৰ বুৰঞ্জী" শিক্ষা দি ছাত্ৰৰ মূৰটোতো গধুৰ কৰা হৈছেই, অভিভাৱক-সকলৰ মূৰতো অনৰ্থক বোজা এটা চপাই দিয়া হৈছে। ৰাজনৈতিক নেতাৰ নিৰ্দ্দেশত লেখোৱা বুৰঞ্জী কেতিয়াও নিৰ্ব্বিকাৰ হব নোৱাৰে, বুৰঞ্জীৰ চৌভিতি পৰিদৰ্শন কৰিব পৰা বিজ্ঞলোকৰ হতুৱাই লেখোৱা বুৰঞ্জীয়ে নিশ্চয় বুৰঞ্জীপাঠত নতুন প্ৰেৰণা আনিব।

## স্বাধীনতা সংগ্ৰামৰ বুৰঞ্জী

আজিকালি বিদ্ৰোহীৰ অন্ত নাই। কিন্তু বিদ্ৰোহী কোন ? অনন্তকালৰপৰা চলি অহা একোটা ৰীতি বা ধাৰণা, নাইবা ভাৱ নতুবা বিশ্বাসৰ এটা নতুন বাট বিচনে আগগুৰি ভাবি দেখুৱাই দিয়ে তেৰেঁই বিদ্ৰোহী। আৰু সেই বিদ্ৰোহীয়ে যদি অতীত বৰ্ত্তমান-ভৱিষ্যতৰ সামঞ্জস্য থকা অন্তৰ্নিহিত চিন্তাত ব্যাপৃত থাকোঁতে কেনেবাকৈ প্ৰাণ বিসৰ্জ্জন দিব লগীয়া হয় আৰু বিসৰ্জ্জনো যদি তেওঁ অম্লানবদনে গ্ৰহণ কৰে তেতিয়া হে তেওঁক মুক্তি যুঁজাৰু দধীচি বুলি সন্মান কৰাৰ সাৰ্থক হয়। স্বাধীনতা সংগ্ৰামৰ বুৰঞ্জীত এনে সূত্ৰৰ অন্তৰ্গত যুঁজাৰুসকলৰ কাৰ্য্যকলাপ লিপিবদ্ধ হোৱা বাঞ্চনীয়। চিংফৌৰ নিংৰুথুমুঙ্গ, জয়ন্তী-ৰাজ ইন্দ্ৰসিংহ, মণিপুৰৰ টীকেন্দ্ৰজিত সিংহ, নগাৰ ৰাণী গাইদালু, কছাৰীৰ তলাৰাম সেনাপতিলৈ এই বুৰঞ্জীত নিৰ্দ্দিষ্ট ঠাই থব লাগিব। স্বাধীনতা সংগ্ৰামৰ নিমিত্তে সজাগ আৰু সষ্টম কৰি ৰাখোঁতাসকলকো ইয়াৰ অন্তৰ্গত নকৰিলে বুৰঞ্জী সম্পূৰ্ণ নহয়।

সদৌ শেহত, সকলোকে ধন্যবাদ জ্ঞাপন কৰি জনাওঁ যে ৰাজনৈতিক চিন্তা-ৰাশি বুৰঞ্জী জ্ঞানেৰে শোধন কৰি নললে ভাৰত-বুৰঞ্জীৰ "'৫৭ সালৰ" ঘটনাই পুনঃপৌনিক ৰূপে অভিনয় কৰাৰ সম্পূৰ্ণ আশঙ্কা। চাৰ জন চিলী আৰু মাননীয় জষ্টিছ এম্. চি. চাগলাই বুৰঞ্জীৰ বিষয়ে একোটি অভিমত প্ৰকাশ কৰিছিল ; তাকেই দোহাৰি মোৰ বক্তব্য সামৰিলো। সেই অভিমতৰ সাৰ মৰ্ম্ম হৈছে, "ঐতিহ্য আৰু আদৰ্শবিহীন ৰাষ্ট্ৰ গুৰিয়াল নোহোৱা হোলোং নাৱৰ নিচিনা—চাৰবটোৰে পতি টলংভটং। ৰাষ্ট্ৰীয় কৰ্ণধাৰ-সকল ঐতিহ্যভ্ৰষ্ট হৈ পথভ্ৰান্ত যাতে নহয়, তাৰ নিমিত্তে প্ৰকৃষ্ট পথ নিৰ্দ্দেশ কৰি দিয়া-টোৱেই বুৰঞ্জীবিজ্ঞসকলৰ মুখ্য কৃত্য ॥" ৰাষ্ট্ৰ আৰু ঐতিহাসিকসকলৰ মাজত এনেভাৱি যোগসূত্ৰই যেন খিলঞ্জীয়াকৈ প্ৰতিষ্ঠাপিত হয়—এয়ে আজি ভগৱন্তৰ চৰণত প্ৰাৰ্থনা।

# দশম অধিৱেশনৰ সভাপতিৰ অভিভাষণ

যোৰহাট, ডিচেম্বৰ ১৯৫৪

শ্ৰীসুৰেশচন্দ্ৰ ৰাজখোৱা

প্ৰতিনিধিবৰ্গ, আৰু সমবেত ৰাইজ। আজিৰ এই বুৰঞ্জী-সভাৰ সভাপতি পদৰ সম্মান যচাৰ কাৰণে অভ্যৰ্থনা সমিতি আৰু অসম সাহিত্য-সভাৰ কাৰ্য্যনিৰ্ব্বাহক সমিতিক মোৰ আন্তৰিক ধন্যবাদ জনাইছোঁ। এই সম্মান-লাভৰ যোগ্যতা মোৰ নাই। কলেজীয়া ছাত্ৰ-হিচাপে বুৰঞ্জী মোৰ পাঠ্য-বিষয় আছিল। তাৰ পিছত কেইবছৰমান কলেজত বুৰঞ্জী অধ্যাপনা কৰিছিলো। সেয়েই এই সভাৰ সভাপতিত্ব কৰিবৰ কাৰণে যথেষ্ট যোগ্যতা কেতিয়াও হব নোৱাৰে। সেই কাৰণেই মই পোনতে প্ৰধান সম্পাদকক আপত্তি দৰ্শাই কৈছিলো যে বুৰঞ্জী-চৰ্চ্চা বা গৱেষণা বিশেষ মই একো কৰিব পৰা নাই গতিকে আন এজন যোগ্য লোকক আপোনালোকে এই ভাৰ দিয়ক। মোৰ আপত্তি নৰজিল। সাহিত্যৰথী বেজবৰুৱা ডাঙৰীয়াৰ কথা এষাৰ উল্লেখ কৰি প্ৰধান সম্পাদকে কলে,—"আপুনি জেলেপি তৈয়াৰ কৰিব নাজানিলেও খাব জানে, সেয়ে হব।" জেলেপি খাওঁ সঁচা, কিন্তু তাৰ ৰস আস্বাদন কিমান কৰিব পাৰোঁ তাৰ বিচাৰ আপোনালোকৰ হাতত এৰি দি আপোনালোকৰ নিৰ্দ্দেশ মানি সভাপতিৰ আসন নতশিৰে গ্ৰহণ কৰিলোঁ।

যিসকল মনীষীয়ে তেখেতসকলৰ অমূল্য ৰত্নৰাজিৰে অসমৰ বুৰঞ্জী-সাহিত্যৰ সম্পদ চহকী কৰি গৈছে বা এতিয়াও কৰি আছে তেখেতসকললৈ জয়জয়তে মোৰ শ্ৰদ্ধা নিবেদন কৰোঁ। পিটাৰ ৱেড, কাশীনাথ তামূলীফুকন, হলিৰাম ঢেকিয়াল ফুকন, হৰকান্ত সদৰামিন বৰুৱা, মণিৰাম দেৱান, গুণাভিৰাম বৰুৱা, ছাৰ এডোৱাৰ্ড গেইট, পদ্মনাথ বিদ্যাবিনোদ, কনকলাল বৰুৱা, সোণাৰাম চৌধুৰী, আনন্দচন্দ্ৰ আগৰৱালা, লক্ষ্মীনাথ বেজবৰুৱা, ৰজনীকুমাৰ পদ্মপতি, সৰ্ব্বেশ্বৰ কটকী, ৰোহিণীকান্ত হাতীবৰুৱা, গোলাপচন্দ্ৰ বৰুৱা, হেমচন্দ্ৰ গোস্বামী, কালিৰাম মেধি, বাণীকান্ত কাকতি, হিতেশ্বৰ বৰবৰুৱা, ময়িদুল ইচলাম বৰা আদি বহু জনৰ পুণ্য স্মৃতি মোৰ মনলৈ আহিছে। যিসকলে এতিয়া আমাৰ মাজতে থাকি অসমৰ বুৰঞ্জী চৰ্চ্চাত আত্মনিয়োগ কৰি আছে তেখেতসকলৰ ভিতৰত সাহিত্য সভাৰ সভাপতি ড° শ্ৰীযুত সূৰ্য্যকুমাৰ ভূঞা ডাঙৰীয়া অগ্ৰগণী। অসমৰ বুৰঞ্জীৰ ভঁৰাললৈ তেখেতৰ অতুলনীয় দানে অসমীয়া জাতিক চিৰঋণী কৰি ৰাখিব। যোৰহাটৰ বুৰঞ্জী অধিৱেশনৰ সভাপতি শ্ৰীযুত বেণুধৰ শৰ্ম্মা ডাঙৰীয়াই তেখেতৰ অননুকৰণীয় ভাষাত আমাৰ বুৰঞ্জী-সাহিত্য বহুত চহকী কৰিছে। আমি তেখেতৰপৰাও

আৰু বহুতো আশা কৰোঁ। তেখেতসকলৰ উপৰিও আৰু বহুতে অসম বুৰঞ্জীৰ বিভিন্ন ক্ষেত্ৰত চৰ্চা আৰু গৱেষণা কৰি, গ্ৰন্থৰ আকাৰে নতুবা প্ৰবন্ধৰ আকাৰে তেখেতসকলৰ দান আমাক দিছে। এইসকলৰ ভিতৰত প্ৰাচীন বুৰঞ্জীত ডক্টৰ শ্ৰীযুত বিৰিঞ্চিকুমাৰ বৰুৱা, শ্ৰীযুত খেমধৰ চৌধুৰী, শ্ৰীযুত ৰাজমোহন নাথ, আহোম যুগৰ বুৰঞ্জীত শ্ৰীযুত সৰ্বানন্দ ৰাজকুমাৰ আৰু শ্ৰীযুত ভুবনচন্দ্ৰ সন্দিকৈৰ নাম বিশেষকৈ উল্লেখযোগ্য। ডক্টৰ শ্ৰীযুত প্ৰতাপচন্দ্ৰ চৌধুৰীয়ে আৰু ড° শ্ৰীযুত হেৰম্বকান্ত বৰপূজাৰীয়ে প্ৰাচীন আৰু বৰ্তমান যুগৰ বুৰঞ্জীৰ বিষয়ে গৱেষণা কৰি দুখনি পুথি যুগুত কৰিছে। এইসকল আৰু আন যিসকলে বহুত বাধা-বিঘিনিৰ মাজতো বুৰঞ্জীৰ চৰ্চাত মনোযোগ দিছে, সেই সকলো-লৈকে আন্তৰিক শ্ৰদ্ধা নিবেদন কৰি আজিৰ কাম আৰম্ভ কৰোঁহক।

কোনো এক ক্ষেত্ৰত বৰ্তমানলৈকে হোৱা জ্ঞানৰ পৰিসৰ, বৃদ্ধিৰ চমু আভাস দি কোন কোন বিষয়ত আৰু কি বাটেদি সেই পৰিসৰ আৰু বৃদ্ধি কৰিব পাৰি, তাৰ উনকিয়াই দিয়াই সাধাৰণতে এনে ধৰণৰ সভাৰ সভাপতিৰ কাম। এই দায়িত্ব পালনৰ যোগ্যতা যে মোৰ নাই তাক আগতেই কৈছো, কিন্তু বুৰঞ্জীৰ ছাত্ৰ বুলি ঐতিহাসিক দৃষ্টিভঙ্গীৰে চোৱা অভ্যাস এটা কিছু পৰিমাণে হৈছে, এনেদৰে চাওঁতে অসম বুৰঞ্জীৰ বহুত সমস্যাৰ খেলি-মেলি ভাব কিছুমান কেতিয়াবা মনলৈ আহে। তাৰে কেইটামান সেই খেলিমেলি অৱস্থাতে আপোনালোকৰ আগত দাঙি ধৰিব খোজোঁ।—এই বুলিয়েই কিজানি তাৰ উত্তৰদিহ বা আঁত আপোনালোকে বিচাৰি উলিয়াব পাৰেই।

এসময়ত বুৰঞ্জী বুলিলে ৰাজনৈতিক বুৰঞ্জীকেই আমি বুজিছিলোঁ। যুদ্ধ-বিগ্ৰহ, ৰজা-মহাৰজা, আৰু সম্ভ্ৰান্ত শ্ৰেণীৰ বিৱৰণেই ঘাইকৈ বুৰঞ্জীত ঠাই পাইছিল। সেই সময়ত পুৰাণক বুৰঞ্জী বুলিলে বহুতে হাঁহি উৰাই দিছিল; কিয়নো তাত ৰজাঘৰীয়া বিৱৰণতকৈ ধৰ্ম্ম আৰু সমাজ-সম্বন্ধীয় কথাই ঘাই ঠাই পাইছে। আজিকালি বুৰঞ্জীৰ বিষয়-বস্তু সম্বন্ধে মতৰ পৰিবৰ্তন হৈছে। আজিৰ বুৰঞ্জী, সভ্যতা আৰু সংস্কৃতিৰ বুৰঞ্জী, জনসাধাৰণৰ বুৰঞ্জী। যেতিয়া বুৰঞ্জীক ঠেক ৰাজনৈতিক গণ্ডীৰপৰা মুক্ত কৰা হয় তেতিয়াই বুৰঞ্জীৰ ক্ষেত্ৰও বহল হৈ পৰে। বিখ্যাত ইংৰাজ ঐতিহাসিক টয়নবী চাহাবে তেখেতৰ প্ৰসিদ্ধ গ্ৰন্থ “Studies in History”ত প্ৰতিপন্ন কৰিছে যে একালে যেনেকৈ সমগ্ৰ মানৱ-জাতিৰ বুৰঞ্জী লিখিব নোৱাৰি, আনকালে তেনেকৈ কোনো বুৰঞ্জীকেই এখন দেশৰ বা এটা জাতিৰ চাৰিসীমাৰ ভিতৰতো আবদ্ধ ৰাখিব নোৱাৰি। অসমীয়া সংস্কৃতি আৰু সভ্যতাৰ বুৰঞ্জীৰ পম খেদি আমি কেৱল অসমৰ বাহিৰলৈকে নহয় ভাৰতৰ বাহিৰলৈও যাব লগীয়া হয়। আমাৰ সংস্কৃতিৰ ওপৰত মঙ্গোলিয়ান প্ৰভাৱ পৰাটো সকলোৱে মানি লৈছে। কিন্তু পণ্ডিতসকলে অনুমান কৰে যে তাৰো আগতে দক্ষিণ পূব প্ৰশান্ত মহাসাগৰীয় অঞ্চলৰ প্ৰভাৱ আমাৰ দেশত পৰিছিল। অষ্ট্ৰিক সভ্যতাৰ ঘাই সুঁতি সাগৰেদি আৰু দক্ষিণ ভাৰতৰ ওপৰে স্থল-পথেদি এই অঞ্চললৈ প্ৰবাহিত হৈ আহিছিল আৰু তাৰে এটা ওভতনী সোঁত অসমলৈ আহিছিল বুলি পণ্ডিতসকলে বিশ্বাস কৰে। খাচিয়া পৰ্ব্বতৰ মন খেমেৰ ভাষা অষ্ট্ৰিক সভ্যতাৰ দান। নগা পৰ্ব্বতৰ কন্যাক অঞ্চলৰ

ভাষাতো অষ্ট্ৰিক প্ৰভাৱ পৰিলক্ষিত হয় বুলি কোনো কোনোৱে বিশ্বাস কৰে। নগা পৰ্ব্বতৰ গাত থাপ কাটি খেতি কৰাৰ প্ৰণালী দক্ষিণ-পূব প্ৰশান্ত মহাসাগৰীয় অঞ্চলৰ পৰা অহা বুলি বহুতে সন্দেহ কৰে। পৰ্ব্বতৰ উচচ টিঙত বাস কৰা নগাসকলৰ জনশ্ৰুতিত নাৱৰ উল্লেখৰপৰা বহুতে অনুমান কৰে যে তেওঁলোকৰ সংস্কৃতিৰ ঘাই ভেটি মঙ্গোলিয়ান হলেও তাত সাগৰৰ সিপাৰৰ প্ৰভাৱো নপৰাকৈ থকা নাই।. হাটন, মিলচ্ আদি জনদিয়েক ইংৰাজ কৰ্ম্মচাৰীৰ বাহিৰে আমাৰ দেশৰ কোনেও এই বিশাল গৱেষণা ক্ষেত্ৰত হাত দিয়া নাই। তেখেতসকলেও এই বৃহৎ সমস্যাৰ এটা চুকহে এমাত্ৰ আৱিষ্কাৰ কৰি গৈছে। নৃতত্ত্ববিদ্, ভাষাবিদ্ আৰু ঐতিহাসিক-এই তিনিওৰো সমন্বয়তহে এই প্ৰাচীন যুগৰ বুৰঞ্জী উদ্ধাৰ সম্ভৱ।

প্ৰাক্‌ঐতিহাসিক যুগৰ বুৰঞ্জী-সমল লুকাই থাকে ভূগৰ্ভত। মাটি খান্দি শিলৰ সঁজুলি, শৱ-সৎকাৰ প্ৰণালী, পোৰা মাটিৰ মূৰ্ত্তি আৰু মাটিৰ বাচন এইবোৰ আৱিষ্কাৰ কৰি প্ৰত্নতত্ত্বই বুৰঞ্জীৰ হেৰোৱা পাঁত বিচাৰি উলিয়ায়। মহেঞ্জোদাৰো আৰু হাৰাপ্পাৰ খনন কাৰ্য্যই হেৰোৱা সিন্ধু সভ্যতাৰ বুৰঞ্জী এইদৰে উদ্ধাৰ কৰিলে। অলপ দিনৰ আগতে অহিচ্ছত্ৰম নগৰত এনেদৰেই পুৰণি হিন্দু সভ্যতাৰ হেৰোৱা যুগ এটাৰ চিন পোৱা গৈছে। আমাৰ ইয়াত এই প্ৰচেষ্টাৰ স্থল যথেষ্ট আছে; কিন্তু তাৰ বাবে চৰকাৰৰ স্থপতি বিভাগ এই সম্পৰ্কে সম্পূৰ্ণ উদাসীন। পৃথিৱীৰ বহুত ঠাইত আনকি ভাৰতবৰ্ষতো দুই এঠাইত বিশ্ববিদ্যালয়ৰ ফালৰপৰা এনে কাৰ্য্য হাতত লোৱা হৈছে। গুৱাহাটী বিশ্ববিদ্যালয়ে বুৰঞ্জী বিভাগ খুলিছে সঁচা, কিন্তু অসমৰ বুৰঞ্জী উদঘাটনত তৎপৰ নহলে এই বিভাগৰ কাম অসম্পূৰ্ণ হৈ থাকিব। উত্তৰ ভাৰতত প্ৰস্তৰ যুগৰ পিছত তাম আৰু পিতল যুগে আৰু তাৰ পিচতহে লোহ যুগে দেখা দিছিল। দক্ষিণ ভাৰতত কিন্তু স্বকীয়া তাম আৰু পিতল যুগৰ প্ৰমাণ পোৱা নাযায়। অসমৰ বেলিকা এই কথা এতিয়াও অনিশ্চিত। একমাত্ৰ প্ৰত্নতত্ত্বইহে প্ৰমাণ কৰিব পাৰিব যে প্ৰাক্‌ঐতিহাসিক যুগত অসমৰ সম্বন্ধ দক্ষিণ ভাৰতৰ লগত উত্তৰ ভাৰতকৈ বেছি আছিল।

ঐতিহাসিক যুগৰ এটা সমস্যা অসমত আৰ্য্য-সভ্যতাৰ বিস্তাৰ সম্পৰ্কে বৰ্ত্তমান যিবোৰ নিৰ্ভৰযোগ্য প্ৰমাণ পোৱা গৈছে তাৰ সহায়ত অসমত আৰ্য্য-সভ্যতাৰ বুৰঞ্জী খ্ৰী. পূ. ৪ৰ্থ শতাব্দীলৈকে নিব পাৰি। অলপতে মহাপুৰুষ দামোদৰ দেৱৰ তিথি উপলক্ষে দিয়া সভাপতিৰ অভিভাষণত অধ্যক্ষ শ্ৰীমনোৰঞ্জন শাস্ত্ৰীদেৱে অসমত প্ৰণীত হস্ত্যায়ুৰ্ব্বেদ পুথিৰ সময় খ্ৰী. পূ. ৬ষ্ঠ শতাব্দী বুলি অনুমান কৰিছে। তেখেতৰ অনুমান সঁচা হলে অসমত আৰ্য্য-সভ্যতাৰ বুৰঞ্জী প্ৰায় এহেজাৰ বছৰ আগলৈ যায়। সি যি কি নহওক তাম্ৰ শাসনৰ আগৰ যুগৰ বুৰঞ্জীৰ কাৰণে আমি সংস্কৃত আৰু পালি সাহিত্যত উপাদান বিচাৰিব লাগিব। আৰ্য্য-সভ্যতা বিস্তৃতিৰ সময়ত অসমৰ সংস্কৃতি আৰু সভ্যতা কি আছিল আমি সঠিককৈ কব নোৱাৰো। সম্ভৱতঃ বৰো সভ্যতাৰ প্ৰভাৱ তেতিয়া যথেষ্ট আছিল। আৰ্য্য-সভ্যতাৰ সংঘাতত এই সভ্যতা বা সভ্যতাসমূহৰ কি প্ৰতিক্ৰিয়া হৈছিল সিও এক গৱেষণাৰ বিষয়। দ্ৰাবিড়ী সভ্যতাৰ সংস্পৰ্শত আহি আৰ্য্য সভ্যতাৰ

বহুল পৰিবৰ্তন হৈ বৰ্তমানৰ হিন্দু সভ্যতাৰ ৰূপ দিয়ে বুলি পণ্ডিতসকলে বিশ্বাস কৰে। ভাৰতৰ পূৰ অঞ্চলত তেনে ধৰণৰ কি প্ৰতিক্ৰিয়া হৈছিল তাৰ প্ৰকৃত তথ্য এতিয়াও ওলোৱা নাই।

'কামৰূপ-শাসনাৱলী'ৰ যি যুগ তাৰ পৰৱৰ্তী যুগটো এতিয়াও আন্ধাৰে ঢাকি থৈছে। গুৰু-চৰিত পুথিসমূহত সেই যুগৰ আভাস পোৱা যায়। কিন্তু সকলো উপাদান গোটাই বৈজ্ঞানিক প্ৰণালীৰে বিশ্লেষণ নকৰিলে ঐতিহাসিক সত্য আৱিষ্কাৰ কৰিব পৰা নহয়। গুৰু-চৰিতসমূহত আৰু আদি চৰিত পুথিত বাৰভূঞাসকলৰ দুটা পৃথক বিৱৰণ পোৱা যায়। এই দুটাৰ কোনটো সত্য এই কথা লৈ মাজে মাজে বাদ-বিসম্বাদো দেখা যায়। কিন্তু সত্য অসত্যৰ মাজত বিচাৰ কৰিবলৈ গ'লে প্ৰকৃত সত্য নিৰ্দ্ধাৰণ কৰা টান। বাৰভূঞাৰ বাৰ শব্দটোক গোনপটীয়াভাবে লৈ বহুতে অনুমান কৰে যে কোনো এক বিশিষ্ট সময়ত বাৰ জন মাত্ৰ ভূঞা অসমলৈ আহিছিল। আচলতে কিন্তু বাৰ শব্দ 'বহুত' অৰ্থতহে ব্যৱহাৰ হৈছিল যেন অনুমান হয় আৰু যেয়ে হওক বাৰভূঞাৰ দুয়োটা মতকে ঐতিহাসিক বুলি মানি নোলোৱাৰ কোনো কাৰণ থাকিব নোৱাৰে। আমাৰ সত্ৰ-বোৰত প্ৰায়বোৰতে বুৰঞ্জী আছে। এই বুৰঞ্জীবোৰ সংকলন কৰি তাৰপৰাও মধ্য যুগৰ সামাজিক বুৰঞ্জীৰ বহুত আহিলাপাতি পাব পাৰি। আহোম যুগৰ বুৰঞ্জীৰ স স উপাদান ওলাই আছে, চেষ্টাও যথেষ্ট হৈছে, কিন্তু বহুত পুথি এতিয়াও সোঁৱাচাহৰ এলাহুৰে ঢাকি থৈছে। এইবোৰ সোনকালে উদ্ধাৰ নকৰিলে একেবাৰেই লোপ পাব। আহোমসকলৰ শাসন-পদ্ধতি সম্বন্ধে এটা কথা উনুকিয়াব পাৰি। আহোমসকলৰ ৰাষ্ট্ৰ-তন্ত্ৰ গুৰিতে কি আছিল আৰু আহোম ৰাজ্যৰ পৰিসৰ বৃদ্ধিৰ লগে লগে তাৰ কি পৰিবৰ্তন হৈছিল, এই বিষয়ে গৱেষণাৰ স্থল আছে যেন অনুমান হয়। ৺মণিৰাম দেৱানৰ 'বুৰঞ্জী-বিবেক-ৰত্ন' এটা কথাৰ উল্লেখ আছে। বিদেশী উকীল আহি দেখিলে যে আহোম ৰাজসভাত ৰজা আৰু মন্ত্ৰীৰ সাজ-পাৰ একে, কোন জন যে ৰজা আৰু কোন কেইজন মন্ত্ৰী জানিবৰ উপায় নাই। তেওঁ এই কথা ব্যক্ত কৰিলত মন্ত্ৰী দুজনে স্ব ইচ্ছাৰে আসোৱানকে আদি কৰি তিনিটা পদ ৰজাক এৰি দিলে। এই কাহিনীত এটা ঐতিহাসিক তথ্য নিহিত আছে যেন অনুমান হয়। গুৰিতো ৰজা আৰু ডাঙৰীয়া দুজনৰে পদমৰ্য্যাদা অনুসৰি হয়তো ডাঙৰীয়া দুজনৰ ৰাষ্ট্ৰীয় ক্ষমতাও ৰজাতকৈ কম কম নাছিল। পিছত ৰাজ্য বৃদ্ধিৰ লগে লগে আৰু বিদেশৰ প্ৰভাৱত ৰজাৰ পদমৰ্য্যাদা আৰু ক্ষমতা বাঢ়ি যাবলৈ ধৰিলে আৰু সেই অনুক্ৰমে ডাঙৰীয়াসকলৰ কমি আহিল। ৰজা আৰু ডাঙৰীয়াসকলৰ ভিতৰত ক্ষমতা লৈ হোৱা এই বিৰোধ কোনো বিদ্ৰোহ বা আভ্যন্তৰীণ যুদ্ধ-বিগ্ৰহ নোহোৱাকৈ সমাধান হৈছিল। কিন্তু আহোম ৰাজত্বৰ শেষ কাললৈকে তাৰ এটা সম্পূৰ্ণ নিষ্পত্তি হৈছিল যেন মনে নধৰে। কিয়নো যদিও শিঙৰী ঘৰত উঠি অভিষেক হোৱা ৰজাক ইন্দ্ৰৰ তুল্য বুলি মানি লোৱা হৈছিল তথাপি ৰজাক ভঙা আৰু পতাৰ অধিকাৰ ডাঙৰীয়া সকলৰহে আছিল, একালে Divine Kingship আনফালে অভিজাততন্ত্ৰ দুয়োটা যেন এটা cheque balance নীতিত চলিছিল।

বৰ্ত্তমান যুগৰ বুৰঞ্জীৰ প্ৰায় নিৰ্ভৰযোগ্য উপাদান পোৱা যায় চৰকাৰী কাকত-পত্ৰত। কিন্তু উপাদান পালেও এই যুগৰ পৰৱৰ্ত্তী চৰ্চ্চাৰ আন এটা ঘাই আহুকাল আছে ঐতিহাসিক সম্পূৰ্ণ নিৰপেক্ষ হব পাৰে নে নোৱাৰে এই বিষয়ে দুটা মত। বিখ্যাত গ্ৰীক্ ঐতিহাসিক পলিবিয়াচে কয় যে ঐতিহাসিকে স্বদেশপ্ৰেম, ব্যক্তিগত ৰুচি আৰু বন্ধুত্ব বিসৰ্জ্জন দিয়ে ইতিহাসৰ চৰ্চ্চা কৰিবলৈ লব লাগে। কিন্তু বিছপ ক্ৰেইটন্ ট্ৰিভেলিয়ান আদি বৰ্ত্তমান যুগৰ ঐতিহাসিকসকলে কয় যে সমবেদনা সহানুভূতি বাদ দি বুৰঞ্জী লিখিলে সেই বুৰঞ্জী নীৰস আৰু কঠুৱা হয়। সি যি কি নহওক নিজৰ প্ৰাধনিক অভিজ্ঞতা অনুসাৰে বুৰঞ্জী আলোচনা কৰা যে অন্যায় আৰু মাৰাত্মক এই বিষয়ে মতভেদ হব নোৱাৰে। আজিকালিৰ অনুষ্ঠানবোৰত জোৰকৈ হলেও পুৰণি কালৰ চাপ মাৰি দিয়াটো আমাৰ বহুতৰ এটা অভ্যাস হৈছে। বেদত সভা-সমিতিৰ উল্লেখ আছে বাবেই সভাক পালিয়ামেণ্ট আৰু সমিতিক কেবিনেটৰ লগত যেন তুলনা কৰিবই লাগিব। সুখৰ বিষয় লাহে লাহে এনে ধৰণৰ ঐতিহাসিকৰ সংখ্যা কমিছে। আলোচ্য যুগৰ কাল লিখকৰ যিমান ওচৰ হয়, লিখকে নিৰপেক্ষতা অৱলম্বন কৰাটো সিমানেই কঠিন হয়। সেই কাৰণে বৰ্ত্তমান যুগৰ বুৰঞ্জী চৰ্চ্চা কৰাৰ সময়ত উপাদানবোৰ চালি-জাৰি চাওঁতে বিশেষ সাৱধান হব লাগে যাতে অজ্ঞাতসাৰেও মনতে পাঙি লোৱা কথাই ঐতিহাসিক সত্য বুলি ঠাই নাপায়। স্বাধীনতাৰ হকে কৰা গণ-আন্দোলনক বিদ্ৰোহ আখ্যা দিয়া যেনেকৈ অন্যায়, এজন বা দুজন লোকে নিজ স্বাৰ্থ পূৰণৰ বাবে কৰা বিদ্ৰোহক গণ-আন্দোলন আখ্যা দিয়াও সমানে অন্যায়। বিশেষকৈ যথেষ্ট প্ৰমাণ নোপোৱাকৈ এটা বা দুটা উপকৰা প্ৰমাণৰ ওপৰত এটা ঐতিহাসিক তথ্য প্ৰতিপন্ন কৰিবলৈ চেষ্টা কৰা অতি মাৰাত্মক কথা। এতিয়া অসমৰ বুৰঞ্জী চৰ্চ্চাৰ বাবে বৰ্ত্তমানে সুধীসমাজে হাতত লব লগীয়া দুই এটা কাম উনুকিয়াই মোৰ বক্তব্য সামৰিব খোজোঁ।

(১) কামৰূপ অনুসন্ধান সমিতি আৰু পুৰাতত্ত্ব বিভাগৰ আশাতীত যত্নত বহুত পুৰণি পুথি আৰু তাম্ৰলিপি সংগ্ৰহ হৈছে। কিন্তু আজি অলপ দিনৰপৰা নানা কাৰণত এই কামত আশানুৰূপভাৱে আগ বাঢ়িব পৰা নাই। অৰ্থৰ অনাটনেই ইয়াৰ গুৰিত একমাত্ৰ কাৰণ নহয়। সুধীসমাজৰ আগ্ৰহ আৰু চেষ্টা হলে এই কাৰ্য্যত বহুতখিনি আগবাঢ়িব পাৰি। সংকলিত পুথিপাঁজিৰ সৎ-ব্যৱহাৰ কৰি গৱেষণাৰ সুবিধা কৰাটো সমানেই আৱশ্যক।

(২) ভাৰত চৰকাৰৰ 'আৰ্কিঅ'লজি' বিভাগৰ কোনো শাখা অসমত নাই। পূৰ্ব ভাৰতৰ কাৰণে যি শাখা আছে তাৰপৰা অসমৰ একো কামেই হোৱা নাই। ৰাইজ আৰু ৰাজ্যচৰকাৰে একেলগে ভাৰত চৰকাৰক ধৰিলে দ্বিতীয় পাঁচবছৰীয়া পৰিকল্পনাত অসমত এই বিভাগৰ শাখা এটা সাময়িকভাৱে হলেও খোলাটো সম্ভৱপৰ নহবৰ কোনো কাৰণ নাই।

(৩) ঐতিহাসিক নথি যিবোৰ চৰকাৰৰ ঘৰত আছে সেইবোৰৰ সুৰক্ষণৰ আৰু তাৰ বিৱৰণমূলক তালিকা এখন কৰাৰ অতি আৱশ্যক হৈছে। অলপ দিনৰ আগতে চৰকাৰী খৰচত দিল্লীত এই বিষয়ৰ শিক্ষা লৈ অহা অসমীয়া ডেকাজনক আমি এতিয়াও কামত লগাব পৰা নাই।

# একাদশ অধিৱেশনৰ সভাপতিৰ অভিভাষণ

গুৱাহাটী, ডিচেম্বৰ ১৯৫৫

## শ্ৰীবিৰিঞ্চিকুমাৰ বৰুৱা

অসম সাহিত্য সভাৰ মূল অধিবেশনৰ লগতে বুৰঞ্জী-শাখাৰ আয়োজন সমীচীন হৈছে। কিয়নো সাহিত্যৰ এটি প্ৰধান অঙ্গ বুৰঞ্জী। বুৰঞ্জী চৰ্চ্চাই সাহিত্যৰ সমৃদ্ধি সাধনত আৰু তাৰ পৰিসৰ বঢ়োৱাত বিশেষ সহায় কৰে। কেৱল কাব্য আৰু কাহিনীয়ে জাতীয় সাহিত্য পূৰ্ণাঙ্গ কৰিব নোৱাৰে। বুৰঞ্জী, বিজ্ঞান, দৰ্শন আদি জ্ঞান-বিজ্ঞানৰ সকলো পুথি প্ৰকাশ হলেহে অসমীয়া সাহিত্যৰ অপূৰ্ণতা আৰু অপুষ্টতাৰ অৱসান হব। বিশেষতঃ জাতিক ভালকৈ জানিবলৈ হলে স্বদেশৰ পুৰাতত্ত্ব, ইতিহাস, লোকবিৱৰণ,— এই সকলোৰে আলোচনা আৰু অনুসন্ধান বিশেষ প্ৰয়োজন। দেশৰ অতীত ইতিহাসৰ মাজতে জাতিৰ সমাজ, চিন্তাধাৰা, দৰ্শন লিপিবদ্ধ হৈ আছে। বুৰঞ্জীৰ জ্ঞান জাতীয় যুদ্ধত জয় লাভৰ অমোঘ অস্ত্ৰ। বুৰঞ্জীত সংগৃহীত হৈ থকা বহুদিনীয়া অভিজ্ঞতা জাতিৰ উন্নতি পথৰ পাথেয়। নিজক জানিবলৈ শিকোৱায়ে (আত্মানম্ বিদ্ধি) হৈছে বুৰঞ্জীৰ মহামূল্য উপদেশ।

বৰ গৌৰৱৰ বিষয় যে অসম দেশৰ বুৰঞ্জীৰ চৰ্চ্চা অতি প্ৰাচীন সৰ্ব্বভাৰতীয় সাহিত্যত ইতিহাসৰ অভাৱ সম্বন্ধে খ্ৰীষ্টীয় একাদশ শতিকাৰ তুৰ্কী লেখক আবুৰ-ইহান অল্‌বেৰুণীয়ে এই মৰ্ম্মে মন্তব্য কৰি গৈছে,—"

Unfortunately the Hindus do not pay much attention ot the historical order of things ; they are very careless relating to the chronological succession of their kings, and when they are pressed for information and are at a loss, not knowing what to say, they invariably take to tale-telling.

সৌভাগ্যবশতঃ অসম দেশ এই অভাৱৰপৰা মুক্ত। বুৰঞ্জী প্ৰণয়নৰ মূল প্ৰেৰণাৰ বিষয়ে আলোচনা কৰা পণ্ডিতসকলে কয় যে যেতিয়া কোনো দেশবাসীয়ে জাতীয় ঐক্য সাধন কৰিবলৈ সমৰ্থ হয় আৰু সেই শক্তিক নানা সাধন মাৰ্গেদি ৰূপ দি কীৰ্ত্তি অৰ্জ্জন কৰে তেতিয়া সেই কীৰ্ত্তি-কলাপসমূহ বুৰঞ্জীৰ ৰূপত প্ৰকাশ পায়। সেই পিনৰপৰা বিবেচনা কৰিলে প্ৰাচীন আৰু মধ্যযুগত বুৰঞ্জীৰ ৰচনাৰ প্ৰেৰণা অসমক তিনিটা অৱস্থাই যোগাইছিল বুলি অনুমান কৰিব পাৰি। প্ৰথম হৈছে প্ৰথিতযশা ভাস্কৰ-বৰ্ম্মা আৰু তেওঁৰ পৰবৰ্ত্তী ৰজাসকলে অসমীয়াক জাতীয়তাৰ সূত্ৰত সংগঠিত কৰিবলৈ কৰা প্ৰচেষ্টা। এই চেষ্টাৰ হেতু অসম দেশে কিছুকাল সৰ্ব্বভাৰতীয় বিশাল ক্ষেত্ৰত যশ আৰু প্ৰতিষ্ঠা লাভ কৰিবলৈ সমৰ্থ হৈছিল। বুৰঞ্জী ৰচনাৰ দ্বিতীয় প্ৰেৰণা যোগালে

গৌৰৱময় আহোমসকলৰ ৰাজত্ব কালে। আহোমৰ দিনত সৰ্ব্বভাৰতীয় ক্ষেত্ৰত অসম দেশে যি যশস্যা আৰু খ্যাতি লাভ কৰিছিল সেই জাতীয় কীৰ্ত্তি-কাহিনী বুৰঞ্জীৰ ৰূপত প্ৰকাশ পাইছে। তৃতীয় প্ৰেৰণাৰ সূত্ৰপাত হ'ল মহাপুৰুষ শঙ্কৰদেৱৰ আবিৰ্ভাৱত। পোন্ধৰ-ষোল শতিকাত মহাপুৰুষ শঙ্কৰদেৱৰ আবিৰ্ভাৱ পূৰ্ব্ব ভাৰতৰ ডাঙৰ ঘটনা। মহাপুৰুষ শঙ্কৰদেৱে গোটেই অসমবাসীক সম্মিলিত কৰি এক জাতীয়-চিত্ত সংগঠন কৰাৰ প্ৰয়াস কৰিছিল। মহাপুৰুষক কেন্দ্ৰ কৰিয়েই শদিয়াৰ পৰা কোচবিহাৰলৈকে আঞ্চলিক পাৰ্থক্য পাহৰি এক অসমীয়া সংস্কৃতি, সাহিত্য আৰু জাতীয় চিত্তৰ উদ্ভৱ হ'ল। তদুপৰি এই ধৰ্ম্মগুৰু আৰু চিন্তানায়কে সৰ্ব্বভাৰতীয় সাধনা আৰু চিন্তাধাৰাৰ পাৰ ভাঙি আধ্যাত্ম চৰ্চ্চা আৰু ধৰ্ম্মৰ অনুশীলনত অসমক ভাৰতৰ লগত এক সূত্ৰত বান্ধিলে। এই জাতীয় আন্দোলনৰ ফলত বুৰঞ্জীৰ সমপৰ্য্যায়ৰ চৰিত-পুথিসমূহ ৰচিত হয়। এই চৰিত পুথিসমূহত বৈষ্ণৱ ধৰ্ম্ম, সম্প্ৰদায় আৰু মধ্যযুগৰ অসমীয়া জাতীয় জীৱনৰ যি ধাৰাবাহিক ইতিহাস আছে সি অন্যত বিৰল।

আপোনালোকে সকলোৱে জানে যে অসম ভাৰতৰ সীমা মূৰলীয়া দেশ। ১' এই দেশৰ এপিনে সৰ্ব্ব ভাৰতৰ লগত প্ৰাচীন যুগৰেপৰা সম্বন্ধ আছে; অন্যপিনে চীন, ভোট, তিব্বত, নেপাল, ব্ৰহ্ম, শ্যাম, দেশৰ লগত অতীত কালৰে পৰা নিৰৱচ্ছিন্ন সংযোগ চলি আহিছে। ভগদত্ত আন কি মধ্যযুগৰ গৌড় ওড্ৰাদি-কলিঙ্গ-কোশল-পতি শ্ৰীহৰ্ষৰ দিনতো এই দেশবোৰৰ কিছু অংশ অসমৰ অন্তৰ্ভুক্ত আছিল। গতিকে অসম দেশ আৰ্য্য, দ্ৰাবিড়, কিৰাত, নিষাদ বিবিধ জাতি আৰু বহু সংস্কৃতিৰ মিলন-তীৰ্থ। এই মিশ্ৰণৰ ফলত সৰ্ব্বভাৰতীয় ধৰ্ম্ম আৰু সাধনাই অসমত এক অভিনৱ ৰূপ লৈছে। ভাৰতীয় সংস্কৃতিৰ প্ৰতিনিধি স্বৰূপে অসমে চীন-মঙ্গোলীয় জাতিৰ মাজত পুৰাকালৰেপৰা আৰ্য্য ভাৰতীয় ধৰ্ম্ম সভ্যতা প্ৰচাৰ কৰি আহিছে।

অসমীয়া সংস্কৃতিত দ্ৰাবিড়সকলৰ কি দান আছে সেই বিষয়ে এতিয়ালৈকে বিশেষ অনুসন্ধান হোৱা নাই। অসমৰ ঠাইৰ নামত দ্ৰাবিড় শব্দৰ প্ৰভাৱ অন্য ঠাইত উল্লেখ কৰিছোঁ। ড° কাকতি দেৱে তেওঁৰ The Mother Goddess Kamakhya নামৰ পুথিত অসমৰ বৈষ্ণৱ ধৰ্ম্ম আৰু আচাৰ-পদ্ধতিৰ লগত দক্ষিণ ভাৰতৰ বৈষ্ণৱ

---

১। অসম যে সীমা-মূৰলীয়া অৰ্থাৎ প্ৰত্যন্ত দেশ সেই কথা প্ৰাচীন পুথিত আছে। দিব্যাবদান গ্ৰন্থৰ মতে প্ৰত্যন্ত দেশ হৈছে—"পুণ্ডবৰ্দ্ধনম্ নাম নগৰম্ তস্য পূবেণ পুণ্ডকক্ষো নামো পৰ্ব্বতঃ ততঃ পৰেণ প্ৰত্যন্তঃ।" কোনোৱে পাণ্ডুকেই পুণ্ডকক্ষো পৰ্ব্বত বুলি অনুমান কৰে (কালিকা-পুৰাণত পাণ্ডুশৈলৰ মাহাত্ম্য বৰ্ণোৱা আছে। অমৰকোষৰ টীকাকাৰ ক্ষীৰস্বামীয়েও কামৰূপৰ মানুহক প্ৰত্যন্ত দেশবাসী বুলিছে। সৰ্ব্বানন্দৰ টীকা সৰ্ব্বস্বত আছে—"ভাৰতবৰ্ষস্য অন্তভদেশঃ শিষ্টাচাৰৰহিতঃ কামৰূপাদি ম্লেচ্ছদেশঃ।" প্ৰত্যন্ত দেশৰ ধৰ্ম্ম আৰু সমাজ ব্যৱস্থা আৰ্য্যাবৰ্ত্তৰ লগত প্ৰভেদ আছিল।

স্মৃতিচন্দ্ৰিকাত আছে—চাতুৰ্ব্বৰ্ণ্যৱৱস্থান্ম যস্মিন্ দেশে ন বিদ্যতে।
সা ম্লেচ্ছদেশো বিজ্ঞেয় আৰ্য্যাৱৰ্ত্তস্ততঃ পৰঃ॥

ইয়াৰ লগত যোগিনী-তন্ত্ৰৰ—"সৰ্ব্বেশি যোগিনীপীঠে ধৰ্ম্মঃ কৈৰাতজঃ মতঃ"—এই উক্তি প্ৰণিধানযোগ্য।

ধৰ্ম্মৰ সাদৃশ্য দৰ্শাইছে। কোনো কোনোৱে মনসা-পূজা আদিত দ্ৰাবিড়ৰ প্ৰভাৱ আছে বুলিও অনুমান কৰে। অসমীয়া বিয়া-বাৰুৰ আচাৰ পদ্ধতিত দ্ৰাবিড়ী প্ৰভাৱ অনুমান কৰিব পাৰি। অসমীয়া বিয়াত প্ৰজননৰ প্ৰতীক মাছৰ ব্যৱহাৰ আছে। দক্ষিণত বিশেষকৈ কেৰলৰ নম্বুড্ৰি ব্ৰাহ্মণসকলৰ বিয়া অনুষ্ঠানত পুখুৰীৰপৰা মাছ ধৰাৰ অভিনয় কৰা হয়। বিয়াৰ দিনা দৰাই হাতত আৰ্চী আৰু অস্ত্ৰ লৈ কইনাৰ ঘৰলৈ যায়। অসমীয়া বিয়াতো দৰাৰ হাতত কটাৰী এখন আৰু তামোল এটা দিয়া হয়। দাক্ষিণাত্যৰ বিয়াত দৰা-কন্যাই শিলাৰোহণ (অশ্মাক্ৰামণ) কৰিব লাগে। অসমতো কোনো কোনো অঞ্চলত এই প্ৰথা আছে। 'অশ্মাক্ৰামণ' প্ৰথাৰ ঋক্‌বেদত উল্লেখ নাই। অথৰ্ব্ববেদতহে সৰ্ব্ব-প্ৰথম ইয়াৰ উল্লেখ পোৱা যায়। বহুতে এই প্ৰথা আদি অষ্ট্ৰলয়ড (Proto-Austroloid) জাতিৰ মাজত উদ্ভূত হৈছিল বুলি অনুমান কৰে। শিলৰ লগত সম্বন্ধ থকা (Megalithic cultural traits) ভালেমান প্ৰথা অসমত আজিও প্ৰচলিত। জাতকৰ্ম্ম, অন্নপ্ৰাশন আদি অনুষ্ঠানত দাক্ষিণাত্যত সোমায়েকৰ বহু পালিব লগীয়া নিয়ম আছে। অসমতো নৱ জাতকৰ মুখত সোমায়েকেহে প্ৰথমে ভাত দিয়ে। প্ৰাচীন অসমীয়া গীত-মাত সোমাইৰ নামেৰে ভৰপূৰ। আমাৰ দেশৰ অম্বুবাচী পাৰ্ব্বণ আৰু মাঘ বিহুৰ লগত দাক্ষিণাত্যৰ অম্বুবাচী আৰু পোঙ্গল উৎসৱৰ সাদৃশ্য মন কৰিব লগীয়া। সূৰ্য্য আৰু নৱগ্ৰহ পূজাও সম্ভৱতঃ দাক্ষিণাত্যৰপৰাই আমাৰ দেশলৈ আহিছে।

চীন-মঙ্গোলীয় জাতিৰ সংস্পৰ্শত আহি অসমীয়া ধৰ্ম্ম-সংস্কৃতিয়ে কেনে ৰূপ ললে সেই বিষয়ে কিছু আলোচনা হৈছে যদিও এই সম্বন্ধে দুই এটি বিষয়ৰ উল্লেখ কৰোঁ।

আমাৰ দেশৰ বিবাহ প্ৰথা (যেনে চপনীয়া চপা, গা ধন লোৱা, গেৱাৰি খটা), বিবাহ আচাৰ, (যেনে তেল-ভাৰ, মাছ দিয়া, হেঙ্গাৰ ধৰা, মাহ-সৰিয়হ, তেল গাত ঘঁহা, গাঁথিয়ন খুন্দা, বেইৰ তলত কণী পোতা, পানী তোলোঁতে কড়ি দলিওৱা, দৰা-কন্যাৰ হাতত তামোল-কটাৰী দিয়া ইত্যাদি)—মঙ্গোলীয় জাতিৰপৰা আহিছে বুলি অনুমান কৰিব পাৰি। সামাজিক আৰু শুভ-কাৰ্য্যত তামোল-পাণ, হালধি সেন্দুৰ, তেল-মাহ আদিৰ ব্যৱহাৰ বঙ্গ-অসমৰপৰা আৰম্ভ কৰি প্ৰশান্ত মহাসাগৰীয় দ্বীপপুঞ্জৰ অধিবাসী-সকলৰ মাজতো দেখা যায়। নৃ-তত্ত্ব আৰু ভাষাবিদ্‌সকলে অনুমান কৰিছে যে এই প্ৰথাসমূহ প্ৰশান্ত মহাসাগৰীয় দ্বীপপুঞ্জৰপৰা অসমৰ মাজেদি ভাৰতীয় সংস্কৃতিত প্ৰৱেশ কৰিছে।

এই দ্বীপ-বাসীৰ মাজত প্ৰচলিত পাণ-তামোল-সম্বন্ধীয় প্ৰথাৰ বিষয়ে এজন পণ্ডিতে লিখিছে,—

The leaf is sent to typify the formal proposal of marriage. One of the youth's representatives, going with others to meet the girl's parents, takes a betel-leaf tray furnished with the usual betel chewing appliances, and invites the parents to partake of betel, saying before witness, 'This is a pledge of your daughter's betrothal.' The passing of betel leaf between the families signifies the formal acceptance. A regular exchange of presents takes place ; formerly the woman would occasionally carve a chain,

consisting of three or four links out of a single areca-nut, in which case the prospective bridegroom was supposed to redeem it by the payment of as many dollars as there were links...Among the articles of ordinary wedding furniture is a betel-tray placed inside the bed-curtain. Presentation 'betel leaf trees' were formerly carried in procession at weddings, also the blossom spikes of the coconut and areca-nut palms in vases, along with the many other things (Penzer, VIII, 290).

বিবাহ আদি মাঙ্গলিক কাৰ্য্যত সেন্দূৰ আৰু হালধিৰ ব্যৱহাৰ বৈদিক আচাৰৰ ভিতৰুৱা নাছিল। অধ্যাপক প্ৰবোধচন্দ্ৰ বাগ্চীয়ে সেন্দূৰ (নাগৰক্ত) চীন দেশৰপৰা অহা শব্দ ( ts'in-ting ) বুলি অনুমান কৰিছে। অসমীয়া আৰু অসমৰ জন-জাতীয় সকলৰ মাজত সেন্দূৰ আৰু হালধিৰ বিশেষ চলন মন কৰিব লগীয়া। অধ্যাপক সুনীতি-কুমাৰ চট্টোপাধ্যায়ে বৈদিক শূলগৱ্য আমাৰ জনজাতীয় লোকসকলৰ মাজত প্ৰচলিত সেথোন-বধৰপৰা উদ্ভৱ বুলি অনুমান কৰে।

নানা জাতি-উপজাতিৰ লগত সংযোগ ঘটাত অসমীয়া সংস্কৃতি বিবিধভাৱে উপকৃত হ'ল। এই সংমিশ্ৰণৰ ফলত অসম দেশত বৰ্ণ আৰু বৃত্তি-ভেদ প্ৰথাৰ কঠোৰতা কমিল; অস্পৃশ্যতা উৰলি গ'ল। জনজাতীয় লোকসকলো বিনা সামাজিক বিৰোধিতাই বৰকলিতা, সৰুকলিতা, বৰ-কোচ, সৰু-কোচ আদি বিভিন্ন হিন্দু সংজ্ঞাত ভুক্ত হ'ল। সেই একে কাৰণেই বৈদিক আৰু ব্ৰাহ্মণ্য ধৰ্ম্মৰ লগতেই গছ-পাথৰ পূজা, ভূত-প্ৰেতৰ বিশ্বাস, যাদু-মন্ত্ৰৰ প্ৰচাৰ, আমাৰ দেশত সমান পয়োভৰেৰে চলি আছে। সকলো জাতি-উপজাতিৰ সাধনা, সংস্কৃতি, পূজা-পাতল, বিধি-বিধানক সন্মান আৰু শ্ৰদ্ধা কৰাৰ হেতু আৰু সকলো স্তৰৰ লোকক উদাৰ চিত্তেৰে হিন্দু ধৰ্ম্মত গ্ৰহণ কৰাত অসমীয়া জাতিয়ে মানৱ ধৰ্ম্মৰ সম্যক পৰিচয় দিব পাৰিছে।

এই গ'ল সাংস্কৃতিক বিনিময়ৰ কথা। এতিয়া সৰ্ব্বভাৰতীয় সাধনা চিন্তা আৰু সংস্কৃতিত অসমৰ কি বিশেষত্ব সেই বিষয়ে কোৱা যাওক। সৰ্ব্বভাৰতীয় সাধনাৰ ক্ষেত্ৰত অসমে দুই চাৰি মুষ্টিভিক্ষা দিবলৈ সক্ষম হৈছে। তাৰে ভিতৰত প্ৰথমতে শৈৱ ধৰ্ম্মকে উল্লেখ কৰিব পাৰি। কাশ্মীৰ আৰু দাক্ষিণাত্যত শৈৱ ধৰ্ম্মৰ প্ৰাধান্য যদিও অসমত ইয়াৰ বিশেষত্ব নোহোৱা নহয়। অসমৰ শৈৱধৰ্ম্মৰ লগত ভাৰতৰ অন্য স্থানৰ কিছু পাৰ্থক্য দেখা যায়। অসমৰ শিৱ কৃষি দেৱতাত পৰিণত হৈছে। অসমীয়া মানুহে শিৱক সাধাৰণ মানুহৰ শাৰীলৈ আনিছে। শিৱৰ এই কল্পনা প্ৰাচীন অসমীয়া সাহিত্য আৰু কিম্বদন্তীত সৰবৰহী হৈ আছে। জনজাতীয় লোকসকলৰ মাজতো শিৱই কি ৰূপ লৈছিল, সেই কথা কোচসকলৰ আদি বৃত্তান্তয়ে কৰ। আমাৰ দেশত শিৱ সম্বন্ধে পুৰাণত নোহোৱা ভালেমান আখ্যানৰ সৃষ্টি হৈছিল। তাৰে এটি আখ্যান মনকৰৰ মনসা-গীতত আছে, শিৱই ধ্যান কৰি থাকোঁতে অনাদি পুৰুষৰ মৰা শ তেওঁৰ আগত উপস্থিত হ'ল; শিৱই সেই শ ভক্ষণ কৰিলে।

মহেশ্বৰে তপসালি কৰি আছে যথা।
ভাসিতে ভাসিতে মৃত্যো চলি গৈল তথা॥

তপ এৰি মহেশ্বৰে ধ্যান কৰি চাইল ।
আতাই মৰিল গোসাঁই দৰশন পাইল ।।
দহত নামিয়া ধৰিলন্ত আথেবেথে ।
কতো কাখে লয় গোসাই কতো লয়ে মাথে ।
মাথাত কৰিয়া কাখৰিক লাগি নিল ।
শঙ্খজল আনি গোসাই মুখত ঢালিল ।।
চেতন লভিয়া জে অনাদি মহাদেৱ ।
ভালেতো চিনিলি মোক পুতা সদাশিৱ ।।
মুখ মেল পুতা তোৰ গৰ্ভে লঞো বাস ।

অসমক কেন্দ্ৰ কৰি শাক্ত ধৰ্ম্মই উত্তৰ-পূব ভাৰতত কেনেকৈ প্ৰসিদ্ধি লাভ কৰিছিল, তাৰে বিৱৰণ কালিকা-পুৰাণ, কামাখ্যা-তন্ত্ৰ, কালীবিলাস আদি তন্ত্ৰত বহলভাৱে আছে। জাৰ্ম্মান মনীষী উইণ্টাৰনিটজৰ মতে অসমৰপৰাই এই ধৰ্ম্ম তিব্বত আদি দেশত প্ৰৱেশ কৰিছিল। অসমৰ জনজাতীয় লোকৰ মাজত মাতৃ-তান্ত্ৰিক সভ্যতাই প্ৰাধান্য লভিছে। সেই কাৰণে প্ৰাচীন কামৰূপত ভালেমান শাক্ত দেৱ-দেৱীৰ উদ্ভৱ হৈছিল। কালিকা-পুৰাণত উল্লেখ থকা ভালেমান দেৱ-দেৱীৰ ৰূপ ভাৰতৰ অন্য ঠাইত পাবলৈ নাই। সৰস্বতীয়েও বৃদ্ধা সৰস্বতী নাম লৈ ৰক্ত কলেবৰেৰে অসমত তান্ত্ৰিক দেৱীত ৰূপান্তৰিত হৈছিল।

মহাযান বৌদ্ধ ধৰ্ম্মতো অসমৰ দান একেবাৰে নগণ্য নাছিল। সিদ্ধাচাৰ্য্য সৰহৰ শিষ্য নাগাৰ্জ্জুন আৰু যোগিনী কৌল মতৰ প্ৰৱৰ্ত্তক মীননাথ কামৰূপৰ বুলি প্ৰমাণিত হৈছে। মীননাথৰ প্ৰাচীন অসমীয়াত ৰচিত 'বোধি-চিত্ত-বন্ধোপদেশ' গ্ৰন্থৰ নাম উল্লেখ কৰিব লগীয়া।

বৈষ্ণৱ ধৰ্ম্মও অসম দেশত অতি প্ৰাচীন কালৰপৰা প্ৰচলিত আছিল। মহাপুৰুষ শঙ্কৰদেৱে মধ্যযুগত যি বৈষ্ণৱ ধৰ্ম্ম আমাৰ দেশত প্ৰচলন কৰিলে, তাৰ এটি স্বকীয় বৈশিষ্ট্য আছে। অসমীয়া বৈষ্ণৱ ধৰ্ম্মৰ লগত জড়িত সত্ৰ, নামঘৰ, ভকত, কেৱলীয়া আদি অনুষ্ঠান আৰু অঙ্কীয়া নাট, বৰগীত আদি সাহিত্য সৰ্ব্বভাৰতীয় সংস্কৃতিত অসমীয়াৰ উল্লেখনীয় দান।

বাস্তৱ সভ্যতাত অসম দেশে বিৰাট নগৰ স্থাপন কৰি অথবা সু-উচ্চ প্ৰাসাদ, মন্দিৰ-নিৰ্ম্মাণ কৰি যশস্যা আৰ্জ্জিব পৰা নাই গঁচা ; কিন্তু গ্ৰাম্য সংস্কৃতিত ভাৰতৰ ভিতৰত অসমৰ বিশেষ খ্যাতি আছে। ইয়াৰ ভিতৰত অসমৰ গাঁও নিৰ্ম্মাণ আৰু গাঁও সংগঠন প্ৰণালী, বনজ সম্পদৰ প্ৰসাৰ আৰু কুটীৰ শিল্পই ভাৰতৰ ভিতৰত বিশেষত্ব লভিছে।

ভগদত্তই যুধিষ্ঠিৰলৈ যি উপহাৰ পঠিয়াইছিল তাৰ ভিতৰত অশ্মসাৰ-নিৰ্ম্মিত পাত্ৰ আৰু হাতী-দাঁতৰ তৰোৱাল ( শুদ্ধদন্তত্সৰুনসীন ) উল্লেখযোগ্য। প্ৰাচীন অসমৰ এই দুই শিল্পৰ বিষয়ে ড° মোতীচন্দ্ৰই লিখিছে,—

Probably the Assamese were acquainted with jadeite, which though its sources did not exist within the natural boundaries of Assam,

must have been brought from Burma either in natural state or in worked form. If the jadeite came in the shape of vessels, then their manufactures should be attributed to the Chinese as we are not yet aware whether the Burmese at such a remote period were adept in the art of cutting hardstone. There is, however, every reason to believe that hardstone objects were cut locally as India since time immemorial has been famous for its hard stone cutting industry. Ivory handles of the sword probably show that the ivory carver's art was highly developed in Assam at least two thousand years back.

হাতী প্ৰথমতে অসমত বাস কৰা হয় বুলি বহু পণ্ডিতে অনুমান কৰে। মহাভাৰতত "প্ৰাচ্যামাতঙ্গযুদ্ধে সুকুশলা" বুলি মন্তব্য কৰা হৈছে। কাম্যকসৰ অঞ্চলত হাতীৰ প্ৰাদুৰ্ভাৱ অধিক বুলিও মহাভাৰতত মন্তব্য কৰা হৈছে; কোনো কোনোৱে কাম্যকসৰ কামৰূপৰে অন্যতম নাম বুলি কব খোজে। কালিদাসৰ কাব্যতো অসমৰ হাতীৰ খ্যাতি আছে। মুনি পালকাপ্যই লৌহিত্যৰ পাৰত হস্তী-আয়ুৰ্ব্বেদ নামৰ পশু-বিজ্ঞানৰ পুথি ৰচনা কৰে। গতিকে হাতী-দাঁতৰ শিল্পই অতীজৰেপৰা অসমত প্ৰাধান্য লাভ কৰা স্বাভাৱিক। ভাস্কৰবৰ্ম্মায়ো শ্ৰীহৰ্ষলৈ হাতী-দাঁত নিৰ্ম্মিত কণ্ডল উপঢৌকন পঠাইছিল। হৰ্ষ-চৰিতৰ মতে কুমাৰ ভাস্কৰ-বৰ্ম্মাই হংসবেগৰ হাতত হৰ্ষলৈ পঠোৱা বহু মূল্য বস্তুৰ ভিতৰত ভোজপত্ৰৰ পুথি, বেত-বাঁহৰ শিল্প বস্তু, অগৰু, গোশীৰ্ষ চন্দন, সুগন্ধি কক্কোল, নানা বিধ বন্য পশুৰ উল্লেখ আছে। * কৌটিল্যৰ অৰ্থশাস্ত্ৰয়ো অসমৰ

---

* এই প্ৰসঙ্গত কুমাৰ ভাস্কৰবৰ্ম্মাই সম্ৰাট হৰ্ষলৈ আভোগ-ছত্ৰৰ লগত পঠোৱা অন্যান্য উপহাৰ সামগ্ৰীৰ তালিকাটো বিশেষ তাৎপৰ্য্যপূৰ্ণ। আভোগ-ছত্ৰক মেৰোৱা আছিল শ্বেত দুকূল বস্ত্ৰ; সেই ছত্ৰৰ চৌপাশ চামৰেৰে শোভিত আছিল (চামৰিকাৱলীভিঃ ৱিৰচিতপৰিৱেশম্)। ভগদত্তৰ দিনৰপৰা কুল-পৰম্পৰা-আগত আভৰণসমূহ; শৰৎ কালৰ চন্দ্ৰৰ নিচিনা ক্ষৌমবস্ত্ৰ (অনেকৰাগৰুচিৰৱেত্ৰকৰণ্ডকুণ্ডলীকৃতানি—এই বস্ত্ৰ বিচিত্ৰ ৰঙেৰে সুশোভিত বেতৰ জপাত ভৰাই নিয়া হৈছিল); নিপুণ শিল্পীৰ দ্বাৰা নিৰ্ম্মিত শামুক, শঙ্খ, গল্বৰ্কৰ চিত্ৰ-বিচিত্ৰ বিবিধ প্ৰকাৰৰ পানপাত্ৰ (কুশলশিল্পিলোকোল্লিখিতানাং শুক্তিশঙ্খগল্বৰ্কপ্ৰমুখানাং পানভাজননিচয়ান্), কাৰ্দৰঙ্গ অথবা চামৰাৰ ঢাল (নিচোলকৰক্ষিতৰুচাং ৰুচিৰকাঞ্চনপত্ৰভঙ্গভংগুৰাণাম্ অতিবন্ধুৰপৰিৱেশানাং কাৰ্দৰঙ্গচৰ্ম্মনাং সম্ভাৰান্); ভোজপত্ৰৰ দৰে কোমল জাইফুল-বৰণীয়া পাট কাপোৰ (ভূৰ্জত্বক্‌কোমলাঃ স্পৰ্শৱতীঃ জাতীপটিকাঃ); চিত্ৰিত আৰু পশুৰ নোম চৰাইৰ পাখি ভৰোৱা গাৰু, প্ৰিয়ংগু-মঞ্জৰীৰ সদৃশ বেতৰ আসন (প্ৰিয়ংগুপ্ৰসৱপিঙ্গত্বংচি আসনানি ৱেত্ৰময়ানি), অগৰুৰ বাকলিত লিখা সুভাষিত বচনৰ সংগ্ৰহ পুথি (প্ৰাচীন অসমত সুভাষিত শ্লোকৰ সংগ্ৰহ মন কৰিব লগীয়া), হৰিতবৰ্ণৰ ৰসাল কেঁচা তামোল (পৰিণতপাটলপটোলত্বিংষি তৰুণহাৰীতহৰিংতি ক্ষীৰক্ষাৰীণি পগানাং পল্লৱলম্বীনি সৰসানি ফলানি), মুখ কাপোতিকাৰ পাতেৰে বন্ধা সহকাৰ (সুগন্ধি আম) ৰসেৰে পৰিপূৰ্ণ বাঁহৰ চুঙা, কৃষ্ণাগুৰু (কৃষ্ণাগুৰুতৈলস্য স্থবীয়সীঃ বৈনৱীৰ্নাড়ী), গোশীৰ্ষ চন্দন, বৰফৰ দৰে

বিবিধ সুগন্ধি দ্ৰব্যৰ সুখ্যাতি কৰি গৈছে। মহা মূল্যবান বস্তু স্বৰূপে সেইবোৰৰ মৌৰ্য্য ৰাজভঁৰালত সঞ্চয় কৰা হৈছিল।

আহোমসকলৰ দেশ-শাসন-প্ৰণালী আৰু বুৰঞ্জী সাহিত্য—এই দুয়োয়েও সৰ্ব্বভাৰতীয় ক্ষেত্ৰত উচ্চ স্থান লাভ কৰিছে।

দেশ স্বাধীন হোৱাৰ পিছৰপৰা আমাৰ এই অতীত ঐতিহ্য ভালকৈ উপলব্ধি কৰিবলৈ মানুহৰ আগ্ৰহ আৰু উৎসাহ বাঢ়িছে। দেশৰ প্ৰাচীন ইতিহাস, কীৰ্ত্তি-কাহিনী, যশ-গৌৰৱ-অনুসন্ধান আৰু আলোচনা কৰিবলৈ সকলোৰে মাজত প্ৰেৰণা জাগিছে। অসমৰ সৰ্ব্বাঙ্গসম্পূৰ্ণ বুৰঞ্জী ৰচনা কৰিবলৈ কি কি তথ্যপাতিৰ অনুসন্ধান আৰু সংকলনৰ প্ৰয়োজন আৰু সেইবোৰৰ তাৎপৰ্য্য নিৰ্ণয় কেনে দৰে কৰা উচিত সেই বিষয়ে দুটা এটা কথা বৰ্ত্তমান আলোচনা কৰা হ'ব।

ইতিহাস কেৱল ৰাজবৃত্তি, যুদ্ধৰ অথবা ৰাষ্ট্ৰীয় কাহিনী নহয়; ই জাতিৰ সামাজিক আৰু সাংস্কৃতিক জীৱনৰ প্ৰতিচ্ছবি; চিন্তাধাৰাৰ প্ৰমাণ-পত্ৰ। প্ৰাচীন

---

শীতল কৰ্পূৰ কস্তুৰী (কস্তুৰিকাকোশক), পকা কল্কোল ফল আৰু পত্ৰ, লবঙ্গ পুষ্প, জাঁইফল (জাতীফলস্তবকানাং বাণীন্)। ডক্টৰ মোতীচন্দ্ৰৰ মতে—"Assam was the home of aromatic woods as pointed by the Arthasastra, and this fact is fully supported by the Mahabharata. কস্তুৰীৰ প্ৰসঙ্গত তেওঁ কৈছে—"There are three grades of musk, the most valued coming from China, the second grade from Assam and Nepal and the last valued from Central Asia."

অসমৰ কস্তুৰী যে অতি উৎকৃষ্ট ধৰণৰ তাক ৰাজনিঘণ্টিকাৰৰ নিম্নলিখিত শ্লোকৰপৰাও বুজা যায়,

কপিলা পিঙ্গলা কৃষ্ণা কস্তূৰী ত্ৰিবিধা ক্ৰমাৎ।
নেপালেঽপি চ কাশ্মীৰে কামৰূপেঽপি জায়তে॥
কামৰূপোদ্ভৱা শ্ৰেষ্ঠা নৈপালী মধ্যমা ভৱে।
কাশ্মীৰদেশসম্ভূতা কস্তুৰী হি অধমা স্মৃতা॥

অৱশ্যে এই সুগন্ধি দ্ৰব্যৰ কেতবোৰ প্ৰশান্ত মহাসাগৰীয় দ্বীপপুঞ্জৰপৰা অসমলৈ আহিছিল। তাৰেপৰা প্ৰাচীন অসমৰ লগত এই দ্বীপপুঞ্জৰ যে লেহা-দেপাৰৰ বিনিময় হৈছিল তাক বুজিব পাৰি।

অন্য বস্তুৰ ভিতৰত মৌৰ কলহ (অতিমধুৰমধুৰসামোদনিৰ্হাৰিণীশ্চোল্লক-কলশীঃ), বগা-ক'লা বৰণৰ চংবৰ (বস্ত্ৰ-বিশেষ), চিত্ৰফলক আৰু ৰং থোৱা লাওৰ পাত্ৰ (অবলম্বমানতুলিকালাবুকান্ লিখিতানালেখ্যফলকসংপুটান্); নানা তৰহৰ পশু-পক্ষী-কিন্নৰ, বনমানুহ, জীৱংজীৱক, চৰাই, কস্তুৰী মৃগ, শুক-সাৰিকা ইত্যাদি। শুক-সাৰিকাক সোণৰ পানী চৰোৱা বেতৰ সাঁজাত থোৱা হৈছিল। এই উল্লেখত প্ৰাচীন অসমত স্বৰ্ণ-শিল্পীৰ নিপুণতাৰ পৰিচয় প্ৰকাশ পাইছে।

অসমৰ সমাজ আৰু সাংস্কৃতিক জীৱন সম্বন্ধীয় প্ৰচুৰ তথ্য অসমীয়া গ্ৰন্থত সিঁচৰতি হৈ আছে। সেই সকলোবোৰ সংগ্ৰহ নহলে অসম বুৰঞ্জী সম্পাদন সম্ভৱ নহয়।

আজিকালি ভাষাবিদসকলে ইতিহাসৰ তথ্য ভাষাৰ শব্দাৱলীৰপৰাও আৱিষ্কাৰ কৰিছে। প্ৰাচীন অসমৰ ঠাইৰ নামবোৰৰ লগত বিবিধ আখ্যান আৰু কিম্বদন্তী জড়িত আছে ; এই নামবোৰে বিভিন্ন অঞ্চলত ধৰ্ম্ম প্ৰচাৰ আৰু বিবিধ জাতি উপজাতি উপনিবেশ সম্বন্ধে সংকেত দিয়ে। বুঢ়া-বুঢ়ীৰ থান, আইৰ থান, শিৱথান আদি ঠাইৰ নামত অসমীয়া ধৰ্ম্ম-জীৱনৰ অনেক বিষয় জড়িত হৈ আছে। এই থানবোৰৰ লগত নানা গ্ৰাম্য দেৱ-দেৱীৰ বন্দনা আৰু পূজাৰ গীতো প্ৰচলিত। এই তথ্যবোৰ যি কোনো লোকেই সংগ্ৰহ কৰি জাতীয় বুৰঞ্জী প্ৰণয়ন কাৰ্য্যত সহায় কৰিব পাৰে।

সংস্কৃত আৰু অসমীয়া ভাষাত স্থান-মাহাত্ম্য আৰু তীৰ্থ-মাহাত্ম্য বিষয়ৰ গ্ৰন্থ আছে। সেইবোৰৰপৰা প্ৰধানতে অসমৰ ভৌগোলিক বিৱৰণ আৰু ধৰ্ম্ম সম্বন্ধীয় বুৰঞ্জীৰ তথ্য সংগ্ৰহ কৰিব পাৰি। লোক-সাহিত্য, সামাজিক উৎসৱ, পূজা অনুষ্ঠান আদিৰ মাজতো ভালেমান বুৰঞ্জীমূলক বিৱৰণ পোৱা যায়। এইবোৰৰ কিছুমান সৰ্ব্বভাৰতীয় আৰু কিছুমান অসমৰ বিশেষত্ব। এই তথ্যবোৰৰ সংগ্ৰহ আৰু প্ৰকাশে সৰ্ব্বভাৰতীয় বুৰঞ্জীৰ চৰ্চ্চাত সহায় কৰিব। দৃষ্টান্ত-স্বৰূপে শক্ৰধ্বজোত্থানৰ কথাকে কব পাৰি। ই এটি প্ৰাচীন ভাৰতৰ ধৰ্ম্মোৎসৱ ; কালিকা-পুৰাণত এই সম্বন্ধে এটি দীঘল অধ্যায় আছে। এই উৎসৱ ভাৰতৰ অন্য ঠাইত বিলোপ হৈছে। কিন্তু অসমত ই ভঠেলি উৎসৱৰ মাজেদি আজিও সংৰক্ষিত। প্ৰাচীন কালত ভাৰতত ক্ষেত্ৰপাল আৰু ক্ষেত্ৰপালিকা দেৱীৰ পূজা-অৰ্চ্চনা হৈছিল। অসমৰ কোনো কোনো ঠাইত খেতৰ-খেতৰীৰ পূজা এতিয়াও কৰা হয়।

মধ্যযুগৰ অসমৰ সামাজিক আৰু ধৰ্ম্মমূলক বুৰঞ্জীৰ বাবে অসমীয়া সাহিত্য অমূল্য উপাদান। প্ৰাচীন পুথিসমূহত অসমীয়া মানুহৰ ভোজন-বিলাসিতা, শিল্প-ৰুচি, বেশ-ভূষা, অঙ্গৰাগ, অলঙ্কাৰ-মণ্ডন, নৃত্য-গীত, বাদ্য-যন্ত্ৰ, কৃষি-কৰ্ম্ম, গৃহ-নিৰ্ম্মাণ সম্বন্ধে অনেক বৰ্ণনা বিক্ষিপ্ত হৈ আছে। এই বিৱৰণৰপৰা মধ্য যুগৰ অসমৰ জাতীয় জীৱনৰ অখণ্ড চিত্ৰ ৰচনা কৰিব পাৰি। ভালেমান দেৱতাৰ কাহিনীৰ মাজেদিয়েই সাধাৰণ মানুহৰ সুখ-দুখ, দাৰিদ্ৰ-দুৰ্গতি, মাৰি-মৰকৰ উল্লেখ কৰা হৈছে। প্ৰত্যেক প্ৰাচীন গ্ৰন্থত কবিসকলে আত্মপৰিচয় দিওঁতে নিজৰ গাঁও আৰু নগৰৰ মনোৰম বৰ্ণনা দি গৈছে। সেইবোৰ সংগ্ৰহ কৰিলে প্ৰাচীন অসমৰ ভূগোল সম্বন্ধে উৎকৃষ্ট গ্ৰন্থ ৰচনা হব।

ডঃ সূৰ্য্যকুমাৰ ভূঞাদেৱৰ জীৱনব্যাপী কৰা চেষ্টাৰ ফলত আহোম যুগৰ বুৰঞ্জী-সম্পদ পোহৰলৈ আহিছে। এই বুৰঞ্জীসমূহৰপৰা এতিয়ালৈকে দেশৰ ৰাজনৈতিক বিৱৰণহে সংকলিত হৈছে। এই বুৰঞ্জীৰপৰা মধ্য যুগৰ অসমৰ সামাজিক, ধাৰ্ম্মিক, আৰ্থিক আৰু শিক্ষা সম্বন্ধীয় তথ্য-পাতি সংগ্ৰহ কৰা প্ৰয়োজন। অসম দেশৰ ভৌগোলিক বিৱৰণ যুগুত কৰিবলৈকো বুৰঞ্জীসমূহত অমূল্য উপাদান আছে।

প্ৰাচীন বঙলা আৰু উৰিয়া সাহিত্যৰ ঠায়ে ঠায়ে অসমৰ বিৱৰণ পোৱা

যায় , উৰিয়া ভাষাত ৰচিত মহাভাৰতত কামৰূপ যে তন্ত্ৰ-মন্ত্ৰৰ দেশ আছিল তাৰ উল্লেখ আছে, আমাৰ কোনো কোনোৱে এই প্ৰাদেশিক ভাৰতীয় সাহিত্যৰ পৰাও তথ্য-পাতি সংগ্ৰহ কৰা উচিত ।

সংস্কৃতত ৰচিত গ্ৰন্থৰপৰা পুৰণি অসম সম্বন্ধীয় কিছু কথা সংগ্ৰহ হৈছে। অৱশ্যে এই বিষয়ে বহু তথ্য এতিয়াও অনুসন্ধান কৰিব লগীয়া আছে। স্মৃতি আৰু জ্যোতিষ বিষয়ৰ ভালেমান গ্ৰন্থ-নিবন্ধ প্ৰাচীন অসমীয়া পণ্ডিতসকলে ৰচনা কৰিছিল। এই পুথিসমূহত স্মৃতিকাৰসকলে আমাৰ দেশৰ প্ৰায়শ্চিত্ত-বিধি,—পূজা-পাৰ্ব্বণ, আচাৰ-পদ্ধতি, ৰাজ-ধৰ্ম্ম, দণ্ড-বিধান সম্বন্ধীয় বিৱৰণ দিছে। অসমত জ্যোতিষৰ কেনে দৰে চৰ্চ্চা হৈছিল আৰু জ্যোতিষ বিষয়ত কামৰূপৰ কি মত আছিল সেই কথা এতিয়ালৈকে অৱিকৃত হোৱা নানা গ্ৰন্থত সন্নিহিত হৈ আছে। আমাৰ সংস্কৃতজ্ঞ পণ্ডিতসকলে এই তথ্যসমূহ পোহৰলৈ আনিব বুলি আশা কৰিলো ।

এই প্ৰসঙ্গতে কামাখ্যা মন্দিৰৰ পূজাৰিসকলৰ প্ৰতিও আমাৰ এটি নিবেদন আছে। কামাখ্যা মন্দিৰৰ বাবেই অসম দেশ ভাৰতৰ বহু ঠাইত প্ৰখ্যাত। অতি প্ৰাচীন কালৰপৰা অসমলৈ ধাৰাবাহিকভাৱে তীৰ্থ-যাত্ৰী আহি আছে। নানা পুৰাণ আৰু তন্ত্ৰ-আদি গ্ৰন্থত অসমৰ তীৰ্থস্থানৰ উল্লেখ কৰা হৈছে। মধ্য যুগত অসমলৈ অহা তীৰ্থ-যাত্ৰীসকলৰ নাম-ধাম পৰিচয়-তালিকা কামাখ্যৰ পূজাৰিসকলৰ ঘৰত পোৱা যাব। বিভিন্ন সময়ত পূজা-পাৰ্ব্বণত খৰচ হোৱা টকা-পইছাৰো তেওঁলোকে হিছাপ ৰাখিছে। এইবোৰৰ সংগ্ৰহে আমাৰ দেশৰ পুৰণি কালৰ আৰ্থিক অৱস্থাৰ সম্ভেদ দিব। শিৱসাগৰ, দেৰগাঁও আদি অন্য ঠাইৰ প্ৰাচীন দ'ল-দেৱালয়ৰ পূজাৰিসকলৰপৰাও এনে তথ্য আহৰণ কৰিব পাৰি ।

ফাৰ্চী ভাষা জনা অসমীয়া লোকে মোগল যুগত ৰচিত ফাৰ্চী ভাষাৰ গ্ৰন্থৰ পৰা উপাদান সংকলন কৰিব পাৰে। বৰ পৰিতাপৰ বিষয় যে ডক্টৰ ময়িদুল ইছলাম বৰাদেৱৰ তিৰোধানৰ পিছৰপৰা কোনো অসমীয়াই এই বিষয়ৰ চৰ্চ্চাত আগ বঢ়া নাই ।

এই প্ৰসঙ্গতে অসমৰ মুছলমানসকলৰ বুৰঞ্জীৰ কথাও উল্লেখ কৰিলোঁ। সম্ভৱতঃ খ্ৰীষ্টাব্দ একাদশ দ্বাদশ শতিকাৰপৰাই বিভিন্ন মুছলমান সম্প্ৰদায়ে অসমত বাস কৰিছে। শিৱসাগৰ, নগাঁও, পুৰণিগুদাম, হাজো আদি ঠাইত মধ্য যুগত অসমলৈ অহা মুছলমান- সকলৰ সতি-সন্ততি আছে। তেওঁলোকৰ বংশ-তালিকা আৰু ঐতিহ্য সম্বন্ধীয় তথ্য শীঘ্ৰে সংগ্ৰহ নকৰিলে সেইবোৰ বিলুপ্ত হ'ব। অসমীয়া চিন্তা-ধাৰা, আহোমৰ দিনৰ ৰাজ্য শাসন, ভাষা-সাহিত্য, চিত্ৰাঙ্কন, ভোজন-বিলাস, বেশ-ভূষাত মুছলমানসকলৰ কিছু দান নোহোৱা নহয় । কোনো কোনোৱে বৈষ্ণৱ ধৰ্ম্মৰ ওপৰত চুফি মতবাদ আৰু দেহবিচাৰৰ গীতত জিকিৰৰ প্ৰভাৱ অনুমান কৰে । এই সংস্কৃতি সংমিশ্ৰণৰ তথ্য উদ্ধাৰ কৰিলে দুই সম্প্ৰদায়ৰ মাজত স্নেহ-প্ৰীতি পৰ্ব্বতকৈ প্ৰগাঢ় হব বুলি বিশ্বাস।

অসম বুৰঞ্জীৰ লগত চীন-তিব্বত, ব্ৰহ্ম, শ্যাম, নেপাল দেশৰ সম্বন্ধৰ কথা পূৰ্ব্বে উল্লেখ কৰা হৈছে। আমাৰ কোনো কোনোৱে সেই দেশৰ বুৰঞ্জীবোৰৰ পৰা অসম দেশ-সম্বন্ধীয় বিৱৰণ আহৰণ কৰিবলৈ চেষ্টা কৰিলে সুফল পাব।

পুৰাতত্ত্ব বা Archaeology সম্বন্ধেও আমাৰ দেশত এতিয়ালৈকে বিশেষ চেষ্টা হোৱা নাই বুলিলে অত্যুক্তি কৰা নহয়। ভাৰতীয় পুৰাতত্ত্ব বিভাগে এতিয়ালৈকে আমাৰ দেশত সংৰক্ষণ কাৰ্য্যহে চলাইছে; কেতিয়াবা আকস্মিকভাৱে আৱিষ্কাৰ হোৱা দুই এটি ভাস্কৰ্য্যৰ সহায়ত কোনোমতে প্ৰাদেশিক যাদুঘৰৰ শোভা বৃদ্ধি হৈ আছে। বৰ পৰিতাপৰ বিষয় যে দেশৰ সৰ্ব্বত্ৰ সিঁচৰতি হৈ থকা মূৰ্ত্তি আৰু ভাস্কৰ্য্যসমূহ তৎপৰতাৰে সংগ্ৰহ কৰিবলৈ আজিলৈকে কোনো চেষ্টাই হোৱা নাই। তেজপুৰৰ বামুণী পাহাৰ, দহপৰ্ব্বতীয়া, ক্লোৰপাৰ্কত পৰি থকা, শিৱসাগৰ আদি ঠাইৰ চৰকাৰী বিষয়াৰ চোতালত শোভা কৰা প্ৰাচীন ভাস্কৰ্য্যসমূহ অতি শীঘ্ৰে প্ৰাদেশিক যাদু-ঘৰত সংৰক্ষণ কৰাৰ দিহা হব লাগে।

এইখিনিতে অন্য এটি প্ৰয়োজনীয় সংগ্ৰহ আৰু সংৰক্ষণ কাৰ্য্যলৈ দৃষ্টি আকৰ্ষণ কৰা হ'ল। আমাৰ দেশৰ সত্ৰ আৰু গাঁৱৰ পুৰণি নাম-ঘৰৰ কাঠৰ খুটা, ফুলচটি, দুৱাৰ আদিত খোদিত বহু মূৰ্ত্তি আৰু কাৰুকাৰ্য্য আছে। টিনপাত আৰু ইটাৰ নামঘৰ হোৱাৰ লগে লগে সেই অমূল্য শিল্পৰাজিৰ প্ৰতি আওকাণ কৰা হৈছে। কেইবছৰমানৰ আগতে গুৱাহাটী বিশ্ববিদ্যালয়ৰ নিমিত্তে পুঁজি সংগ্ৰহ কৰিবলৈ স্বৰ্গীয় গোপীনাথ বৰদলৈৰ লগত মাজুলীৰ কমলাবাৰী সত্ৰলৈ যোৱাৰ আমাৰ সৌভাগ্য ঘটিছিল। সেই সময়ত সত্ৰৰ পুৰণি নামঘৰটিৰ ঠাইত নতুন নামঘৰ সজা হৈছিল। কিন্তু পুৰণি নামঘৰৰ কাঠৰ খুটা আদিত কটা মনোৰম মূৰ্ত্তি আৰু মণ্ডনকাৰ্য্যসমূহ নষ্ট কৰি পেলোৱা হ'ল। অৱ কেইটিমান আমাৰ অনুৰোধত সত্ৰাধিকাৰ প্ৰভুৱে তীৰ্থ কৰিবলৈ আহোঁতে গুৱাহাটী প্ৰাদেশিক যাদুঘৰত দি যায়। যোৱা বছৰ বৰদোৱা সত্ৰৰ প্ৰাঙ্গনতো প্ৰাচীন অসমীয়া চাৰু-শিল্পৰ নিদৰ্শন আলাই-আথানি হৈ পৰি থকা দেখি আহিছোঁ। এই জাতীয় সম্পদসমূহ সংগ্ৰহ কৰিবলৈ অসম চৰকাৰে অতি শীঘ্ৰে এজন বিষয়া নিযুক্ত কৰা উচিত। আহোম ৰজাসকলে দ'ল-দেৱালয় আৰু পুখুৰী উচৰ্গা আৰু মাটি বাৰী দান শিলালেখত বা তাম্ৰপত্ৰত কৰি দিছিল। সেই শিলালেখ আৰু তাম্ৰপত্ৰসমূহৰ তালিকা যুগুত আৰু সেইবোৰৰ প্ৰকাশ অতি প্ৰয়োজনীয়। এই বিষয়ে ভাৰতীয় Epigraphy ডিপাৰ্টমেণ্টৰ সহায়ত আমি নিজে কিছু চেষ্টা কৰিছো।

খনন-কাৰ্য্যতো ভাৰতীয় পুৰাতত্ত্ব বিভাগে অসমৰ নিমিত্তে কোনো পৰিকল্পনা লোৱা নাই। অসম এখন অতি প্ৰাচীন দেশ। ব্ৰহ্মপুত্ৰৰ পাৰত প্ৰাক্-ঐতিহাসিক যুগৰেপৰা লোক বসতি আছিল বুলি বহু পণ্ডিতে অনুমান কৰে। অতীতৰেপৰা এই ব্ৰহ্মপুত্ৰ নদীয়ে অসমক কেৱল সৰ্ব্ব-ভাৰত আৰু মঙ্গোলীয় দেশৰ লগতে সংযুক্ত কৰা নাই, এই বিৰাট নদীৰ সহায়ত প্ৰাচীন অসমত ভৌগলিক ঐক্য স্থাপন আৰু নগৰ নিৰ্ম্মাণ সম্ভৱপৰ হৈছিল। বৈজ্ঞানিক পদ্ধতিত ব্ৰহ্মপুত্ৰৰ পাৰে পাৰে খনন-কাৰ্য্য চলালে অসমতো প্ৰাগ্ঐতিহাসিক যুগৰ স্মৃতি-চিন পোৱা যাব বুলি আমাৰ বিশ্বাস।

যোৱা বাৰৰ সভাপতি শ্ৰীযুত সুৰেন্দ্ৰচন্দ্ৰ ৰাজখোৱাদেৱে গুৱাহাটী বিশ্ববিদ্যালয়ে এই কাম হাতত লোৱাৰ ইঙ্গিত দি গৈছে। গুৱাহাটী বিশ্ববিদ্যালয় আৰু ভাৰতৰ পুৰাতত্ত্ব বিভাগে লগ লাগি অসমত খনন কাৰ্য্যৰ এটি পৰিকল্পনা লোৱা উচিত। এলাহাবাদ আৰু কলিকতা বিশ্ববিদ্যালয়ে আৰু পুণাৰ ডেকান কলেজে এনে খনন কাৰ্য্য হাতত লৈ বহুলভাৱে উপকৃত হৈছে।

আহোম যুগ আৰু বৃটিছ যুগৰ বুৰঞ্জীৰ উপাদানৰ কাৰণে বিলাতৰ বৰ্ত্তমান Common wealth Relations Office, দিল্লীৰ National Archive আৰু ছিলঙৰ চেক্ৰেটৰীয়েটত অনুসন্ধান কৰিব লগীয়া বহু নথি-পত্ৰ, ৰিপোৰ্ট, ডেচপাচ আছে। অসমৰ প্ৰত্যেক জিলাৰে কছাৰী ঘৰৰ দপ্তৰত বৃটিছ যুগৰ বুৰঞ্জী ৰচনাত সহায় কৰিব পৰা নথি-পত্ৰ, দলিল-দস্তাবাঁদ ধূলি-মাকতিৰে মলিয়ন হৈ আছে। উপযুক্ত বিষয়াৰ হতুৱাই সেইবোৰ জাৰি-জোকাৰি সংগ্ৰহ আৰু তালিকা প্ৰস্তুতৰ সময় পাৰ হৈ গৈছে। আমাৰ কোনো কোনোৱে এই বিৰাট উপাদানৰ সহায়ত বৃটিছ যুগৰ আৰ্থিক, আইন আদালত, ৰাজহ, শিক্ষা আদি বিষয়ৰ গৱেষণাৰ কাম হাতত লোৱা নিতান্ত প্ৰয়োজন।

বিভিন্ন জিলাত থকা খ্ৰীষ্টান মিচনাৰীসকলৰ কাৰ্য্যালয়তো প্ৰয়োজনীয় চিঠি-পত্ৰ কাকতাদি আছে। সেইবোৰবো অনুসন্ধান কৰিব লাগে। বিশ্ববিদ্যালয় আৰু অসম চৰকাৰে পুৰণি ইংৰাজী আৰু অসমীয়া নথি-পত্ৰ আদি প্ৰকাশ কৰিবলৈ দিহা কৰা প্ৰয়োজন। বুৰঞ্জী, অৰ্থনীতি, শিক্ষা, বাণিজ্য অসমীয়া ভাষা সাহিত্যত এম. এ. পাছ কৰা ছাত্ৰসকলক বৃত্তি দি বুৰঞ্জীমূলক নথি-পত্ৰসমহ সম্পাদন আৰু প্ৰকাশ কৰিবলৈ সুযোগ দিয়া উচিত।

অৰুণোদয় আদি পুৰণি সমাচাৰ পত্ৰবপৰাও আধুনিক যুগৰ সমাজ, শিক্ষা, ধৰ্ম্ম, সাহিত্য সম্বন্ধীয় বুৰঞ্জীমূলক বিৱৰণ সংগ্ৰহ কৰাৰ স্থল আছে। পুৰণি সংবাদ পত্ৰৰপৰা কেনে ধৰণৰ তথ্য-পাতি সংগ্ৰহ কৰিব পাৰি তাৰ দুই এটি উদাহৰণ অৰুণোদয়ৰ পৰা উদ্ধৃত কৰা হ'ল। ১৮৩৮ খ্ৰীষ্টাব্দৰ অৰুণোদয় পত্ৰিকাত এটি মূল্যবান বুৰঞ্জীমূলক বাতৰি প্ৰকাশ হৈছিল। বাতৰিটো এই,—

"পুৰন্দৰসিংহ ৰজাৰ বৰ বাণি গুআহাটিৰ পৰা উজাই আহোঁতে মুনিচন্দ্ৰ ব্ৰাহ্মণে আগ বাহি গৈ আপোনাৰ নাৱত তলি আনি, বাণি অলপ বেমাৰ হোৱাত দৰব খুআওঁ বুলি বিসম দৰব খুআই মাৰিলে। পাচে ধৰা পৰিলত ধনৰ লোভত মাৰিলে বুলি জানি বিচাৰকৰ্ত্তাসকলে জনমভৰ ফাটেকত দিলে।"

১৮৪৬ খ্ৰীষ্টাব্দৰ অক্টোবৰ মাহৰ পত্ৰিকাত অনেক দেশৰ সম্বাদত আছে,—

"জোৰহাট নগৰত মহাৰজা পৰন্দৰসিংহৰ ৩ দিন জাওঁতে মধুমেহৰ পিৰা উপস্থিত হৈ বৰ্ত্তমান মাহৰ ১ প্ৰথম তাৰিখে ব্ৰিহস্পতিবাৰৰ দিনা বেলি দুই বজাৰ সময়ত ম্ৰিতু হল।

"তেতিয়া দুৰ্গাপূজা চাবলৈ ফুকন, বৰুআ আদি বৰবৰুআ ডাঙৰীয়া সকল

গোট খাই, সেই মৃত মহাৰজাক নগৰৰ পৰা বাহিৰ কৰি, দহন আদি কৰাবৰ নিমিত্তে শ্ৰীযুত কামেশ্বৰ সিংহক, মৃত ৰজাৰ স থকা ঠাইতে বৰ চনাত কাপড় পাৰি বহুআই। বৰবৰুআ আৰু ডাঙৰীয়া সকলে চাৰি ৰজাৰ সময়ইত পুৰ্বে পিতৃ ৰজাই যুবৰাজ নাম দিয়া, শ্ৰীজুত কামেশ্বৰ সিংহক এক সেৱা কৰি জুবৰাজ মৰ্জদা দিলে। পাচে জুবৰাজে সোণ, ৰূপ, কাঁহ আৰু তাম এই চাৰি কলহেৰে মৃত ৰজাক গা ধুআই, ৰাজ অলঙ্কাৰ পিন্ধাই, সবাইত সাজ কাপৰ দি কুঁঅৰি আৰু গোহাঁই সকলে সেৱা জনাই, চাঙ্গটি চন্দোআৰ তৰি চৌ দোলাত তলি দিচৈ নৈৰ ওচৰলৈ নি, আঁৰ কাপৰ তৰি চন্দন কাঠ আদিৰে দহন কৰিলে। স.নিওঁতে বৰ লোক আৰু সৰু লোক, বহু মানুহ গৈছিল।"

কলিকতাৰ পৰা গুআহাটিলৈ ভাপৰ নাও অহা জোআৰ কথা প্ৰসঙ্গত ১৮৪৭ খ্ৰীষ্টাব্দৰ চেপ্টেম্বৰ মাহৰ অৰুণোদইত লিখিছিল,—

"ঢাকাই দি গুআহাটিলৈ তিনি বচৰলৈকে মাহে মাহে ষ্টিম বোট অৰ্থাত ভাপৰ নাও পঠাবলৈ গৱৰ্ণমেণ্টে আগ্যা দি থিৰ কৰিলে। আগষ্ট মাহত ১৩ তাৰিখত জমনা নামে এখন ষ্টিম বোট কলিকতা এৰি ২৯ তাৰিখত মোকাম গুআহাটি পালেহি; তাতে তিনি দিন মান থকাত, সেই জিলাৰ সাহাব আৰু অসমীয়া অনেক ভদ্ৰলোক, মুঠে তিনি স মান মানুহ ষ্টিম বোটত উঠি অলপমান উজাই গৈছিল, তাৰে পাচে ভাটিলৈকো কিচু দূৰ গৈ আকও গুআহাটিলৈ উভতি আহিল।"

১৮৪৯ খৃষ্টাব্দৰ নবেম্বৰ মাহৰ অৰুণোদয়ত অসমীয়া ছাত্ৰৰ ডাক্তৰী শিক্ষা সম্বন্ধে সংবাদ আছে,—

"কোনো কোনো অসমীয়া লোক বেজৰ কাম সিকিবৰ নিমিতে দেসৰ পৰা কলিকতালৈ গৈ মেদিকেল কলেজ, অৰ্থাত প্ৰধান বেজৰ স্কুলত সোমাল, আৰু কলিকতাৰ সমাচাৰ দৰ্পনত লিখিচে, সিহঁতে ভালকৈ সিকি আচে।"

বঙ্গ ভাষাত ব্ৰজেন্দ্ৰনাথ বন্দোপাধ্যায়ে সম্পাদন কৰা "সংবাদ পত্ৰে সেকালেৰ কথা" নামৰ গ্ৰন্থই এনে ধৰণৰ সংকলন কাৰ্য্যৰ কিছু সংকেত দিব। বঙ্গদেশৰ পত্ৰিকাত প্ৰকাশ হোৱা অসম সম্বন্ধীয় দুই চাৰিটা সা-সংবাদে—"সংবাদ পত্ৰে সেকালেৰ কথা"ত ঠাই পাইছে। কিন্তু আমাৰ প্ৰাচীন সম্বাদ পত্ৰ সমূহ ইতিমধ্যেই দুষ্প্ৰাপ্য হৈ পৰিছে। বৃটিছ যুগৰ অসমৰ বুৰঞ্জী ৰচনাৰ উপকৰণৰ নিমিত্তে এই সম্বাদপত্ৰসমূহ সংগ্ৰহ কৰি কোনো কেন্দ্ৰীয় গ্ৰন্থালয়ত সংৰক্ষণৰ নিতান্ত প্ৰয়োজন।

বুৰঞ্জী প্ৰণয়ন কাৰ্য্যত এই বিবিধ উপাদান লগাবলৈ হলে সেইবোৰ অতি সাৱধান আৰু সতৰ্কতাৰে চয়ন কৰিব লাগিব। তাৰ তাৎপৰ্য্য ব্যাখ্যা ঐতিহাসিক তুলাদণ্ডৰে কৰা কৰ্ত্তব্য। স্বদেশ-প্ৰীতি আৰু জাতি-কুল সম্প্ৰদায়ৰ-অনুৰাগ বিৰাগৰপৰা যাতে এই ব্যাখ্যা মুক্ত হয় তালৈ বিশেষভাৱে লক্ষ্য ৰখা উচিত। ঐতিহাসিক আদৰ্শ সম্বন্ধে দ্বাদশ শতিকাৰ কবি কহলনে "ৰাজতৰঙ্গিণী"ত যি উক্তি কৰিছে সি আজিৰ দিনতো অনুকৰণীয়—

শ্লাঘ্যঃ স এৱ গুণৱান্ ৰাগদ্বেষবহিস্কৃতঃ।
ভূতাৰ্থ-কথনে যস্য স্থেয়স্যেৱ সৰস্বতী॥

সেই গুণৱানেই শ্লাঘ্য যাৰ বাণী (সৰস্বতী) ভূতাৰ্থ-কথনত স্থিৰ, অৰ্থাৎ বিচাৰকৰ দৰে ৰাগদ্বেষ-বৰ্জ্জিত।

আমি উল্লেখ কৰা বুৰঞ্জীমূলক উপাদানৰ সংগ্ৰহ দুই এজন লোকৰ দ্বাৰা সম্ভৱ নহয়। ইয়াৰ কাৰণে প্ৰয়োজন তৰুণসকলৰ শক্তি, প্ৰৱীণসকলৰ প্ৰজ্ঞা, ধনীসকলৰ অৰ্থ আৰু বয়সস্থসকলৰ অভিজ্ঞতা। তাতকৈ প্ৰয়োজন দেশবাসীৰ ইচ্ছা, আগ্ৰহ আৰু একনৈষ্ঠিক চেষ্টা। জাতীয় বুৰঞ্জী—যি বুৰঞ্জীয়ে নানা ঘাত-প্ৰতিঘাতৰ মাজেদি গঢ় লওঁতে শ শ বছৰ লাগিছে, তাক দুই এবছৰতে সংকলন কৰা সম্ভৱপৰ নহয়। ইয়াৰ কাৰণে বহু সময়, বহু পৰিশ্ৰম, বহু সাধনাৰ প্ৰয়োজন। ভূগোল, নৃতত্ত্ব, দৰ্শন, অৰ্থনীতি, ভাষা-বিজ্ঞান, এই সকলো বিদ্যাতে নিপুণ লোক এই জাতীয় কাৰ্য্য সম্পাদনত সহায়ক হোৱা উচিত।

# দ্বাদশ অধিৱেশনৰ সভাপতিৰ অভিভাষণ

ধুবুৰী, ডিচেম্বৰ ১৯৫৬

**শ্ৰীৰূপনাথ ব্ৰহ্ম**

আদৰণী সভাৰ সভাপতি, সভ্যসকল আৰু উপস্থিত সাহিত্যিক সুধীবৃন্দ, আজি অসম সাহিত্য সভাৰ ৰজত জয়ন্তী অধিবেশনৰ বুৰঞ্জী শাখাৰ সভাত মোক সভাপতি বৰণ কৰি সন্মানিত কৰাৰ কাৰণে মই কৃতজ্ঞতাৰে সৈতে আপোনালোকৰ সকলোকে মোৰ আন্তৰিক ধন্যবাদ জনাইছো। আপোনালোকৰ প্ৰস্তাৱ মতে আপোনালোকৰ আশীৰ্ব্বাদ শিৰোধাৰ্য্য কৰি সভাপতিৰ আসন গ্ৰহণ কৰি মই সভাৰ কাৰ্য্য পৰিচালনা কৰিবলৈ আগ বাঢ়িছো। মই ঐতিহাসিক নহও, সাহিত্যিকো নহও আৰু সভাপতি হোৱাৰ যোগ্যতাও মই দাবী নকৰোঁ। তথাপি যে আপোনালোকে মোক সভাপতি নিৰ্ব্বাচিত কৰিছে, ই মোৰ আৰু সদৌ গুৱালপাৰা বাসীৰ প্ৰতি আপোনালোকৰ অকৃত্ৰিম স্নেহ আৰু শুভেচ্ছা। এই সন্মান মোৰ ব্যক্তিগত সন্মান নহয়—এই সন্মানৰ দ্বাৰা আজি আপোনালোকে অসমৰ অতি প্ৰাচীন ইণ্ডো-মঙ্গলইড্ বড়ো জাতিক আৰু গুৱালপাৰা জিলাৰ অধিবাসীসকলক সন্মানিত কৰিছে। এই কাৰণে মই সদৌ অসমৰ বড়ো জাতি আৰু গুৱালপাড়া জিলাৰ অধিবাসীসকলৰ পক্ষৰপৰা আপোনালোকলৈ আকৌ শলাগৰ শৰাই আগ বঢ়াইছো আৰু অসমৰ সাহিত্যিকসকলক সশ্ৰদ্ধ অভিনন্দন জনাইছো।

আজি মনত পৰে—ত্ৰিশ বছৰ আগতে ১৯২৬ খ্ৰীষ্টাব্দৰ এই ধুবুৰীত হৈ যোৱা অসম সাহিত্য সভাৰ কথা। তেতিয়া মই কলিকতাত এম.এ. আৰু আইন পঢ়িছিলো। কলিকতালৈ পঢ়িবলৈ যোৱাৰ আগখিনিতে স্বৰ্গীয় আনন্দচন্দ্ৰ আগৰৱালাৰ লগত মোৰ ভালদৰে পৰিচয় হৈ গৈছিল। স্থানীয় বড়োসকলৰ মাজত প্ৰথম বি.এ. পাছ কৰি ওলোৱাৰ কাৰণে তেখেতে মোক বৰ ভাল পাইছিল। মোৰ স্বৰ্গীয় পিতৃদেৱৰ লগতো তেখেতৰ বৰ ভাল ভাব আছিল আৰু ল'ৰাটোক বি.এ. পাছ কৰাই কলিকতাত এম.এ. আৰু আইন পঢ়িবলৈ পঠোৱাৰ কাৰণে বৰকৈ ধন্যবাদ দিছিল। স্বৰ্গীয় আগৰৱালাদেৱ তেতিয়া ধুবুৰীত পুলিচ চুপাৰিণ্টেণ্ডেণ্ট হৈ আছিল। তেখেতৰ কথা আজি বৰকৈ মনত পৰে। তেখেতে এদিনাখন মোক লগ ধৰি ক'লে,—"ব্ৰহ্ম ডাঙৰীয়া, আপুনি যদি সহায় কৰে মই এটা ডাঙৰ কাম কৰিবলৈ বিচাৰিছো।" তেখেতে ধুবুৰীত অসম সাহিত্য সভা পতাৰ কথা ক'লে। মই সৰ্ব্বতোপ্ৰকাৰে সহায় কৰিম বুলি কোৱাত তেখেতে আনন্দ উৎসাহেৰে মোক ধন্যবাদ দিলে। ধুবুৰী মহকুমাবাসী সকলো বাইজৰ, বিশেষকৈ বড়ো

সকলৰ সহায় সহযোগত আৰু আগৰৱালাদেৱৰ অক্লান্ত চেষ্টাৰ ফলত সাহিত্য সভাৰ সেই অধিবেশনৰ কাম সুকলমে সম্পন্ন হৈ গ'ল। আজি শ্ৰদ্ধেয় আগৰৱালাদেৱ আমাৰ মাজত আৰু নাই। তেখেতৰ সেই "সুখৰ বাতৰি লৈ আহিছো ওলাই মই।" কথাটো এতিয়াও মনত পৰে। আজিও বাচি থকাহেঁতেন তেখেতে কিমান নতুন নতুন সুখ, শান্তি আৰু সত্যৰ বাতৰি শুনাই আমাক মুগ্ধ আৰু উদ্দীপিত কৰি তুলিলেহেঁতেন! আজি তেখেতৰ পবিত্ৰ আত্মাৰ উদ্দেশ্যে মই শ্ৰদ্ধাঞ্জলি জ্ঞাপন কৰিছো।

পুণ্যভূমি ভাৰতবৰ্ষৰ উত্তৰ-পূব প্ৰান্তত হিমালয়ৰ পাদদেশত অৱস্থিত— প্ৰাকৃতিক সৌন্দৰ্য্য সম্পদেৰে অতুলনীয় আমাৰ এই অসম দেশৰ ইতিহাস পৰ্য্যালোচনা কৰিবলৈ পাতনি মেলাৰ আগতে আমাৰ প্ৰখ্যাত বৰেণ্য প্ৰত্নতত্ত্ববিদ স্বনামধন্য শ্ৰদ্ধেয় সুনীতিকুমাৰ চট্টোপাধ্যায় মহোদয়ে অনুসন্ধিৎসু হৈ যি প্ৰশ্ন উত্থাপন কৰিছিল, সেই প্ৰশ্ন সুধী সাহিত্যিকসকলৰ আগত দাঙি ধৰা সমীচীন হব বুলি ভাবিছো। তেখেতে তেখেতৰ এখনি গৱেষণামূলক কিতাপৰ উপসংহাৰত এইভাৱে এটা ডাঙৰ প্ৰশ্ন তুলিছে,— 'Can we think of Indian history and civilization particularly in Eastern India without the contribution of the Licchavis and the Newars, the Koch, Kachari, Tipra and the Bodo peoples, the Ahoms, the Jayantias and the Manipuris অৰ্থাৎ "লিচ্ছৱি নেৱাৰ, কোচ, কছাৰী, টিপ্ৰা, বড়ো, আহোম, জয়ন্তীয়া আৰু মণিপুৰীসকলৰ বৰঙণি আৰু অৱদান বাদ দি আমি ভাৰতৰ বিশেষকৈ পূৰ্ব ভাৰতৰ ইতিহাস আৰু সভ্যতাৰ কথা ভাবিব পাৰোঁনে ?" ঠিক সেইভাৱে মই আজি আমাৰ অসমৰ ঐতিহাসিক আৰু সাহিত্যিকসকলৰ আগত এই প্ৰশ্ন দাঙি ধৰিব খুজিছো যে, "বড়ো, কোচ, কছাৰী, আহোম, চুটিয়া, জয়ন্তীয়া, টিপ্ৰা, মণিপুৰী ইত্যাদি প্ৰাচীন অসমৰ আদিম জাতিসকলৰ অৱদান আৰু বৰঙণি বাদ দি, আমি আমাৰ অসমৰ ইতিহাস আৰু সভ্যতাৰ কথা ভাবিব পাৰোঁনে ?" "নোৱাৰোঁ।" আজি অসমত এই প্ৰশ্নৰ মৰ্ম উপলব্ধি কৰি সত্যৰ ওপৰত ভিত্তি কৰি মঙ্গল উদ্দেশ্য লৈ প্ৰকৃত ঐতিহাসিক তত্ত্ব উদঘাটন কৰিবৰ কাৰণে সুস্থ গৱেষণাৰ বিশেষ প্ৰয়োজন হৈছে। সত্যৰ মৰণ নাই। "মৰেনা মৰেনা কভু সত্য যাহা চিৰ শতাব্দীৰ বিস্মৃতিৰ তলে। নাহি মৰে উপেক্ষায় ; আঘাতে নাটলে, অপমানে নাহয় অস্থিৰ।" কবিগুৰুৰ এই শাশ্বত আশ্বাস বাণীৰ দ্বাৰা উদ্বুদ্ধ হৈ আমাৰ প্ৰত্নতাত্বিক আৰু ঐতিহাসিক সুধীবৃন্দই গৱেষণা আৰু ইতিহাস ৰচনাৰ গুৰুত্বপূৰ্ণ কামত আত্মনিয়োগ কৰিব বুলি মই আশা কৰিছো।

অসমৰ প্ৰাচীন ইতিহাস আজিও তিমিৰাবৃত হৈ আছে। আহোম সকলৰ অসম আগমন আৰু ৰাজত্বৰ সময়ৰ পৰাহে অসমৰ তৎকালীন ইতিবৃত্ত অলপ পোহৰলৈ আহিছে। শ্ৰদ্ধেয় শ্ৰীসূৰ্য্যকুমাৰ ভূঞা প্ৰমুখ্যে ঐতিহাসিক সুধীসকলৰ প্ৰচেষ্টা আৰু গৱেষণাৰ ফলত আজি আমি আহোম যুগৰ ধাৰাবাহিক ইতিহাস পাবলৈ সমৰ্থ হৈছোঁহক। আহোম ৰজা আৰু ৰবমূৰীয়া সকলৰ বুৰঞ্জী লিখি ৰখাৰ প্ৰথা বা প্ৰচলন থকাৰ কাৰণেই আহোম ৰজাসকলৰ শাসন কালৰ ধাৰাবাহিক এটি বিৱৰণ পোৱা সম্ভৱপৰ হৈছে।

এইদৰে অসমত আহোম ৰাজত্বৰ প্ৰতিষ্ঠাতা ৰজা চুকাফাৰ ৰাজত্বৰ প্ৰাৰম্ভৰপৰা শেষ আহোম ৰজাৰ ৰাজত্ব কাললৈকে আমি তৎকালীন অসমৰ ধাৰাবাহিক বিৱৰণ পাওঁ। কিন্তু প্ৰাগ্ আহোম যুগৰ অৰ্থাৎ আহোম ভাইসকল অসমলৈ অহাৰ পূৰ্ব্ববৰ্ত্তী কালৰ বিশ্বাসযোগ্য সঠিক ধাৰাবাহিক বিৱৰণ বা ইতিবৃত্ত আজিও আমি পাব পৰা নাই। বৰ্ত্তমানত দেখা যায় যে ভিন ভিন লেখকে বিভিন্ন দৃষ্টিকোণৰপৰা বিভিন্ন মত পোষণ কৰি সেই বিস্মৃত প্ৰায় যুগৰ অস্পষ্ট বিৱৰণ দাঙি ধৰিবলৈ চেষ্টা কৰিছে। কিন্তু সেই বিৱৰণবিলাক ব্যক্তিগত মত প্ৰকাশৰ বাহিৰে কোনো এক সুপৰিকল্পিত সুস্থ আৰু মৌলিক গৱেষণাৰ ভিত্তিৰ ওপৰত প্ৰতিষ্ঠিত হয় নে নহয় সেইটোহে প্ৰণিধান কৰি চোৱা উচিত। মই কোনো ব্যক্তিগত লেখকক উদ্দেশ্য কৰি কোৱা নাই। দেশৰ লুপ্ত প্ৰায় ইতিবৃত্ত পুনৰুদ্ধাৰ কৰি প্ৰকৃত তথ্য প্ৰকাশ কৰাটো গুৰুতৰ দায়ীত্বৰ কাম। মই আশা কৰোঁ আমাৰ উদীয়মান সাহিত্যিক আৰু ঐতিহাসিকসকলৰ সুস্থ গৱেষণাৰ ফলত প্ৰাগ্ আহোম যুগৰ অস্পষ্ট ইতিবৃত্তৰ ক্ৰমবিকাশ হৈ সুস্পষ্ট হৈ উঠিব। আহোম ৰাজ-কুল-তিলক চুকাফাই দীৰ্ঘ ত্ৰয়োদশ বছৰ দুৰ্গম দুৰ্ভেদ্য পাটকাই গিৰি শৃঙ্গৰ বন্ধুৰ পৰ্ব্বত মালা বেষ্টিত ভূখণ্ডত পৰিভ্ৰমণ কৰাৰ পিছত দেৱতাৰ কাম্যভূমি ৰত্নপ্ৰসূ অসমভূমিত ১২২৮ খ্ৰীষ্টাব্দত প্ৰথম পদাৰ্পন কৰে আৰু ১২৫৩ খ্ৰীষ্টাব্দত চৰাইদেউ পাহাৰত প্ৰথম নগৰ স্থাপন কৰে। ৰজা চুকাফাই অসম অভিযান যাত্ৰা কৰাৰ সময়ত মাত্ৰ ৮ জন সম্ভ্ৰান্ত ব্যক্তি, ৯০০০ মানুহ (মতা, তিৰোতা, লৰা-ছোৱালীৰে সৈতে), দুটা হাতী আৰু ৩০০ ঘোঁৰা লগত লৈ আহিছিল। তেওঁৰ ৰাজত্বৰ পিছত তেওঁৰ পুত্ৰ চুতেনফাই ১২৬৮ খ্ৰীষ্টাব্দত আহোম ৰাজপাটত উঠে। এইজনা ৰজাৰ ৰাজত্বৰ সময়ত কছাৰীসকলে দিখৌ নৈৰ পূবত থকা তেওঁলোকৰ ৰাজ্যৰ অংশ ত্যাগ কৰি দিছিল। তেওঁৰ পৰবৰ্ত্তী ৰজা চুহেনফাৰ ৰাজত্বৰ সময়ত ১৪৯০ খ্ৰীষ্টাব্দত আহোম কছাৰীসকলৰ মাজত ডমাপুল নামক ঠাইত ঘোৰতৰ যুদ্ধ হয়। এই যুদ্ধত আহোমসকল পৰাজিত হয় আৰু কছাৰী ৰজালৈ এগৰাকী ৰাজকুমাৰী, দুটা হাতী আৰু ১২ জনী দাসী উপঢৌকন দি পঠিয়াই শান্তি স্থাপনৰ প্ৰস্তাৱ কৰা হয়। চুহেনফাৰ পৰবৰ্ত্তী ৰজা চুহুংমুঙৰ ৰাজত্বৰ সময়ত (১৪৯৭-১৫৩৯) চুটিয়াসকল আহোমৰ হাতত পৰাজিত হয়। আৰু চুটিয়া ৰাজ্য আহোম ৰাজ্যৰ অন্তৰ্ভুক্ত হয়। এই সময়তেই আহোম সকলৰ মাজত ব্ৰাহ্মণ্য ধৰ্ম্মৰ প্ৰভাৱ প্ৰথম বিস্তৃত হয় ; আৰু চৰাইদেউত ৰিক্ভন যজ্ঞ অনুষ্ঠান কৰি ৰজা চুহুংমুঙে স্বৰ্গনাৰায়ণ উপাধি গ্ৰহণ কৰে। এই সময়তেই চুটিয়া ৰাজ্যৰ অন্তৰ্গত শদিয়াৰপৰা ব্ৰাহ্মণ, কমাৰ আৰু মিস্ত্ৰি, আহোম ৰাজধানীলৈ লৈ যোৱা হৈছিল। বহু বছৰ তয়াময়া ৰণ হৈ যোৱাৰ পিছত ১৫৩১ খ্ৰীষ্টাব্দত কছাৰী ৰজা ডেট্চুঙৰ সময়ত অসমৰ ৰাজপুতমন্য অমিত বিক্ৰম কছাৰী সকল পৰাজিত হয় আৰু তেওঁলোকৰ ডিমাপুৰ ৰাজধানী বিধ্বস্ত হয়। নগাঁৱৰ কলংনৈৰ উত্তৰ পাৰত থকা কছাৰী ৰাজ্যৰ অংশ ক্ৰমে আহোম সকলৰ অধীনলৈ আহি যায়। ডিমাপুৰ বিধ্বস্ত হোৱাৰ পিছত কছাৰীসকলে মাইবঙত গৈ নতুন ৰাজধানী স্থাপন কৰে। আৰু তাত কেইবা শ বছৰ ৰাজত্বৰ পিছত কাছাৰৰ খাছপুৰত ৰাজধানী স্থাপন কৰি বহু বছৰ ৰাজত্ব কৰাৰ পিছত বৃটিছৰ সময়ত বৃটিছ ৰাজ্যৰ অন্তৰ্ভুক্ত হয়। আহোম

কছাৰীৰ ৰণত আহোম কছাৰী উভয় পক্ষই কামান বন্দুক ব্যৱহাৰ কৰিছিল। কছাৰী ৰজাই যুদ্ধত পৰাজিত হোৱাৰ পিছত তিনিজনী কছাৰী ৰাজকুমাৰীক আহোম ৰজাৰ অন্দৰমহললৈ পঠিয়াই দিয়া হৈছিল। কছাৰী ৰজা ডেট্‌চুঙৰে কছাৰী ৰাজপাটত বহাৰ সময়ত নিজৰ এজনী ভনী আৰু বহু উপঢৌকন আহোম ৰজা চুহুংমুঙলৈ পঠিয়াই দিয়া হৈছিল। এইদৰে দেখা যায়, বহুত আগৰে পৰা আহোম কছাৰীৰ ভিতৰত সৎভাব আৰু ভাল সম্বন্ধ স্থাপন কৰি মিলনৰ প্ৰচেষ্টা চলিছিল ; আৰু লাহে লাহে এই দুয়ো জাতিৰ মাজে বৈবাহিক সম্বন্ধও প্ৰচলন হৈছিল ; আৰু বহু কছাৰীয়ে আহোম বুলি পৰিচয় দিছিল।

খ্ৰীষ্টীয় ১৫৩৭ শতাব্দীত কোচ ৰজা বিশ্বসিংহৰ লগত আহোম ৰজা চুহুংমুং প্ৰথম সংস্পৰ্শত আহে। দুয়ো ৰজাৰ ভিতৰত সৎভাব স্থাপন হয় আৰু দুয়োৰে মাজত বহুতো উপঢৌকনৰ আদান প্ৰদান হয়। তাৰ পিছত, ১৫৪৬ খ্ৰীষ্টাব্দত অৰ্থাৎ ৰজা চুক্লেন্‌মুঙৰ ৰাজত্ব কালত, কোচসকলৰ লগত আহোমসকলৰ আকৌ যুদ্ধ আৰম্ভ হয়। কোচ ৰজাসকলৰ ৰাজধানী কোচবিহাৰৰপৰা উত্তৰ লখীমপুৰৰ নাৰায়ণপুৰলৈকে এটা বিৰাট ৰাজআলি নিৰ্ম্মাণ কৰি কোচসকলে আহোমৰ বিৰুদ্ধে সৈন্যবাহিনীৰ অভিযান চলায়। প্ৰথমে কোচসকল পৰাজিত হয়, কিন্তু ১৫৬২ খ্ৰীষ্টাব্দত আকৌ বিবাদ হয়, আৰু তাৰ ফলত যি যুদ্ধ হয় তাত আহোমসকল বিধ্বস্ত হয় ; আৰু কোচসকল আহোম ৰাজ্যত বিয়পি পৰে। বিজয় গৌৰৱে চিলাৰায়ে আহোমৰ ৰাজধানী গড়গাঁৱত প্ৰবেশ কৰে। সন্ধি স্থাপিত হয়। চিলাৰায় নিজ ৰাজ্যলৈ উভতি যায়, আৰু কিছুমান কোচ কাৰিকৰ আহোমসকলৰ লগত যায়। এই কোচ কাৰিকৰ সকলে মাটিৰ কামত বিশেষকৈ দুৰ্গা আদি হিন্দুৰ দেৱ-দেৱীৰ মূৰ্ত্তি তৈয়াৰ কৰাত বৰ পাৰ্গত আছিল। তাৰ পিছত ১৫৭০ খ্ৰীষ্টাব্দলৈকে কোনো বিবাদ হোৱা নাছিল। ১৫৭০ খ্ৰীষ্টাব্দত কোচসকল সম্পূৰ্ণ পৰাজিত হয়, আৰু বহুত সৈন্য, নাও, কামান হেৰুৱায়। ১৫৮৫ খ্ৰীষ্টাব্দত কোচৰাজ ৰঘুদেৱে তেওঁৰ জীয়েক শঙ্কলাক আহোমৰাজ চুখাম্‌ফাৰ লগত বহুত উপঢৌকনেৰে সৈতে বিয়া দিয়ে।

জয়ন্তীয়া ৰাজ্যৰ ৰজাসকলৰ লগতো আহোমৰজাসকল সংস্পৰ্শত আহিছিল। তেওঁলোকৰ মাজত সদ্ভাৱ আৰু সন্ধি স্থাপনৰ কথাও বিৱৰণত উল্লিখিত আছে।

আহোম ৰজা ৰুদ্ৰসিংহৰ ৰাজত্বৰ সময়ৰ (১৭২৪ খ্ৰী.) ৰাজদূত বা কটকী, ৰত্নকন্দলি আৰু অৰ্জ্জুনদাসৰ লিখিত ত্ৰিপুৰা বুৰঞ্জীৰপৰাও ত্ৰিপুৰা ৰাজ্যৰ মহাৰজাসকলৰ আৰু তেওঁলোকৰ ৰাজ্যৰ বিৱৰণী পোৱা যায়। এই ত্ৰিপুৰা ৰাজ্যৰ টিপৰাসকলৰ ভাষা সংস্কৃতিৰ লগত লৌহিত্য উপত্যকাৰ বড়ো কছাৰীসকলৰ ভাষা সংস্কৃতিৰ বহুত সামঞ্জস্য দেখা যায়। এই হিচাপে টিপৰাসকলকো বড়ো জাতিৰ অন্তৰ্ভুক্ত বুলি ধৰা যায়।

উপৰোক্ত চমু বিৱৰণীবিলাকৰপৰা পৰিষ্কাৰভাৱে জানিব পাৰি যে আহোম-সকল অসমলৈ অহাৰ সময়ত আৰু আগত—আমাৰ এই বিশাল লৌহিত্য উপত্যকাত

আৰু তাৰ সান্নিধ্যত থকা ভূখণ্ডত কোচ, কছাৰী, চুটিয়া, টিপাৰা আৰু জয়ন্তীয়া ৰজা-সকলে ৰাজত্ব কৰি আছিল, আৰু এই জাতীয় লোকসকল শৌৰ্য্যে-বীৰ্য্যে, ঐশ্বৰ্য্য-বিভৱে আৰু সভ্যতাত কোনো গুণে কম নাছিল। আজিও কছাৰী, কোচ আৰু টিপাৰা বংশৰ ৰজাসকলৰ মুদ্ৰা, শিলালিপি, শিলামূৰ্ত্তি আৰু ভগ্নগৰীৰ ভগ্নস্তূপৰ কাৰু-কাৰ্য্যবিলাকৰ পৰা তেওঁলোকৰ শিল্পনৈপুণ্যৰ পূৰ্ণ চানেকি পোৱা যায়। এই কোচ, কছাৰী, চুটিয়া আৰু টিপাৰা কোন? আৰু তেওঁলোকৰ পূৰ্ব্বে এই বিশাল কামৰূপ ৰাজ্যত কোনেনো ৰাজত্ব কৰিছিল—এইবোৰ তথ্য আজি কোনে উদঘাটন কৰিব? এই কোচ, কছাৰী, চুটিয়া আৰু টিপাৰা জাতীয় লোকসকলে আজিও নিজ নিজ সংস্কৃতি আৰু ঐতিহ্য বজায় ৰাখি বৰ্ত্তমান অসমৰ সকলো ঠাইত আৰু ত্ৰিপুৰাত বিয়পি আছে। এই সিদিনা-খনলৈকে প্ৰাচীন প্ৰাগ্‌জ্যোতিষপুৰ বৰ্ত্তমান গুৱাহাটী আৰু শোণিতপুৰ বৰ্ত্তমান তেজপুৰ বড়ো (কোচ-কছাৰী) জাতীয় লোকেৰে ভৰপূৰ হৈ আছিল। আমি গুৱাহাটী কলেজত পঢ়া সময়লৈকে গুৱাহাটী চহৰ বড়ো (কছাৰী) জাতীয় মানুহেৰে ভৰি আছিল। কালৰ কুটিল প্ৰৱাহত আৰু অৱস্থাৰ বিপৰ্য্যয়ত আজি নানা ঘাত-প্ৰতিঘাতত অসমৰ এই আদিম জাতীয় লোকসকল কিদৰে বিপৰ্য্যস্ত হৈ পৰিছে—সূক্ষ্মদৰ্শী, শুভাকাঙ্খী, সুধীসকলে সেই কাহিনী ভালকৈ জানে। বৰ সুখৰ বিষয় ভাৰত স্বাধীন হোৱাৰ লগে লগে আজি দেশৰ বৰেণ্য নেতৃবৃন্দৰ সুনেতৃত্বত এই লোকসকলে নতুন চেতনা আৰু আত্মসংজ্ঞা (self-consciousness) লাভ কৰি নিজৰ অস্তিত্ব ৰক্ষা কৰিবলৈ সুবিধা পাইছে। আজিৰ পৰিস্থিতিত এনে অৱস্থাৰ সৃষ্টি হৈছে, যি অৱস্থাৰ মাজত মানুহে কল্পনা কৰিব নোৱাৰে যে এসময়ত এই জাতিৰ পূৰ্ব্বপুৰুষসকলৰ দ্বাৰা প্ৰাগ্‌জ্যোতিষপুৰ, শোণিতপুৰ, ডিমাপুৰ, কীৰ্ত্তিপুৰ (মাইবাং) আৰু খাছপুৰৰ নিচিনা নগৰ আৰু ৰাজধানী নিৰ্ম্মিত আৰু স্থাপিত হৈছিল। নৰকাসুৰ, বানাসুৰ, ভগদত্ত, ভাস্কৰবৰ্ম্মন, ভীষ্মক, শালস্তম্ভ, হৰ্জ্জৰবৰ্ম্মন, ব্ৰহ্মপাল, ৰত্নপাল, আৰিমত্ত ইত্যাদি অসমৰ প্ৰাচীন যশস্বী ৰজাসকলৰ সম্বন্ধে আজিও প্ৰামাণ্যৰে সৈতে কোনো সঠিক বিৱৰণ লিখিত হোৱা নাই আজিৰ দিনত বৰ্ত্তমান পৰিস্থিতিত সেই ৰজাসকলক, এই কোচ, কছাৰী আৰু চুটিয়াৰ পূৰ্ব্বপুৰুষসকলৰ বংশ-সম্ভূত বুলি ক'লে হয়তো বহুতে বিশ্বাস কৰিবলৈ টান পাব। কিন্তু মোৰ দৃঢ় ধাৰণা, গভীৰ আৰু সুস্থভাৱে গৱেষণা কৰি চালে এই সত্যতা নিশ্চয় প্ৰমাণিত হব; আৰু অদূৰ ভৱিষ্যতত এই সত্য তথ্য উদঘাটিত হবই হব। এই সম্বন্ধে আজি মোৰ ভাষণত এইখিনিকে উনুকিয়াই থৈ আগলৈ কেতিয়াবা বিস্তৃতভাৱে আলোচনা কৰিবলৈ আশা ৰাখিলোঁ।

ভাৰতীয় আৰ্য্যসকলে ( Indo-Aryans ) ভাৰতৰ পূবপিনে বিস্তৃতি লাভ কৰাৰ আগত পূৰ্ব্ব ভাৰত বিশেষকৈ বিহাৰৰ উত্তৰ, বঙ্গদেশৰ উত্তৰ পূৰ্ব্ব আৰু সমগ্ৰ অসম (ত্ৰিপুৰা শ্ৰীহট্টৰে সৈতে) ভাৰতীয় মঙ্গোলীয়ান ( Indo-Mongoloids ) জাতীয় লোকসকলৰ দ্বাৰা অধ্যুষিত আছিল। এই ভাৰতীয় মঙ্গোলীয়ানসকলৰ নিজৰ উচ্চ খাপৰ বিশিষ্ট কৃষ্টি আৰু সভ্যতা আছিল। এই ইণ্ডো-মঙ্গোলীয়ান কৃষ্টি সভ্যতা আৰু ইণ্ডো-এৰিয়ান কৃষ্টি সভ্যতা এই দুয়োৰে অপূৰ্ব্ব সংমিশ্ৰনৰ ফলত পূৰ্ব্ব ভাৰতত,

বিশেষকৈ প্ৰাচীন কামৰূপৰ লৌহিত্য উপত্যকাত এক বিশিষ্ট কৃষ্টি-সভ্যতা গঢ়ি উঠিছিল। নৰকাসুৰ ভগদত্তৰ যুগৰপৰা আৰম্ভ কৰি কোচ, কছাৰী, আহোম, চুটিয়া ৰজাসকলৰ ৰাজত্ব কাললৈকে আমাৰ এই অসমত, এই অপূৰ্ব্ব সন্মিলনৰ পূৰ্ণ আভাস পোৱা যায়। ইণ্ডো-মঙ্গোলীয়ান জাতীয় যশস্বী ৰজাসকলে নিজ নিজ কৃষ্টি বৈশিষ্ট্য অক্ষুণ্ণ ৰখাৰ লগে লগে ইণ্ডো-এৰিয়ান কৃষ্টি সভ্যতা আৰু ব্ৰাহ্মণ্য ধৰ্ম্মৰও পৃষ্ঠপোষকতা কৰি আহিছিল আৰু তাৰ ফলত লাহে লাহে প্ৰাচীন ইণ্ডো-মঙ্গোলীয়ান ৰজাসকলৰ আশ্ৰয় আৰু পোষকতাত, ব্ৰাহ্মণ, কায়স্থ, কলিতা আদি ইণ্ডো-এৰিয়ান জাতীয় লোকসকলে ভাৰতৰ পূৰ্ব্ব ভাগত বিস্তৃতি লাভ কৰিবলৈ সুবিধা পাইছিল। বড়ো-জাতীয় কোচ, কছাৰী, চুটিয়া ৰজা আৰু আহোম জাতীয় ৰজাসকলৰ ৰাজত্বৰ কাল চোৱাত ব্ৰাহ্মণ্য ধৰ্ম্মৰ প্ৰভাৱৰ নিদৰ্শনৰ পৰাও ইয়াৰ পৰিষ্কাৰ প্ৰমাণ পোৱা যায়। কছাৰী ৰজাৰ দিনত ৰামায়ণ, নাৰদীয় পুৰাণ আদি ৰচনা, কোচ ৰজাৰ দিনত হিন্দু মঠ-মন্দিৰ স্থাপন আৰু যুগধৰ্ম্ম প্ৰচাৰৰ সুবিধা দান, আহোম ৰজাৰ দিনত ব্ৰাহ্মণ্য ধৰ্ম্ম প্ৰচাৰৰ কথা সকলোৰে সুবিদিত।

আমাৰ প্ৰাচীন কামৰূপ তথা অসম ৰাজ্যত আহোমসকলৰ আগলৈকে বাহিৰৰ-পৰা আন কোনো ৰজা আহি ৰাজত্ব কৰা নাছিল। যুগে যুগে আমাৰ অসম দেশৰ আদিম অধিবাসী ৰাজন্যবৰ্গই সদায় ৰাজদণ্ড ধাৰণ কৰি সগৌৰৱে ৰাজ্য পৰিচালনা কৰি আছিল। ৰাজদণ্ড আৰু শাসনকাৰ্য্য, সদায় স্থানীয় অধিবাসী ৰজাসকলৰ হাততেই আছিল আৰু বিভিন্ন ৰজাৰ প্ৰভাৱ প্ৰতিপত্তি আৰু শক্তি অনুযায়ী ৰাজ্যৰ পৰিসৰ বৰ্দ্ধিত আৰু বিস্তৃত হৈছিল। কিছুমানৰ ভুল ধাৰণা এই যে, অসমৰ ব্ৰহ্মপাল, ৰত্নপাল আদি ৰজাসকল পালবংশীয় ৰজা আছিল। কিন্তু প্ৰকৃততে তেওঁলোক পালবংশীয় ৰজা নাছিল বুলি অনুমিত হয়। আচলতে তেওঁলোক ইণ্ডো-মঙ্গোলীয়ান নৰকৰ বংশ সম্ভূত বুলিহে প্ৰতীত হয়।

খ্ৰীষ্টীয় ১২৬১ খ্ৰীষ্টাব্দত তুৰ্ক কৰ্ত্তৃক বঙ্গ-বিজয়ৰ কথা উল্লেখ আছে। সেই সময়ত কামৰূপ ৰাজ্য কোচ, মেচ আৰু থাৰুসকলৰ দ্বাৰা অধ্যুষিত আছিল। ত্ৰয়োদশ শতাব্দীত তুৰ্কসকলে কামৰূপ আক্ৰমণ কৰিছিল, আৰু তৎকালীন কামৰূপীয় ৰজাৰ দ্বাৰা তুৰ্কসকল পৰাজিত হৈ ধ্বংসপ্ৰাপ্ত হৈছিল। তেতিয়াৰপৰা আহোম ৰাজত্বৰ সময়-লৈকে মোগলসকলে বহু বাৰ অসম আক্ৰমণ কৰিছিল আৰু প্ৰত্যেক বাৰেই অসম ৰজা আৰু সৈন্যসকলৰ দ্বাৰা পৰাজিত হৈছিল। ফলত তেওঁলোকে অসম জয় কৰাৰ সংকল্প ত্যাগ কৰিবলৈ বাধ্য হৈছিল।

বন্ধুসকল, আজি যি ঠাইত আপোনালোকে সমবেত হৈছে, এই ঠাই প্ৰাচীন কামৰূপ ৰাজ্যৰ এটা প্ৰধান আৰু অবিচ্ছেদ্য অংশ আৰু অসম গৌৰৱ কোচ ৰজাসকলৰ আদি পীঠস্থানৰ অন্তৰ্ভুক্ত। এই ধুবুৰী মহকুমাই আছিল—কোচ ৰজাসকলৰ আদি পুৰুষ ডাৱাছু মেচ, হাওৰীয়া মেচৰ বংশ-সম্ভূত মহাৰাজ বিশ্বসিংহৰ আদিম ৰাজ্য—বাৰ সীমা আছিল,—

পূৰ্ব্বত মানাহ সোণকোষ পশ্চিমত।
উত্তৰে ধৱলগিৰি দক্ষিণে লৌহিত্য ॥

এই ধুনুৰী মহকুমাৰ উত্তৰ অঞ্চলত—হিমালয়ৰ পাদদেশত, চিক্‌না নামক অতীৱ ৰমণীয় ঠাইত এই কোচ ৰজাৰ আদি পুৰুষসকলৰ বাসস্থান আছিল। সেই সময়ত গুৱালপাৰা জিলাৰ উত্তৰ অঞ্চলৰ মেচ (বড়ো)সকলে ধনে-ধানে, শক্তি-সামৰ্থে আৰু ঐশ্বৰ্য্য-বিভৱে অতি চহকী আছিল। এই ঠাইৰ আওঁতীয়া বীৰ আৰু সাধাৰী ছিক্লাৰ (বীৰাঙ্গনাৰ) মধুময় কাহিনী এতিয়াও বড়োসকলৰ মাজত শুনিবলৈ পোৱা যায়।

কোচ ৰাজ-কুল-তিলক মহাৰাজ বিশ্বসিংহ, নৰনাৰায়ণ আৰু চিলাৰায়ৰ গৌৰৱময় ৰাজত্বৰ কথা আৰু তেওঁলোকৰ শক্তি-সামৰ্থ্য আৰু ৰাজ্য জয়ৰ কথা আজি বহলাই কবৰ আৰু সকাম নাই। এই কোচ ৰজাসকলৰ আশ্ৰয়, সৌজন্য আৰু পৃষ্ঠ-পোষকতাৰ বলতে আমাৰ অসমৰ অৱতাৰসম, যুগপ্ৰৱৰ্ত্তক গুৰু শঙ্কৰ-মাধৱৰ পৱিত্ৰ ভাগৱতী ধৰ্ম্ম-প্ৰচাৰ সম্ভৱপৰ হৈছিল।

প্ৰকৃতিৰ লীলাভূমি স্বৰ্গাদপি গৰীয়সী অসম-কামৰূপা অসমী আইৰ অতীত অতীৱ গৰিমাময়। প্ৰাকৃতিক সৌন্দৰ্য্য আৰু বন্য সম্পদত আৰু ঐতিহ্যত ইয়াৰ তুলনা নাই। যুগে যুগে মহাভাগ ব্ৰহ্মপুত্ৰ লৌহিত্যৰ পূত বাৰিধাৰা বিধৌত পৱিত্ৰ বিশাল তটভূমি অপূৰ্ব্ব কৃষ্টি সভ্যতাৰ পুণ্য আলোক উদ্ভাসিত হৈ আছিল। আজিও লৌহিত্যৰ তটভূমিস্থিত শৈলশৃঙ্গৰ স্তৰে স্তৰে শৈল গাত্ৰত খোদিত—কাৰু কাৰ্য্য শোভিত অগণিত মূৰ্ত্তিৰ ভগ্নাৱশেষসমূহ অতীতৰ গৌৰৱময় স্মৃতি বুকুত লৈ ব্যক্ত হ'বলৈ বৈ আছে। অসমৰ পৰ্ব্বত-ভৈয়ামৰ হাবি-বননিত ভগ্নস্তূপৰ অন্তৰালত যি ঐতিহাসিক তথ্য নিহিত হৈ আছে, আজি আমাৰ প্ৰত্নতত্ত্ববিদ ঐতিহাসিকসকলে পূৰ্ণ গৱেষণাৰ দ্বাৰা সেইবোৰ তথ্য উদ্‌ঘাটন কৰি ব্যক্ত কৰিবলৈ চেষ্টা নকৰিলে এইবোৰ লাহে লাহে বিস্মৃতিৰ অতল গৰ্ভত বিলীন হৈ অস্তিত্ব লোপ পাই যাব। সেই কাৰণে অনতিপলমে আমাৰ অসম সাহিত্য সভাৰ তত্ত্বাৱধানত এটা গৱেষণা ( research ) পৰিষদ গঠন কৰি এই তথ্যবিলাক উদ্ধাৰ কৰাৰ কাৰণে এটা প্ৰচেষ্টা চলোৱা একান্ত আৱশ্যক। প্ৰথমে কপিলি আৰু সিকিৰ-উত্তৰ কাছাৰ পাহাৰৰ মধ্যবৰ্ত্তী ডবকা পাহাৰেৰে সৈতে বিৰাট অঞ্চলৰ পৰ্ব্বত-বননিৰ মাজত, দৰং জিলাৰ দহপৰ্ব্বতীয়া, বামুণীপাহাৰ ইত্যাদি ঠাইত, গুৱালপাৰা জিলাৰ শ্ৰীসূৰ্য্য পঞ্চৰত্ন পাহাৰত আৰু ডিমাপুৰ কাছোমাৰী পথাৰ অঞ্চলত যিবিলাক প্ৰাচীন ভগ্নাৱশেষ সিঁচৰতি হৈ আছে সেই ভগ্নাৱশেষবোৰৰ ফটোৰে সৈতে এটা বিস্তৃত বিৱৰণ অসমীয়া ভাষাত লেখি প্ৰকাশ কৰি সকলোৰে সুদৃষ্টি আকৰ্ষণ কৰা একান্ত প্ৰয়োজন বুলি মই ভাবোঁ।

বন বিভাগৰ মন্ত্ৰী হিছাপে অসমৰ পৰ্ব্বত-ভৈয়ামৰ বননিৰ মাজে মাজে ভ্ৰমণ কৰিবৰ সুবিধা মই পাইছিলো। ব্ৰহ্মপুত্ৰৰ দুয়োপাৰে পৰ্ব্বতমালাৰ পাদদেশৰ বিস্তৃত বননিৰ মাজে মাজে প্ৰায় সকলো ঠাইতে অগণিত শিৱ লিঙ্গ, গণেশৰ মূৰ্ত্তি দেখিবলৈ পোৱা যায়। কিছুমান ঠাইত দুৰ্গতিনাশিনী দশভূজা দুৰ্গাৰ প্ৰস্তৰ মূৰ্ত্তিও অবিকৃত অৱস্থাত দেখা যায়। এইবোৰ শিলৰ দুৰ্গা মূৰ্ত্তিৰ দ্বাৰা এয়েই প্ৰমাণিত হয় যে বহু শ শ বছৰ আগতে প্ৰাচীন কামৰূপ ৰাজ্যত দুৰ্গা আদি শক্তি-পূজাৰ প্ৰচলন আছিল আৰু কেঁচাখাঁইতী, কামাখ্যা, আই কালিকা আৰু ৰণ-চণ্ডীৰ পূজা-অৰ্চনা বহু যুগ-যুগান্তৰ

পৰা চলি আহিছিল। অসমৰ প্ৰাচীন ইণ্ডো-মঙ্গোলীয়ান্ বংশ সম্ভূত ৰাজন্যবৰ্গই দেৱাদিদেৱ মহাদেৱ—শিৱপূজাৰ লগে লগে শক্তিৰ পূজা-অৰ্চ্চনাও কৰিছিল। কাছাৰ জিলাত কছাৰী ৰজাৰ শেষ ৰাজধানী খাচ্‌পুৰত—ইষ্টক নিৰ্ম্মিত বহু ৰণ-চণ্ডীৰ মন্দিৰ এতিয়াও অবিকৃত অৱস্থাত দেখিবলৈ পোৱা যায়। কেঁচাইখাঁইতী (তাম্ৰেশ্বৰীত আৰু কামাখ্যাৰ মন্দিৰতো যুগ যুগ কালৰপৰা মাতৃ-শক্তিৰ পূজা-অৰ্চ্চনা হৈ আহিছে। বড়োসকলৰ শ্ৰেষ্ঠ জাতীয় উৎসৱ খেৰাইত ৰণ-চণ্ডী পূজা-অৰ্চ্চনা কৰা হয় আৰু মাতৃ-শক্তিয়ে দেওধাইৰ যোগেদি বড়ো সন্তানসকলক এইবুলি সম্বোধন কৰে,—"শুনা মোৰ প্ৰিয় বড়ো সন্তানসকল, মোৰ বাণী শুনা। তোমালোকে ভয় কৰিব নেলাগে। মই তোমালোকক ৰক্ষা কৰিম; কিন্তু সাৰমেয়ৰ (কুকুৰ) নিচিনা গাহৰিৰ নিচিনা ব্যৱহাৰ কৰিলে বা অধৰ্ম্ম অন্যায় কৰিলে এই ব্যঘ্ৰ বা সিংহ লগাই তোমালোকক শাস্তি দি ধ্বংস কৰিম।" ইয়াৰপৰাই বুজা যায় সিংহ বা ব্যঘ্ৰ কাহিনী দুৰ্গতিনাশিনী জগৎজননী জগদ্ধাত্ৰী বা দুৰ্গাৰ মাতৃ-শক্তিৰ অপূৰ্ব্ব ধাৰণা বড়োসকলৰ মাজত মজ্জাগত হৈ আছে। মোৰ দৃঢ় প্ৰতীতি হয়, এই প্ৰাচীন কামৰূপ ৰাজ্যতেই মাতৃ-শক্তিৰ পৰিকল্পনা আৰু পূজা-অৰ্চ্চনাৰ প্ৰথম সূচনা হৈছিল।

ধৰ্ম্মৰ ফালৰপৰা অসমত ইণ্ডো-এৰিয়ান্ আৰু ইণ্ডো-মঙ্গোলীয়ান্‌সকলৰ মাজত যি সংমিশ্ৰণৰ চানেকি পোৱা যায়—ভাষা আৰু আন আন সংস্কৃতিৰ ফালৰপৰাও ঠিক সেই সংমিশ্ৰণৰ পূৰ্ণ প্ৰমাণ পোৱা যায়। এই দুয়ো সভ্যতাৰ সংমিশ্ৰণৰ ফলত ধৰ্ম্ম, কৃষ্টি আৰু ভাষাৰ সমন্বয়ত অসমত এক অপূৰ্ব্ব কৃষ্টি সভ্যতাৰ সৃষ্টি হৈছিল। এয়ে অসমীয়া কৃষ্টি সভ্যতাৰ বৈশিষ্ট্য। এই বৈশিষ্ট্যৰ ৰূপ লৈ আজি অসমীয়া ভাষা আৰু সমাজ গঢ়ি উঠিছে। এই সত্যৰ ওপৰত ভিত্তি কৰি আমাৰ অসমীয়া সমাজ কৃষ্টি আৰু ভাষাৰ বৈশিষ্ট্য ৰক্ষা কৰিবৰ কাৰণে আমাৰ মাজত একতা আৰু সংঘবদ্ধতাৰ ভাব জগাই তুলিবলৈ এটা প্ৰবল প্ৰচেষ্টাৰ একান্ত আৱশ্যক। পৰ্ব্বত-ভৈয়ামৰ আমাৰ দাঁতি-কাষৰীয়া অসমৰ তথাকথিত জনজাতীয় ভাই-ভনীসকলৰ লগত সকলো বিষয়তে মিলা-প্ৰীতি আৰু সৌহাৰ্দ্দ্যৰ ভাব স্থাপন কৰি ঐক্যবদ্ধ হৈ সকলোৰে প্ৰাণত দেশাত্ম বোধ জগাই তুলিব লাগিব। আমাৰ মহত্ব আৰু উচ্চ আদৰ্শৰ দ্বাৰা—আমাৰ ব্যৱহাৰ, আচৰণ আৰু ভাব ধাৰাৰ দ্বাৰা, আমি আমাৰ পৰ্ব্বত-ভৈয়ামৰ তথাকথিত জনজাতীয় ভাই-ভনীসকলৰ হৃদয় জয় কৰি অসম সাহিত্য সভাৰ জৰিয়তে তেওঁলোকৰ ভাষা, কৃষ্টি, ঐতিহ্য আদি গৱেষণা কৰি ব্যক্ত কৰিবলৈ প্ৰচেষ্টা চলাব লাগিব। অলপতে পৰ্ব্বতৰ খাচি, নগা আদি কেইটামান জনজাতীৰ এটা চমু বিৱৰণ অসম সাহিত্য সভাৰ প্ৰচেষ্টাত লিখিত হোৱা দেখি মই বৰ সন্তোষ পাইছো। আৰু তাৰ কাৰণে সাহিত্য সভাৰ কৰ্ম্মকৰ্ত্তাসকলক অশেষ ধন্যবাদ জনাইছো। ভৈয়ামৰ জনজাতি সম্বন্ধেও ঠিক সেইদৰে প্ৰামাণ্যৰে সৈতে এটা বিস্তৃত বিৱৰণ লিখি প্ৰকাশ কৰিবৰ কাৰণে মই আজি অসম সাহিত্য সভাৰ সভ্য-সকললৈ সানুনয়ে অনুৰোধ জনাইছো।

ভাৰত স্বাধীন হোৱাৰ পিছত অসম তথা ভাৰতৰ ইতিহাস নতুনকৈ লিখিত

হোৱা উচিত। আজি আমাৰ জাতীয় ইতিহাসত অকল ৰাজ্য জয়, যুদ্ধ আৰু শাসনৰ কথা উল্লেখ কৰিলেই যথেষ্ট নহব। তাত দেশৰ আৰু জাতিৰ সমসাময়িক সকলো ঘটনাৰ বিবৰণ লিপিবদ্ধ হোৱা উচিত।

ভৌগলিক, ঐতিহাসিক, সাংস্কৃতিক সকলো বিষয়তে জনজাতীয় ভাই-ভনীসকল আমাৰ অসম দেশ আৰু অসমীয়া জাতিৰ লগত ওতঃপ্ৰোতভাৱে সম্পৰ্কিত আৰু অবিচ্ছেদ্যভাৱে জড়িত। অসমৰ জনজাতীয় কৃষ্টি সংস্কৃতি আমাৰ অসমৰ তথা ভাৰতৰে কৃষ্টি সংস্কৃতি। আমাৰ অসমীয়া ভাষাত আমাৰ জনজাতীয়সকলৰ, বিশেষকৈ ভৈয়ামৰ জনজাতি বড়ো কছাৰীসকলৰ অৱদান ভাষাতত্ত্ববিদ্‌সকলে বিশেষকৈ জানে। বহুত জনজাতীয় শব্দ অসমীয়া ভাষাত সোমায় আছে। অসমৰ জনজাতীয় বিভিন্ন ভাষাৰ পৰিবেশত গঢ়ি উঠাৰ কাৰণে জনজাতীয় ভাইসকলে অতি কম আয়াসতে অসমীয়া ভাষা আয়ত্ত কৰিব পাৰে। অসমীয়া ভাষাৰ লগত অসমৰ বিভিন্ন জনজাতীয় ভাষাৰ কি সামঞ্জস্য বা সমিল-মিল আছে আৰু কোন ভাষাৰ ওপৰত কাৰ কিমান প্ৰভাৱ পৰিছে এই সম্বন্ধে তুলনামূলক গৱেষণা কৰি প্ৰকাশ কৰিব পাৰিলে অত্যুৎকৃষ্ট হব বুলি মই ভাবো। আশা কৰোঁ সাহিত্যিক আৰু ভাষাবিদ্‌সকলে এই বিষয়টোত অলপ গুৰুত্ব দিব।

অসমৰ ভৱিষ্যৎ বৰ উজ্জ্বল বুলিয়েই মোৰ অনুমান হয়। কিয়নো, স্বাধীনতা লাভ কৰাৰ পাছত, স্বাধীন ভাৰতৰ গুৰুত্বপূৰ্ণ সীমান্ত ৰাজ্য হিচাবে—আৰু ইয়াত মানৱ সভ্যতাৰ উৎকৰ্ষ সাধনৰ উপাদান যোগাবলৈ প্ৰাকৃতিক সম্পদৰ অফুৰন্ত আকৰ বা ভাণ্ডাৰ থকাৰ কাৰণে অসমে অতীজতে যেনেকৈ সকলো বিষয়ত চৰম উৎকৰ্ষ সাধন কৰিছিল—আজিও তেনে উৎকৰ্ষ সাধন কৰি নৱ-ভাৰতত অতুলনীয় স্থান অধিকাৰ কৰিবৰ যথেষ্ট সম্ভাৱনা বৈ আছে। মাত্ৰ আজি আমাৰ মাজত জাতি, ধৰ্ম্ম, সম্প্ৰদায়, দল আৰু স্থান নিৰ্ব্বিশেষে পৰিৱৰ্ত্তিত মনোভাৱ লৈ সংঘবদ্ধ হৈ সকলো ক্ষেত্ৰতে যুক্তভাৱে কাম কৰিবৰ প্ৰেৰণা জগাই তুলিব লাগিব। আমাৰ পুণ্য ভূমি ভাৰত অতি বিৰাট আৰু বৈচিত্ৰ্য পূৰ্ণ দেশ। বিভিন্ন প্ৰাকৃতিক পৰিবেষ্টনীৰ মাজত ইয়াত ছয়ত্ৰিশ কোটি নৰ-নাৰীয়ে বিভিন্ন ধৰ্ম্ম, ভাষা, সংস্কৃতি লৈ বসবাস কৰি আছে। আমাৰ এই দেশ সঁচাকৈ অতি বৈচিত্ৰ্যময় দেশ। কিন্তু এই বৈচিত্ৰ্য আৰু বৈষম্যৰ মাজতো আমি একতা আৰু মিলনৰ ভাব ৰক্ষা কৰিবই লাগিব। এয়ে ভাৰতৰ আদৰ্শ। ভাৰত যেনে বৈচিত্ৰ্যময়—আমাৰ অসম ৰাজ্যও তেনে বৈচিত্ৰ্যময়—যেন সমগ্ৰ ভাৰতৰ বৈচিত্ৰ্যবাজি আমাৰ অসমতেই কেন্দ্ৰীভূত হৈ আছে। অসমৰ পৰ্ব্বত-ভৈয়ামত, কৃষ্টিগত, ধৰ্ম্মগত, ভাষাগত কিছু বৈষম্য থাকিলেও আজি আমি অসমদেশৰ আৰু অসমীয়া জাতিৰ মানুহ হিচাপে একতাবদ্ধ হৈ একমন একপ্ৰাণ লৈ কাম কৰি যোৱাৰ ঐকান্তিক অনুভূতি আৰু প্ৰেৰণা জগাই তুলিব লাগিব।

নানা জাতি, নানা ভাষা
নানা পৰিধান।
বিবিধেৰ মাঝে দেখ
মিলন মহান্॥

কবিৰ এই অমৰ বাণীৰ দ্বাৰা উদ্বুদ্ধ হৈ আজি আমি আমাৰ মাজত সকলো ক্ষেত্ৰত এই মহা মিলনৰ ভাব ৰক্ষা কৰি চলিবৰ কাৰণে যুক্তভাৱে প্ৰচেষ্টা চলাব লাগিব। তেহে আমি আমাৰ সকলো মঙ্গল-প্ৰচেষ্টাত জয় যুক্ত হবলৈ সমৰ্থ হম।

শ্ৰদ্ধেয় সুধীবৃন্দ, মোৰ আজিৰ অভিভাষণ শেষ প্ৰায়। মই ইতিপূৰ্ব্বেই উনুকিয়াই আহিছো—মই সাহিত্যিকো নহও আৰু ঐতিহাসিকো নহও। মই মোৰ অভিভাষণত যিখিনি কথা ব্যক্ত কৰিবলৈ চেষ্টা কৰিছো তাত যদি মোৰ কিবা ত্ৰুটি, দোষ বা অপৰাধ পৰিলক্ষিত হয়, সুধীসকলে নিজ গুণে ক্ষমা কৰিব বুলি আশা ৰাখিলো।

শেহত, আপোনালোকে মোক সভাপতিৰ গুৰু ভাৰ দি সম্মানিত কৰাৰ বাবে মই আপোনালোকৰ সকলোকে আকৌ কৃতজ্ঞতাৰে সৈতে মোৰ আন্তৰিক ধন্যবাদ জনাইছো। অসম সাহিত্য সভাৰ সকলো মঙ্গল-প্ৰচেষ্টা জয়যুক্ত হওক, আৰু অসম সাহিত্য সভাৰ কৰ্ম্ম তৎপৰতা আৰু সৌজন্যত অসমীয়া ভাষা, কৃষ্টি আৰু ঐতিহ্যৰ বৈশিষ্ট্য সুসংৰক্ষিত হওক। এয়ে মোৰ ঐকান্তিক কামনা।

জয় হিন্দ।

# ত্ৰয়োদশ অধিৱেশনৰ সভাপতিৰ অভিভাষণ

তিনিচুকীয়া, এপ্ৰিল ১৯৫৮

**শ্ৰীৰাজমোহন নাথ**

সভা-সমিতিৰ চিৰাচৰিত ৰীতি অনুসৰি ভাষণ আৰম্ভ কৰাৰ পাতনি স্বৰূপে সভাপতিয়ে নিজৰ অনুপযুক্ততাসূচক বিনয় বাক্য বোলাই হৈছে সাধাৰণ নিয়ম। ই অৱশ্যে সৰ্ব্বগুণান্বিত আৰু উপযুক্ত সভাপতিৰেই ৰীতি আৰু তেনে লোকৰ পক্ষেই শোভনীয়। কিন্তু মোৰ নিচিনা ক্ষুদ্ৰজনে সেই ৰীতি অনুসৰণ কৰিলে আওপাকে অনুপ-যুক্ত হৈয়ো উপযুক্ততা প্ৰমাণৰ চেষ্টা হে পৰিব বুলি মোৰ পক্ষে সেই ৰীতি অনুসৰণ কৰা সম্ভৱপৰ নহ'ল।

গড়কাপ্তানীৰ শিলগুটি বোটলোৱা মানুহ এজনে আলিৰ কাৰণে শিলগুটি বিচাৰোঁতে প্ৰাচীনকলীয়া শিল-ইটাৰ মঠ-মন্দিৰৰ কিছুমান ধ্বংসাৱশেষ পাই—বোধকৰোঁ। ভূতৰ ভয়ত সেইবোৰক হাতুড়ি মাৰি নাভাঙি, এৰি থৈ আহি ছবিৰে সৈতে কাগজত লিখি ৰাইজক জনালে বুলিয়েই যে সেইজন প্ৰত্নতাত্ত্বিক পণ্ডিতৰ শাৰীলৈ উঠি গ'ল, আৰু অসম সাহিত্য সভাৰ বুৰঞ্জী শাখাৰ সভাপতিৰ যি গৌৰৱময় আসনক প্ৰাতঃস্মৰণীয় ৺সোণাৰাম চৌধুৰী, ৺কনকলাল বৰুৱা, শ্ৰদ্ধেয় শ্ৰীবেণুধৰ শৰ্ম্মা আদিৰ নিচিনা কৃতবিদ্য-সকলে অলঙ্কৃত কৰি গৈছে, সেই আসনত বহিবলৈ উপযুক্ততা অৰ্জ্জন কৰি পেলালে— ই পুৰাতত্ত্ব বা বুৰঞ্জীৰ নহলেও নিশ্চয় মনস্তত্ত্ব-বিজ্ঞানৰ এটি ভাবিব লগীয়া সমস্যা,— ইয়াত বোধকৰোঁ। সন্দেহ নাই। সেই কাৰণে মোৰ প্ৰথম প্ৰশ্নৰ বিষয়—

## বুৰঞ্জী-আলোচনাৰ আৱশ্যকতা

পৃথিৱীৰ সকলো বস্তুক বৈজ্ঞানিক শক্তিৰ সহায়ত আয়ত্ত্বাধীন কৰি অন্তৰীক্ষৰ গ্ৰহ-নক্ষত্ৰাদিৰ ওপৰত কিভাৱেৰে প্ৰভুত্ব কৰিব পাৰি—সেই বিজ্ঞানৰ আলোচনা কৰি উপায় উদ্ভাৱন কৰাই হৈছে—বৰ্ত্তমান জগতৰ মানুহৰ প্ৰধান লক্ষ্য। এনে অৱস্থাত প্ৰাচীন কালৰ এন্ধাৰৰ ঘোপত পোত খাই থকা বুৰঞ্জীৰ তথ্যৰ পম খেদি শক্তি আৰু সময়ৰ অপব্যয় কৰাৰ সকাম আছে জানো? চক্‌চকীয়া আৰু বহুমূলীয়া মটৰগাড়ীত উঠি টিপকল ( switch ) টিপি আৰু চালনী-চকা ( steering ) ঘূৰাই এক ঘণ্টাৰ বাট এক মিনিটত যোৱাৰ দিনত বাটকুৰি বাই দেহাক কষ্ট দিবলৈ আৰু সময় নষ্ট কৰিবলৈ কোনে বিচাৰে?

এনে ধৰণৰ প্ৰশ্নক বোধকৰোঁ সম্পূৰ্ণ যুক্তিহীন বুলি উৰাই দিয়া নাযায়। কিন্তু এটা কথা,—মটৰগাড়ীত উঠি যাবলৈ হলে গাড়ীখনৰ পিছফালে আৰু তলৰপিনে এটা গোল-বাকচৰ এন্ধাৰ কোঠালীত থকা ঘূৰণীয় কাতৰি-মাতৰি (differential gear-pinions) বোলা যন্ত্ৰটোত নিয়মীয়াকৈ তেল আৰু চৰ্বি ( oil and grease ) সদা নাথাকিলে—যিমানেই টিপিকল লগাওঁ আৰু ষ্টিয়াৰিং ঘূৰাওঁ, হেজাৰ হেজাৰ টকীয়া চক্‌চকীয়া গাড়ীখন এক ইঞ্চিমানো আগলৈ যাব নোৱাৰে। এক মিনিটত এক ঘণ্টাৰ বাট যাবলৈ হলে আগতে চক্‌চকীয়া গাড়ীখনৰ পিছত আৰু তলত থকা বাকচৰ এন্ধাৰ যোপত তেল আৰু চৰ্বি সদা প্ৰয়োজন।—ই আধুনিক যন্ত্ৰ-বিজ্ঞানৰ এটি অৱশ্য প্ৰতিপাল্য সত্য। অসীম শক্তিসম্পন্ন সুপুৰুষ এজনৰ দেহাটোৰ সৰ্ব্বনিম্ন অংশ ভৰিৰ পতা দুখন সুস্থ নাথাকিলে তেওঁৰ পক্ষে ভালকৈ খোজ কাঢ়ি আগ বাঢ়ি যোৱা অসম্ভৱ। দেহাৰ সৰ্ব্বশক্তিক আগবাঢ়ি যোৱাৰ শক্তি যোগনীয়াৰ হ'ল—দেহাৰ সৰ্ব্বনিম্ন অংশৰ ভৰিৰ পতা দুখনহে। বেদ শাস্ত্ৰত সেই কাৰণে ভৰিক অগ্নি শক্তিৰ আধাৰ বুলি ভদ্ৰপীঠ বোলা হৈছে—"ভদ্ৰতে ধামভিঃ কৰিঃ"। প্ৰাচীন কালত আমাৰ কামৰূপ দেশৰ নামনি বা ভৰি অংশক একেই কাৰণে "ভদ্ৰ-পীঠ" বোলা হৈছিল।

এখন হাবিত অসংখ্যবিধ গছ-গজি একে লগে জাৰ বান্ধি থাকে। প্ৰতি জোপা গছৰ শিপা মাটিৰ এন্ধাৰ যোপৰ তললৈ গৈ শকতভাৱেৰে পোত খাই নাথাকিলে গছৰ মূৰটো দাং খাই ওপৰপিনে আগবাঢ়িব নোৱাৰে, ধুমুহা-বতাহৰ প্ৰকোপো সহ্য কৰিব নোৱাৰে; অলপ বতাহত এটা আনটোৰ গাত হালি-জালি পৰি গোটেই হাবিখনক সৌন্দৰ্য্যহীন কৰি পেলায়।

মানৱ-সমাজতো তেনেদৰে প্ৰতিজন মানুহে মানুহ বুলি জনাজাত হৈ উন্নতিৰ বাটলৈ আগ বাঢ়িবলৈ হ'লে আৰু সমাজক তথা জাতিক শুৱনি কৰিবলৈ হ'লে, তেওঁৰ জাতিৰ অতীতৰ এন্ধাৰ যোপৰ লগত শিপা যুক্ত কৰি মূৰটো ওপৰ পিনে দাঙি ৰাখিলেহে ধুমুহা-বতাহৰ লগত যুঁজ কৰি—নিজৰ বৈশিষ্ট্য ৰাখি আগ বাঢ়ি যাব পাৰিব।

হিন্দু শাস্ত্ৰত সকলো প্ৰকাৰ শুদ্ধ জ্ঞানক বেদ বোলা হয়। সাধাৰণতে বেদক চাৰি ভাগ কৰি ঋক, যজু, সাম আৰু অথৰ্ব্ব নাম দিয়া হৈছে। কিন্তু মানুহৰ জ্ঞানৰ পূৰ্ণ কৰিবলৈ শতপথ ব্ৰাহ্মণ নামৰ গ্ৰন্থত (১৩।৪।৩।৯ পঞ্চম বেদ অধ্যয়ণ কৰাৰো বিধান দিয়া হৈছে। সেই পঞ্চম বেদৰ দুটা ভাগ হৈছে ইতিহাস বেদ আৰু পুৰাণ বেদ,—বুৰঞ্জী আৰু পুৰাতত্ত্ব।

তথাপি এটা প্ৰশ্ন উঠিব পাৰে এই বুলি যে—বৰ্ত্তমান যুগত আমি স্বাধীন জাতি; আৰু সৰ্ব্বভাৰতীয় জাতি এটাহে সাথোন। গাইগুটীয়াকৈ—কোচ, কছাৰী, চুটিয়া, আহোম, মৰাণ, মতক, ব্ৰাহ্মণ, কায়স্থ, কলিতা, বৰ্ম্মণ, পাল আদি জাতি বা বংশৰ প্ৰাচীন বুৰঞ্জী আলোচনা কৰি, তেওঁলোকক লুপ্ত গৌৰৱৰ কথা সোঁৱৰাই দি ভাৰতৰ এক জাতীয়ত্ব সৃষ্টিৰ বাটত হকাবধা সৃষ্টি কৰাৰ প্ৰয়োজন আছে জানো? আন ফালে কোনোৱে হয়তো ভাবিব পাৰে যে আগ্ৰাৰ তাজমহলৰ চিত্ৰৰ ওচৰত অসমৰ তলাতল ঘৰ, ৰংঘৰ বা কাৰেংঘৰৰ চিত্ৰ আঁকি দিলে, নাইবা আধুনিক 'বি-ইন্-ফোৰচুন্

কন্‌ক্ৰিটৰ পকি ঘৰৰ ওচৰত নগা-চাঙৰ আহি এখন আঁৰি দিলে আমাৰ কৃষ্টিৰ দৈন্যহে প্ৰকাশ পাব ;—আগ বাঢ়ি যোৱাতকৈ পাছু হুঁহকি যোৱাৰ বাটহে মুকলি হ'ব।

## প্ৰকৃত বুৰঞ্জী কাক বোলে

এডাল সূতাত গঁথা ত্ৰিশ-চল্লিশটামান কাচৰ মণিৰ মালা এডাল সামান্য দামত কিনি ডিঙিত পিন্ধাৰ আগতে প্ৰতিটো মণি নিখুঁত আৰু চকচকীয়া নহলে সেই মালাডাল শুৱনি নহয় বুলি কোনেও নিকিনে বা নিপিন্ধে। —একতাৰ সূতাত গঁথা তিনি শ' যাঠি জাতৰ মানুহৰূপ মুকুতাৰ মালা ভাৰত-মাতাৰ ডিঙিৰ শুৱনি হাৰ। প্ৰতিটো মুকুটা নিখুঁত আৰু চকচকীয়া নহলে সেই হাৰডাল কেতিয়াও শুৱনি নহব। আনপিনে হেজাৰ চক্‌চকীয়া আৰু নিখুঁত মুকুতা এটি হাৰৰ পৰা আঁতৰ হৈ অকলে জিলিকি থাকিলে তাৰ মূল্য আৰু আদৰ হাৰৰ সমনীয়া নহয়। নিখুঁত আৰু চক্‌চকীয়া মুকুতাৰ গৌৰৱ—সূতাত যুক্ত হৈ আনবোৰ মুকুতাৰ ওচৰত থাকি নিজৰ জিলিকনি প্ৰকাশ কৰাতহে বেলেগ হৈ জিলিকি থকাত নহয়।

বুৰঞ্জীৰ তত্ত্ব নগাচাং বা তলাতল ঘৰৰ স্থাপত্য বা শিল্প-কলাৰ দৈন্য আৰু পকি ঘৰ বা তাজমহলৰ স্থাপত্য বা শিল্প-কলাৰ মাহাত্ম্যত নহয়। কোন অৱস্থাৰ পৰিবেশৰ মাজত থাকি নগাচাং বা তলাতল ঘৰৰ সৃষ্টি হ'ল আৰু কি কাৰণে কাৰেং ঘৰৰ স্থাপত্যলৈ উঠিও তাজমহলৰ স্থাপত্য বা শিল্প-কলাৰ নৈপুণ্যলৈ আগ বাঢ়ি যাব নোৱাৰা হ'ল—তাৰ তত্ত্ব অনুসন্ধান কৰাৰ নামেই হ'ল বুৰঞ্জী আলোচনা। এইদৰে তত্ত্ব অনুসন্ধান কৰি আগৰ দৈন্যৰ কাৰণ গুচাই তাজমহললৈ আগ বঢ়াৰ উপায় অনুসন্ধান কৰাটোৱেই প্ৰকৃত পুৰাতত্ত্ব গৱেষণা।

কোন বংশৰ পাছত কোন বংশই ৰাজত্ব কৰিলে,—কোন ৰজাৰ পাছত কোন ৰজাই সিংহাসনত উঠি কেইখন যুদ্ধত জয়লাভ কৰি কাক মষিমূৰ কৰিলে; কোনে কেইটা মন্দিৰ সাজিলে, কেইটা পুখুৰী খন্দালে বা কেইটা আলি বন্ধালে তাৰ লেখ মুখস্থ কৰা প্ৰকৃত বুৰঞ্জী-পাঠ বা আলোচনা নহয়। আগৰ জাতি বা বংশ পৰাজিত হ'ল কিয়—পূব ফালৰপৰা এটা নতুন জাতি আহি কি কাৰণে আগৰ জাতিক মষিমূৰ কৰি ৰাজ্য দখল কৰিলে—পছিমৰ বা আন কোনো ফালৰপৰা আহি আন জাতিয়ে সেই কামটো কৰিব নোৱাৰিলে কিয়,—ৰাজপ্ৰাসাদ, স্কুল-কলেজ হাস্পতাল নগজাই মন্দিৰ, পুখুৰী আৰু আলিৰ পিনে ইমান মন দিলে কিয়, ইত্যাদি বিষয়ৰ তত্ত্ব আলোচনা কৰা তথা সেই যুগৰ প্ৰাকৃতিক অৱস্থা আৰু মনস্তত্ত্বক জাতি-গঠনৰ নিমিত্তে বিশ্লেষণ কৰাই হৈছে প্ৰকৃত বুৰঞ্জী আলোচনা আৰু পুৰাতত্ত্ব গৱেষণা।

একেই মনস্ শক্তিৰ দ্বাৰা বিশ্বব্ৰহ্মাণ্ডৰ সকলো প্ৰাণীৰ সৃষ্টি আৰু নিয়ন্ত্ৰণ। যুগে যুগে কি কাৰণে অৱস্থা বিশেষে তাত অদলবদল হয়, এটা জাতি গৌৰৱ আৰু ঐশ্বৰ্য্যত আগবাঢ়ি যায় আৰু আন এটা জাতি তললৈ পৰি যায়; তাৰ তত্ত্ব অনুসন্ধান কৰিবলৈ হলে অতীতৰ "এন্ধাৰ যোপত পৰি থকা সকলো জাতিৰ ধ্বংস কীৰ্ত্তিবোৰ

উলিয়াই বৰ্ত্তমানৰ লগত নিৰপেক্ষভাৱেৰে বিজাই চোৱা আৱশ্যক; আৰু এই ধৰণৰ বিজাই চোৱাৰ নামেই পুৰাতত্ত্ব গৱেষণা।

## কামৰূপ-কামাখ্যা

এই ধৰণৰ দৃষ্টি ভঙ্গীৰে এতিয়া আমাৰ দেশৰ প্ৰাচীন ঐতিহ্যৰ ফালে চকু দি কিঞ্চিৎ আলোচনা কৰা যাওক:—

মহাভাৰতৰ বনপৰ্ব্ব-তীৰ্থযাত্ৰা পৰ্ব্বাধ্যায়ত আমাৰ দেশৰ প্ৰাচীন নাম লৌহিত্য দেশ বুলি উল্লেখ কৰা হৈছে। এই দেশৰ পৰশুকুণ্ডৰ ওচৰৰ নৈৰ বালিত সোণ পোৱা যায় বুলিও লিখা হৈছে। আন ঠাইত এই দেশৰ নাম প্ৰাগ্‌জ্যোতিষ, কামৰূপ, কামাখ্যা বুলিও লিখা আছে। পুৰাণত প্ৰাগ্‌জ্যোতিষপুৰ বুলিও লিখা আছে। মহাভাৰতৰ বৰ্ণনাতেই আৰু এটা সমস্যাৰো সৃষ্টি কৰা হৈছে। আমাৰ ইয়াৰ প্ৰাগ্‌জ্যোতিষৰ দৰে উত্তৰ প্ৰদেশ আৰু উত্তৰ পশ্চিম প্ৰদেশতো হিমালয়ৰ দাঁতিত প্ৰাগ্‌জ্যোতিষ নামৰ আৰু দুখন ৰাজ্য আছিল বুলি লিখা আছে। এই সমস্যা সমাধানৰ কাৰণে কোনো কোনো গ্ৰন্থত প্ৰাগ্‌জ্যোতিষ, মধ্যজ্যোতিষ আৰু উত্তৰ জ্যোতিষ বুলি তিনিখন বেলেগ ৰাজ্য থকাৰ কল্পনা কৰা হৈছে।

কামাখ্যা সম্পৰ্কেও একেই সমস্যা;—আমাৰ ইয়াত যেনে কামাখ্যা আছে, উত্তৰ প্ৰদেশৰ বেৰিলি জিলাতো এখন কামাখ্যা পীঠ আছিল বুলি পদ্ম-পুৰাণৰ পাতাল-খণ্ডত লিখা আছে। উত্তৰ-পশ্চিম প্ৰদেশত কামাখ্যাৰ দৰে ভীমা দেৱী থান নামৰ যোনী পীঠ আৰু বেলুচিস্থান অঞ্চলত দেৱীকা নামৰ ঠাইত কামাখ্যা পীঠ থকাৰ কথা মহাভাৰতৰ বনপৰ্ব্বত লিখা আছে। দাক্ষিণাত্যৰ অন্ধ্ৰ দেশৰ মাদুৰা নামৰ ঠাইত থকা কামাক্ষী দেৱীৰ মন্দিৰ এতিয়াও প্ৰখ্যাত। কিন্তু সকলো তন্ত্ৰশাস্ত্ৰত কামৰূপৰ কামাখ্যাক আদি আৰু সৰ্ব্বশ্ৰেষ্ঠ পীঠস্থান বুলি উল্লেখ কৰা হৈছে। আধুনিক যুগতো সৰ্ব্ব ভাৰতীয় সাধক সম্প্ৰদায়ৰ মাজত কামৰূপৰ কামাখ্যাক সাধনা ৰাজ্যৰ বিশ্ববিদ্যালয় বা শিক্ষাৰ প্ৰধান কেন্দ্ৰ বুলি বিবেচনা কৰা হয়। দুবছৰমান আগতে বিলাতৰ অক্সফোৰ্ড বিশ্ব-বিদ্যালয়ত শিক্ষা-পোৱা, পঞ্জাব বিশ্ববিদ্যালয়ৰ দৰ্শন শাস্ত্ৰৰ এজন বিশিষ্ট অধ্যাপকে তেওঁৰ গুৰুৰ আদেশক্ৰমে সাধনা মাৰ্গৰ শিক্ষাত পূৰ্ণতা লাভৰ কাৰণে গুৱাহাটীলৈ আহি হাইকোৰ্টৰ এজন জজৰ ঘৰত আলহীৰূপে থাকি কামাখ্যালৈ গৈ গুৰুৰ নিৰ্দ্দেশানু-সৰি জপ-তপ কৰি গৈছে। এই কথা মই নিজে ব্যক্তিগতভাৱে জানো।

কোন জাতৰ মানুহে কোন যুগত কি কাৰণে আমাৰ দেশৰ এইবোৰ নাম-কৰণ কৰিছিল, কি কাৰণে শাস্ত্ৰ-গ্ৰন্থত এইবোৰ নামৰ লগত ইমান মাহাত্ম্যৰ স্মৃতি যুক্ত কৰা হৈছে, আৰু কি কাৰণেই বা আজিলৈকে সেই স্মৃতিয়ে মানুহৰ মনত বাহ লৈ আছে; এইবোৰ ভাবিব লগীয়া কথা। এইবোৰ নামৰ আঁতি-গুৰি সম্পৰ্কে আমাৰ দেশত কিছুমান পৌৰাণিক কাহিনী প্ৰচলিত আছে; আৰু স্কুলৰ তলৰ শ্ৰেণীৰ অকণ অকণ লৰা-ছোৱালীৰ বুৰঞ্জীৰ পাঠ্য পুথিতো এইবোৰ কাহিনীৰ বৰ্ণনা থাকে।

কামদেৱ-ৰতি আৰু শিৱ-সতী তেজ-মঙহৰ দেহাধাৰী জীৱ নাছিল। সতিকে কাঁড়-ধনু লৈ শিৱক বাণ মৰা কামদেৱক কপালৰপৰা ওলোৱা জুইৰ দ্বাৰা প্ৰথমতে ভস্ম কৰি পিছত আকৌ ৰতিৰ বিননি শুনি জীয়াই দিয়া, আৰু শিৱৰ কান্ধত থকা তেওঁৰ পত্নী সতীৰ মৃত দেহাক ডোখৰ ডোখৰ কৰি কাটি পেলোৱাত সেই সতীৰ নাৰী-অঙ্গ ওপঙি আহি এটা পৰ্ব্বতৰ ওপৰত বহি থকা শিৱৰ গাত পৰাৰ কোনো বাস্তৱ অৰ্থ থাকিবই নোৱাৰে। আকৌ নৰক যদি তেজ-মঙহৰ দেহাধাৰী এজন মানুহেই হয়, তেনেহলে তেওঁ তেজ-মঙহৰ দেহা-হীনা কামাখ্যা দেৱীক বিয়া কৰিবলৈ আগ বঢ়াত কোনো যুক্তিয়েই থাকিব নোৱাৰে। বাট বান্ধি বিয়া কৰিবলৈ যাওঁতে আকৌ ৰাতি থাকোঁতে সেই দেৱীৰ মন্দিৰৰপৰা কুকুৰাই মাতে আৰু নৰকে কুকুৰাক খেদি গৈ কুকুৰাকাটা পৰ্ব্বতত কাটে অথচ কাঁড়-ধনুদি মাৰিব নোৱাৰে—এইবোৰ কথাৰ অৰ্থ কি?

আন পিনে আকৌ শদিয়া অঞ্চলৰপৰা ৰুক্মিণীক পলুৱাই লৈ যাওঁতে শ্ৰীকৃষ্ণৰ ৰথৰ ভাগৰ লগা ঘোঁৰাই অৰ্থাৎ ক্লান্ত অশ্বই জিৰণি লোৱা ঠাইডোখৰৰ নাম যদি অশ্বক্লান্ত ৰখা হৈছিল, তেনেহলে সেই ঠাইত ৰথাৰোহী শ্ৰীকৃষ্ণ ৰুক্মিণীৰ মূৰ্ত্তি স্থাপন কৰি বা আন কোনো প্ৰকাৰে প্ৰেমিক-প্ৰেমিকাৰ মিলনৰ স্মৃতি জীয়াই নাৰাখি তাতে সাগৰৰ বুকুত অনন্তশায়ী বিষ্ণুৰ মূৰ্ত্তি স্থাপন কৰি পূজা কৰাৰ কাৰণ কি হব পাৰে?

এইবোৰ পৌৰাণিক কাহিনীৰ মূলত কি বেদ আছে—অনুসন্ধান কৰা প্ৰয়োজন।

## কিৰাত জাতি

খ্ৰীষ্টাব্দৰ ১০ম-১১শ শতিকা মানত প্ৰাচীন অসম দেশৰ পণ্ডিতে ৰচনা কৰা কালিকা-পুৰাণৰ মতে বৰ্ত্তমান বেহাৰ প্ৰদেশৰ উত্তৰ অঞ্চলৰপৰা নৰক নামৰ এজন বীৰপুৰুষ আমাৰ দেশলৈ আহি এই দেশত থকা প্ৰাচীন কিৰাত জাতিৰ ৰজাক যুদ্ধত ঘটুৱাই প্ৰাগ্জ্যোতিষপুৰত নগৰ স্থাপন কৰিছিল। তেতিয়া দেশৰ নাম আছিল কামৰূপ। কিছুমান কিৰাত নৰকৰ তলতীয়া হৈ থাকে আৰু কিছুমানে বশ্যতা স্বীকাৰ নকৰি পূবপিনেদি সাগৰৰ পাৰলৈ গুচি যায়।

কালিকা-পুৰাণত কিৰাত জাতিৰ দেহাৰ গঠন বৰণ আৰু স্বভাৱ-চৰিত্ৰৰ যি বৰ্ণনা দিয়া হৈছে, তাৰপৰা তেওঁলোকক বড়ো-মঙ্গোলীয় তথা তিব্বত-বৰ্ম্মীয় মানুহৰ লগত বিজাব পাৰি। সমগ্ৰ বৈদিক সাহিত্যত মাথোন দুঠাইত কিৰাত জাতিৰ কথা উল্লেখ আছে। অথৰ্ব্ববেদত পৰ্ব্বতৰ নামনিত সোণৰ খন্তিৰ দ্বাৰা সাপৰ বিষৰ দৰৱ তোলোঁতা কিৰাত জাতিৰ গাভৰু বা "কৈৰাতিকা কুমাৰীকা" (১০।৪।১৪)ৰ উল্লেখ আছে। আকৌ শুক্লযজুৰ্ব্বেদ বাজসনেয়ী সংহিতাত (৩০।১৬) পুৰুষমেধ যজ্ঞত গোট খোৱা সৰ্ব্বভাৰতীয় মানৱ গোষ্ঠীৰ নামৰ লগত "কিৰাত"ৰো উল্লেখ আছে।

অতি প্ৰাচীন কালৰেপৰা চীন দেশত পাটৰ সূতা উলিয়াই কাপোৰ বোৱাৰ প্ৰথাৰ প্ৰচলন আছিল। তেওঁলোকৰ ভাষাত পাটক ছেৰ ( ser ) বা ছেৰছ্ ( seros )

বোলা হৈছিল ;—য'ৰপৰা আজিকালি পাট শিল্পৰ বিদ্যাক sericulture বোলা হয়। বৈদিক আৰ্য্যসকলেও এই পাট-শিল্পৰ নহলেও পাট পলুৰ স্বভাৱৰ সকলো বৈজ্ঞানিক তত্ত্ব জানিছিল। পলুৰ কেন্দ্ৰ কোষৰপৰা ওলাই আহি স্তৰে স্তৰে কোষ নিৰ্ম্মাণ কৰি শেষত বিচিত্ৰ বৰণীয়া পখিলা বা প্ৰজাপতিৰ উৎপত্তিৰপৰা তেওঁলোকে ভিন্ ভিন্ কোষ ভেদ কৰি বিশ্বৰ সৃষ্টি—বৈচিত্ৰ্য কৰেঁাতাৰ নামো দিছে প্ৰজাপতি। ডিমাৰ আকৃতি পলুক ভিতৰৰ কেন্দ্ৰকোষৰ শক্তিৰ আৱৰণ বুলি তাৰ নাম দিছিল "ক্ষুম" আৰু তাৰপৰা ওলোৱা সূতাৰে বোৱা কাপোৰৰ নাম দিছিল ক্ষৌম বসন। 'ক্ষুম' শব্দটো পিচত আলোচনা কৰিব লগীয়া "চোম্" শব্দৰপৰা ওলাইছে নে নাই ইও ভাবিব লগীয়া। কিন্তু আচলতে পাটৰ কাপোৰ চীন দেশৰ মানুহে উলিওৱা আঁশ বা অংশুৰ দ্বাৰা বোৱা বুলি তেওঁলোকে ইয়াৰ নাম দিছিল চীনাংশুক। উত্তৰ পূৱ ভাৰতৰ অন্ততঃ হিমালয়ৰ দাঁতি কাষৰীয়া অঞ্চলৰ অধিবাসীৰ মাজত "ছেৰ" শব্দটো প্ৰচলিত থাকিল ছাৰী—শাৰী বা শাড়ী" শব্দৰ মাজত। বঙ্গদেশত তিৰোতাই পিন্ধা কাপোৰৰ নাম শাড়ী, কিন্তু পশ্চিম অঞ্চলৰ পাটৰ কাপোৰৰ নাম শাড়ী।

সি যি কি নহওক, চীন, তিব্বত, বৰ্ম্মা, কামৰূপ অঞ্চলৰ অধিবাসীৰ মাজত সেই যুগত পাট-শিল্প বৰকৈ প্ৰচলিত আছিল আৰু সেই শিল্পত পাৰ্গত শিল্পীসকলক—ছিৰাডিয়া—কিৰাডিয়া—কিৰাদিয়া বোলা হৈছিল। ইয়াৰ পৰাই পিছত "কিৰাত" শব্দৰ উৎপত্তি হৈছে। ভাৰতবৰ্ষৰ আন অঞ্চলৰ মানুহৰ পক্ষে এওঁলোক সঁচাকৈয়ে পৰ্ব্বতবাসী আছিল। সেই কাৰণে তেওঁলোকে সকলো চীন-তিব্বত-কামৰূপ অঞ্চলৰ মানুহক কিৰাত বুলিছিল। অমৰকোষ অভিধানত সেই কাৰণে লিখা হৈছে—"কিৰাতা পৰ্ব্বতবাসিনঃ"। এই কাৰণেই অথৰ্ব্ববেদত কিৰাত জাতিৰ গাভৰুৰ উল্লেখ কৰোঁতে লিখা হৈছে—"কৈৰাতিকা কুমাৰিকা সকা খনতি ভেষজম্, হিৰণ্যয়িভিৰ অভ্ৰিভিৰ্ গিৰীণামুপসানুষু" (অথৰ্ব্ব ১০।৪।১৪)।

সতিকে কালিকা-পুৰাণত উল্লেখ কৰা প্ৰাক্ নৰকাসুৰ যুগৰ প্ৰাচীন কামৰূপৰ অধিবাসীৰ লগত যে পাট-শিল্পত পাৰ্গত চীন-তিব্বত-বৰ্ম্মা অঞ্চলৰ মানৱ গোষ্ঠীৰ লগত অন্ততঃ কৃষ্টিগত আৰু বৰ্ণগত সম্পৰ্ক আছিল—ইয়াত সন্দেহ নাই।

## নৃতত্ত্বাবদসকলৰ মত

নৃতত্ত্ববিদ্‌সকলে আন ফালৰপৰা অনুসন্ধান কৰি পালে যে অষ্ট্ৰেলিয়া দেশৰ পৰ্ব্বতীয়া আদিবাসীৰ ভাষা, আচাৰ-ব্যৱহাৰ আৰু চাল-চলনৰ লগত যাভা-সুমাত্ৰা, ফিলিপাইন, বৰ্ম্মা, খাছি-জৈয়ন্তীয়া, ছোটনাগপুৰ, চাওতাল পৰগণা আদি ঠাইৰ আদিম অধিবাসীসকলৰ বহুত পৰিমাণে মিল আছে। সেই কাৰণে তেওঁলোকে এই মানৱ গোষ্ঠীক এক বুলি ধৰি প্ৰথমতে নামকৰণ কৰিলে 'প্ৰটো-অষ্ট্ৰেলয়েড্'। পিছত নামটো সলাই নতুন নামকৰণ কৰিলে 'অষ্ট্ৰে-এছিয়াটিক' বা চমুকৈ অষ্ট্ৰিক। হেভেচিনাম অষ্ট্ৰিয়া দেশৰ এজন ইঞ্জিনীয়াৰ নৃতত্ত্ববিদে দেখিলে যে—এই মানৱ গোষ্ঠীৰ লগত

কছিয়াৰ ফিন্‌লণ্ডৰপৰা আৰম্ভ কৰি জাপ্পেনীলৈকে সকলো ঠাইৰ আদিমবাসীৰ লগত মিল আছে। এতিকে তেওঁ নামকৰণ কৰিলে ফিনো-অগ্রিয়ান।

উত্তৰ আমেৰিকাৰ প্ৰাচীন অধিবাসী মায়া আৰু আজতেক জাতিৰ পূৰ্ব্ব-পুৰুষসকল কছিয়াৰ ছাইবেৰিয়া অঞ্চলৰপৰা পানামা-যোজক পাৰ হৈ আমেৰিকালৈ গৈ বসতি কৰিছিল বুলি নৃতত্ত্ববিদসকলে এক প্ৰকাৰে খাটাংকৈ সিদ্ধান্ত কৰিছে। মায়া আৰু আজতেকসকলৰ ধন-সম্পদৰ প্ৰধান দেৱতা সৰ্পৰূপী "কোৱাট্‌জিকোটাল"ক মানুহৰ জিভাৰ তেজেৰে পূজা কৰাৰ বিধানৰ লগত খাছিসকলৰ ধন-সম্পদৰ সৰ্পদেৱতা উথ্লেনৰ পূজাৰ মিল আছে। খাছিসকলৰ নংক্ৰেম নৃত্যৰ এখন চিত্ৰৰ লগত আজতেক-সকলৰ কৃষি-নৃত্যৰ এখন চিত্ৰ আঁকি থলে দুয়ো চিত্ৰৰ পুৰুষ আৰু তিৰোতাৰ সাজপাৰ আৰু নৃত্য-ভঙ্গীৰ মাজত কোনো পাৰ্থক্য দেখা নাযায়;—এনে কি চিত্ৰ দুখন পৃথিৱীৰ দুই মূৰত থকা দুই বেলেগ জাতিৰ কৃষ্টিৰ নিদৰ্শন বুলি কোৱা এক প্ৰকাৰ অসম্ভৱ হৈ পৰে। লগতে খ্ৰীষ্টাব্দৰ ষোড়শ শতিকাৰ আদি ছোৱাত মিচিমি বজাই আহোম বজাৰ লগত কৰা মিত্ৰতাক সাপৰ মেৰপাকৰ দৰে শকতীয়া কৰাৰ নিদৰ্শন স্বৰূপে শিলৰ স্তম্ভত মেৰপাক খাই থকা শিলৰ সাপৰ গাত সন্ধিৰ স্বত্ত্ব লিখাৰ মনোভাবটো মন কৰিব লগীয়া।

এতিকে, নৃতত্ত্ববিদসকলৰ ভিন্ ভিন্ নামকৰণ আৰু ওপৰত উল্লেখ কৰা বিৱৰণৰপৰা আমি ইয়াকেই বুজিব পাৰোঁ যে, প্ৰাচীন কালত এনে এটা যুগ আছিল, যি সময়ত কছিয়াৰপৰা আৰম্ভ কৰি—এপিনে চীন-জাপান-ফিলিপাইন, অষ্ট্ৰেলিয়া, আন পিনে কছিয়া-পানামা-আমেৰিকা আৰু আকৌ তিব্বত, বৰ্ম্মা, কামৰূপ, বেহাৰ, উত্তৰ প্ৰদেশ, আফগানিস্থানলৈকে একেই মূল ভাষা আৰু মূল কৃষ্টিৰ মানৱ-গোষ্ঠীৰ বসবাস আছিল।

## ভাস্কৰ্য্য আৰু বেদ-পুৰাণৰ তথ্য

ইফালে আকৌ এছিয়া মাইনৰৰ উত্তৰ-পশ্চিম অঞ্চলৰপৰা আৰম্ভ কৰি হিত্তি, বেবিলন, মিছৰ, ইৰাণ, টাইগ্ৰিছ্-য়ুফ্ৰেতিচ উপত্যকাৰ মেছোপটেমিয়া হৈ পঞ্জাবৰ সিন্ধু উপত্যকালৈ দেশবোৰত একেই সময়ত প্ৰায় একেই মূল কৃষ্টিৰ মানৱ-গোষ্ঠীৰ বসবাস আছিল। এওঁলোকৰ কৃষ্টিৰ বিশেষত্ব শিল-ইটাৰ ভাস্কৰ্য্য, স্থাপত্য আৰু লিপিৰ অলেখ নিদৰ্শন বহুত ঠাইত আৱিষ্কাৰ কৰা হৈছে। অনেক ঠাইৰ লিপিৰ পাঠো উদ্ধাৰ হৈছে। বেদ-পুৰাণাদি গ্ৰন্থত এওঁলোকক অসুৰ, দাস, দস্যু, যক্ষ আদি জাতি বুলি উল্লেখ কৰা হৈছে। এওঁলোকৰ মাজৰ হিত্তি-ছত্তি বা ক্ষত্তি অৰ্থাৎ ক্ষত্ৰিয় জাতি আৰু মিতান্নি জাতিৰ ভাষা বেদৰ সংস্কৃত ভাষাৰ ওচৰ চাপে। বেবিলনৰ অসুৰ জাতিৰ ভাষাও প্ৰায় তেনেই। আমেৰিকাৰ মায়া আৰু আজতেক সকলো ভাস্কৰ্য্য আৰু স্থাপত্যত পাৰ্গত আছিল। তেওঁলোকৰ নিজা লিপিও আছিল কিন্তু ভাষা আছিল বেলেগ। পূব অঞ্চলত একমাত্ৰ চীন দেশতেই প্ৰাচীন কালত চিত্ৰাত্মক লিপিৰ প্ৰচলন আছিল। কামৰূপকে

ধৰি আন আন অঞ্চলত সেই যুগৰ কোনো লিপি, স্থাপত্য বা ভাস্কৰ্য্যৰ চিন চাব আজিলৈকে পোৱা নাই।

তাৰ পিছত দেখা গ'ল—কাশ্মীৰ, উত্তৰ প্ৰদেশ আৰু বেহাৰ অঞ্চলত অকস্মাৎ আন ধৰণৰ কৃষ্টিসম্পন্ন এটা জাতিয়ে বসবাস কৰিছে। এওঁলোক নাগ জাতি বুলি জনাজাত। এওঁলোকৰ নাৰী জাতি সৌন্দৰ্য্যৰ আহি আছিল আৰু এওঁলোক বৰ নৃত্য-গীত প্ৰিয় আছিল।

তাৰ পিছত আমি আজিকালি যাক বৈদিক আৰ্য্য বুলি কওঁ, তেওঁলোক আহি প্ৰথমতে নানা ঠাই ঘূৰি পকি পিছত ৰাজপুতনা আৰু পঞ্জাব-সিন্ধুদেশৰ সীমাত সৰস্বতী আৰু দৃষদ্বতী নৈৰ পাৰত আহি বসবাস কৰিলে। নাগসকল বা আৰ্য্যসকল ক'ৰ পৰা আহিল, ভাৰতবৰ্ষৰ বাহিৰৰপৰাই আহিল নে আগৰেতই ইয়াত আছিল—এই প্ৰশ্নৰ সমিধান আজিলৈকে হোৱা নাই।

পিছে নাগ জাতি সম্পৰ্কে নৃতত্ত্ববিদ্‌সকলে কয়, এওঁলোকৰ এটা ফৈদ ভূমধ্যসাগৰ অঞ্চলৰপৰা অহা আৰু আন এটা ফৈদ বড়ো-তিব্বতী। এওঁলোকৰ লগত পক্ষী জাতি বুলি আৰু এটা জাতি আছিল। নৃতত্ত্ববিদ্‌সকলে এই নাগ আৰু পক্ষী জাতিক একেলগে 'আলপাইন' জাতি বুলি নাম দিছে। বৈদিক গ্ৰন্থ শতপথ ব্ৰাহ্মণত সৰ্পদেৱ আৰু সৰ্প জাতিৰ আৰু পক্ষী জাতিৰ উল্লেখ আছে (১৩।৪।৩।৯)। ঐতৰেয় আৰণ্যকত কোৱা হৈছে—মগধ আৰু বঙ্গদেশত সৰ্প আৰু পক্ষী জাতিৰ বাস (২।৫।১।১-২) মহেঞ্জদাড়োৰ চিলমোহৰতো সৰ্প-পূজাৰ চিত্ৰ পোৱা গৈছে।

নাগ জাতি বা সৰ্প জাতিৰ ৰহস্য বিজ্ঞানৰ এটা দৰ্শন তত্ত্বৰ অনুগামী সম্প্ৰদায়। যি কোনো এটা বস্তুৰ অণু-পৰমাণু বা অংশবোৰ যি শক্তিৰে বান্ধ খাই থকাত বস্তুটো বস্তু হৈ থাকিব পাৰে, আৰু যি শক্তিৰ বান্ধনত চন্দ্ৰ, সূৰ্য্য, গ্ৰহ, নক্ষত্ৰাদি নিজৰ নিজৰ ঠাইত থাকি ক্ৰিয়া কৰি আছে—সেই শক্তিৰ নাম ন+আগ বা নাগ-শক্তি। এই শক্তিৰে নাগৰ দৰে বিশ্বব্ৰহ্মাণ্ডক মেৰ-পকাই ধৰি আছে। সেই শক্তি ঢৌৰ দৰে ভুজগ (Wave Pattern) আৰু সৰ্পিল (gliding) গতিত গোটেই বিশ্বব্ৰহ্মাণ্ড বিয়পি আছে। ই আধুনিক বিজ্ঞানৰ ether wavetheory. ঋগ্বেদৰ কেইবাটাও সূক্তৰ ৰচয়িতা আৰু ৰচয়িত্ৰী আছিল নাগজাতিৰ পুৰুষ আৰু তিৰোতা।

পক্ষী জাতিও তেনেদৰে এটা দৰ্শনবাদৰ অনুগামী। মাটিৰপৰা ওপৰমুৱা হৈ গছ গজে, তাৰে ফুল ফুলে, ফল ধৰে। সেই গছৰ ডালত পক্ষীবোৰে বাহ সাজি থাকে, দিনত আকাশত উৰি ফুৰে। আকাশতো তেনেদৰে তৰা, চন্দ্ৰ, সূৰ্য্য, গ্ৰহবোৰ তলমুৱা গছৰ ফুল আৰু ফলেই হ'ব। তাতে যি পক্ষীবোৰ থাকে সেইবোৰ উৰি তললৈ নামি আহে। সেই স্বৰ্গৰ পক্ষীবোৰে স্বৰ্গৰ অমৃত আনি পৃথিৱীত সিঞ্চে বুলি জীৱে জীৱনী-শক্তি পায়।

এই স্বৰ্গৰপৰা তললৈ নামি অহা শক্তিৰ নামেই বি-নতা—স্বৰ্গৰপৰা অমৃত

আনোতা গৰুড়ৰ মাত্। এই ভাবনপৰাই ঋগ্বেদত সূৰ্য্যৰ ৰশ্মিক "হৰয়ঃ সুপৰ্ণাঃ" (১।১৬৪।৪৭) সোণবৰণীয়া পক্ষী বোলা হৈছে; আৰু গীতাত "ঊৰ্দ্ধমূলঃ অধঃশাখ এষোঽশ্বত্থঃ সনাতনঃ" (১৫।১)—ওপৰত শিপা থকা তলমূৰা শাশ্বত বৃক্ষৰ কথা কোৱা হৈছে।

## ব্ৰাত্য জাতি

আগতে উল্লেখ কৰা ঐতিহ্যে আৱশ্যকনু মতে সৰ্প আৰু পক্ষী জাতিৰ বাসভূমি বঙ্গ আৰু মগধৰ প্ৰতি বৈদিক সাহিত্যত সদায় এটা ঘৃণাৰ ভাব প্ৰকাশ কৰা হৈছে। ঋগ্বেদত লিখা হৈছে,—মগধ বা কীকট দেশৰ বজা প্ৰমগণ্ডৰ অপাৰ ধন-সম্পত্তি আৰু সোণ-ৰূপ-সেইবোৰ আমি পাব লাগে। সেই দেশত অলেখ গৰু আছে, কিন্তু থাকিলে কি হ'ব? সেই দেশত দেৱতাৰ উদ্দেশ্যে যাগ-যজ্ঞ কৰাৰ বিধান নাই বুলি সেই গৰুৰ গাখীৰ, ঘিউ দেৱতাৰ কামত নালাগে (৩।৫৩।১৪)। শতপথ ব্ৰাহ্মণত লিখা হৈছে,—গণ্ডকী নৈৰ (সদানীৰা) পূব পাৰ ব্ৰাহ্মণ-বৰ্জ্জিত দেশ; সেই দেশত দেৱতাৰ উদ্দেশ্যে অগ্নি জ্বলোৱাৰ ৰীতিয়েই নাই। বৰ কষ্টেৰে বিদেঘ মাথৱ নামৰ ৰজাই যেন মুখত জুই লৈ গণ্ডকী নৈ পাৰ হৈ গৈ সেই দেশত ৰাজ্য স্থাপন কৰি, কোনোমতে অগ্নি যজ্ঞৰ প্ৰচলন কৰিছিল (১।৪।১।১৪)। অথৰ্ব্ব বেদত প্ৰাৰ্থনা কৰা হৈছে,—আৰ্য্য-সকলৰ দেশত যিমান ঠাইত জ্বৰ ব্যাধি আছে, সেই জ্বৰ ব্যাধি মগধ দেশলৈ গৈ বাহ লওক (৫।২২।১৪)। মহাভাৰত আদিপৰ্ব্ব (১০৪ অধ্যায়) আৰু বায়ু-পুৰাণত (৯৯।৭০) কোৱা হৈছে—আৰ্য্যসকলৰ সমাজৰ দেৱতা বিৰোধী দীৰ্ঘতমা ঋষিক (ঋগ্বেদৰ ১।১৬৪ সূক্তৰ দ্ৰষ্টা) গোঁড়াপন্থীসকলে দেশৰপৰা খেদি দিয়াত তেওঁ অঙ্গ দেশলৈ গুচি যায়। সেই দেশৰ ৰজাৰ দাসীৰ গৰ্ভত ওপজা দীৰ্ঘতমা ঋষিৰ অঙ্গ, বঙ্গ, কলিঙ্গ নামৰ তিনিজন পুত্ৰৰ বংশধৰসকল হৈছে অঙ্গ, বঙ্গ আৰু কলিঙ্গ দেশৰ অধিবাসী; অৰ্থাৎ সেইসকল দেশবাসী বৈদিক আৰ্য্যসকলৰ দেৱতাবাদ আৰু যাগ-যজ্ঞ বিৰোধী। শুক্ল যজুৰ্ব্বেদ বাজসনেয়ী সংহিতাত লিখা আছে মগধ দেশৰ অধিবাসীসকল বৰ ধূৰ্ত্ত আৰু ব্ৰহ্মচৰ্য্যহীন। এওঁলোকৰ নাৰীসকলে অবাধে পুৰুষসকলৰ লগত মিলামিশা কৰি ফুৰে, এওঁলোকৰ নৈতিক চৰিত্ৰ বৰ বেয়া; কিন্তু তথাপি এওঁলোক ক্লীৱ,—অৰ্থাৎ কিবা উপায়েৰে জন্ম-নিৰোধ বিধান জানে। এওঁলোক ব্ৰাহ্মণো নহয় শূদ্ৰও নহয় (৩০।২২)। আপস্তম্ব গৃহ্যসূত্ৰত কোৱা হৈছে,—এওঁলোকে বৈদিক আৰ্য্যসকলৰ বিধানমতে সাবিত্ৰী দীক্ষা নলয় বুলি এওঁলোক ব্ৰাহ্মণ নহয় সঁচা, কিন্তু আন-হাতে এওঁলোক শূদ্ৰিবো নহয়, যি হেতুকে এওঁলোকে শাস্ত্ৰ-গ্ৰন্থ আলোচনা, জ্ঞান চৰ্চ্চা আৰু যোগ তপ সাধনাদিৰ দ্বাৰা অলৌকিক শক্তি অৰ্জ্জন নকৰা নহয়। এওঁলোকে নিজৰ মাজত চলি থকা ব্ৰত আচৰণ কৰে বুলি এওঁলোকক ব্ৰতীয়া কব পাৰি (২।৩।৭।১৩—১৭)।

অথৰ্ব্ব বেদত (১৫শ কাণ্ড) ব্ৰাত্য নামৰ এক প্ৰবল শক্তি সম্পন্ন জাতিৰ বিৱৰণ বহলকৈ লিখা আছে। এওঁলোকৰ প্ৰধান কেন্দ্ৰ আছিল মগধ আৰু মগধ-

পূৰ্ব্ব-অঞ্চল। এওঁলোকৰ সাজ-পোছাকৰ এটা বিশেষত্ব আছিল মূৰত পাগ, কাণত কুণ্ডল, গাত দীঘল ছোলা। এই ছোলাৰ আকৌ বুকু নীল ৱৰণীয়া, পিঠি ৰঙা আৰু ডিঙিৰ অংশ ৰূপ বৰণীয়া আছিল। ছোলাৰ চাৰিওপিনে চামৰাৰ পটি দিয়া আছিল। এওঁলোকে কাঁড়-ধনু লৈ সকলো ঠাইলৈ যাব পৰা ৰথত উঠি দলবদ্ধ হৈ দেশে দেশে ফুৰিছিল। এওঁলোক আছিল বৰ নৃত্য-গীতামোদী আৰু লগত সদায় সুৰা আৰু নাৰী লৈ ফুৰিছিল। আনপিনে আকৌ তেওঁলোকৰ মাজত ৰাজন্য, সৈন্য, সভা আৰু সমিতি আছিল। আৰু লগে লগে এইবোৰ প্ৰতিষ্ঠান লৈ ফুৰি নিজৰ মাজত শাসন-শৃঙ্খলা ৰক্ষা কৰিছিল-- "তং সভা চ সমিতিশ্চ সেনা চ সুৰা চানুব্যহচলন্।" সভা আছিল সৰ্ব্বসাধাৰণৰ মেল আৰু সমিতি আছিল প্ৰতিনিধিসকলৰ পঞ্চায়েত।

এওঁলোকৰ প্ৰধান উপাস্য দেৱতা আছিল—এক-ব্ৰাত্য। তেৱেঁই আছিল বিশ্ব ব্ৰহ্মাণ্ড সৃষ্টিৰ মূল সবাকী; তেওঁৰেই নাম মহাদেৱ, ঈশান, ভৱ, ৰুদ্ৰ ইত্যাদি। তেৱেঁই বিশ্ব ব্ৰহ্মাণ্ডৰ সকলো বস্তু আৰু প্ৰাণীৰ সৃজনকৰ্ত্তা আৰু নিয়ন্তা। এক ব্ৰাত্যৰ উপাসকসকলক কোৱা হৈছিল বিদ্বান ব্ৰাত্য বা ব্ৰাত্য। এওঁলোকে উপাস্য দেৱতাৰ ৰূপ কল্পনা কৰি নিজে সেই ধৰণৰ সাজপাৰ পিন্ধিছিল।

ঋগ্বেদ, অথৰ্ব্ববেদ আৰু শুক্ল যজুৰ্ব্বেদত ৰুদ্ৰ দেৱতাৰ ৰূপ বৰ্ণনা কৰোঁতে কোৱা হৈছে তেওঁ জঁটা আৰু কুণ্ডলধাৰী নীললোহিত বৰণীয়া পুৰুষ (ঋ ১০।৮৫।২৮), নীলোদৰ লোহিত পৃষ্ঠ (অথৰ্ব্ব ১৫।১৭), নীলগ্ৰীৱ-বিলোহিত (শুক্ল যজু ৩০।৫।৭), নীলগ্ৰীৱ-শিতিকণ্ঠ (ঐ-২৮, ৫৬), উগ্ৰদেৱ, মহাদেৱ, ঈশান (ঋ ২।১৬, ২।৩৩।৯)'। ভূতপতি (অথ ২।১৪।৪), পশুপতি (ঐ ২।৩৪।১) ধনুৰ্দ্ধাৰী (অথ ১১।২।৯)। শুক্ল যজুৰ্ব্বেদ ৰুদ্ৰাধ্যায়ত এই ৰুদ্ৰক ব্ৰাত আৰু ব্ৰাত-পতি বুলি নমস্কাৰ জনোৱা হৈছে,— "ব্ৰাতেভ্যো ব্ৰাতপতিভ্যশ্চ বো নমো নমঃ" (৬।৫।২৫)।

ইয়াৰপৰা বুজা যায়, ব্ৰাত্যসকল ৰুদ্ৰ দেৱতাৰ উপাসক আছিল আৰু তেওঁলোকে ৰুদ্ৰৰ সাজ-পোছাক পিন্ধি নিজে ৰুদ্ৰ হোৱাৰ ভাও কৰিছিল। তেওঁলোকে ৰুদ্ৰৰ পুত্ৰ-মৰুদ্গণ বা ৰুদ্ৰিয়াসঃ (ঋ ১।৩৮।৭) আৰু ৰুদ্ৰাসঃ ৰুদ্ৰাঃ (ঋ ১।৩৯।৪,৭)। ঋগ্বেদত এই ৰুদ্ৰক স্তুতি-বন্দনাৰ অধিপতি, যজ্ঞ আদি ক্ৰিয়াকাণ্ডৰ পালক, দৰৱ-পাতিৰ দেৱতা বুলি স্বাস্থ্য, শক্তি আৰু আনন্দ লাভৰ কাৰণে স্তুতি কৰা হৈছে,—"গাথপতিং, মেধপতিং, জলাজভেষজং তচ্ছংয়োঃ সুম্নমীমহে" (১।৪৩।৪)।

ৰুদ্ৰ দেৱতাৰ আন এটা নাম "শিৱ"। সিন্ধু উপত্যকাৰ মহেঞ্জদাড়োৰ দাস জাতীয় অসুৰসকলৰ মাজত "শিৱাসঃ" অৰ্থাৎ শিৱগণ বুলি এটা জাতি আছিল। তেওঁলোকে দীক্ষাৰ পিছত মূৰত দুফলীয়া হৰিণৰ শিং ধাৰণ কৰিছিল বুলি তেওঁলোক "বিষাণিনঃ শিৱাসঃ" (ঋ ৭।১৮।৭, শতপথ ব্ৰাহ্মণ ৩।২।১।৩১)। নামেৰে জনাজাত আছিল। দেৱতা আৰু দেৱতাৰ উপাসকসকলৰ মূৰত পশুৰ শিং ধাৰণ কৰাৰ বিধান প্ৰাচীন কালত বেবিলনৰপৰা সিন্ধু উপত্যকালৈ সকলো দেশত প্ৰচলিত আছিল।

তেনেহলে দেখা গ'ল পছিমৰ সিন্ধু দেশত শিশ্ন নামৰ এটা দল আৰু পূবৰ

মগধত ৰুদ্ৰ উপাসক ব্ৰাত্য নামৰ এটা দল আছিল। সিন্ধু উপত্যকাৰ চিল-মোহৰত সৰ্পপূজক বৃত্তক সম্প্ৰদায়ৰ উল্লেখ আছে। তেওঁলোকৰ প্ৰধান দলপতিৰ নাম আছিল—ঋগ্বেদৰ মতে—বৃত্ৰ। এই বৃত্ৰক অহি বা সৰ্পও বোলা হৈছে (ঋ ১৷৩২৷৮) আৰু তেওঁৰ পত্নীসকলক দাস পত্নীৰহিগোপা (ঐ ১১) বোলা হৈছে।

মগধ দেশৰ ব্ৰাত্যসকল আছিল বৰ বিদ্বান্ পণ্ডিত আৰু অলৌকিক দৈৱ-শক্তি-সম্পন্ন। এওঁলোকে আগতে কোৱা মতে বৈদিকসকলৰ দৰে সাবিত্ৰী দীক্ষা লৈ ব্ৰাহ্মণ হোৱাৰ বিধান মনা নাছিল, ব্ৰাহ্মণ্য ধৰ্ম্মৰ জাতিগত বৰ্ণাশ্ৰম বিভাগো নামানিছিল, কিন্তু আনপিনে ৰুদ্ৰৰ সেৱা পূজা নিজে নিজে কৰিছিলেই, শিষ্য ভজাই গুৰুগিৰিও কৰিছিল। বৈদিকসকলৰ যজ্ঞৰ অগ্নিকুণ্ড দেখিলেই তেওঁলোকে বলেৰে জুই নুমাই দিছিল। কোনোবাই ব্ৰাহ্মণৰ ভোজনৰ কাৰণে খাদ্য আনিলে বলেৰে কাঢ়ি নি খাই পেলাইছিল, ব্ৰাহ্মণসকলক গালি পাৰিছিল, মাৰিছিলো।—"ব্ৰহ্মাদ্যং জন্যমন্নমদন্ত্য-দুৰুক্তবাক্যং দুৰুক্তমাহুৰদণ্ড্যং দণ্ডেন ঘ্নন্তশ্চৰন্তি; অদীক্ষিতা দীক্ষিতবাচং বদন্তি" (তাণ্ড্য ব্ৰাহ্মণ—১৭৷১৯)। অৰ্থাৎ এওঁলোক সিন্ধুদেশবাসী দাস জাতিৰ নিচিনা "অযজ্ঞা অদেৱা" (ঋ ৭৷৮৩৷৭) আছিল।

আনপিনে কিন্তু এওঁলোকৰ পাণ্ডিত্য আৰু অলৌকিক দৈৱশক্তিৰ কাৰণে এজন ব্ৰাত্য কাৰোবাৰ ঘৰলৈ গৈ আলহী হ'বলৈ বিচাৰিলে—ৰজাৰপৰা খেতিয়ক আৰু ব্ৰাহ্মণৰপৰা শূদ্ৰলৈকে সকলোৱে নিজৰ সৌভাগ্যৰ চিন্ বুলি একাণপতীয়াকৈ বোৰ হাতেৰে তেওঁৰ সেৱা-শুশ্ৰূষা কৰিছিল, যি বিচাৰিছিল তাকে দিব পাৰিলে নিজৰ বা পৰিয়ালৰ মঙ্গল হ'ব বুলি ভাবিছিল। ব্ৰাহ্মণৰ ঘৰত আলহী হ'বলৈ বিচাৰিলে তেওঁ আপত্তি কৰাৰ কথাই নাই, বৰঞ্চ তেওঁৰ ঘৰৰ যাজ্ঞিক জুই জ্বলাই ৰাখিব নে নুমাই পেলাব—সেই কথা আগতেই ব্ৰাত্যক সুধিছিল। (অথৰ্ব্ববেদ—১৫-শ কাণ্ড)।

তাণ্ড্যব্ৰাহ্মণ নামৰ গ্ৰন্থত লিখা আছে (১৭৷১—৪) ব্ৰাত্যসকল আগতে দেৱতাবাদিসকলৰ অনুগত আৰু সম্পৰ্কীয় আছিল, কিন্তু বেয়া পন্থা ধৰি পৃথিৱীক দেৱতাৰ বাসৰ অযোগ্য কৰি পেলাইছে। এওঁলোকক কোনোমতে বুজাই-বৰাই আৰু এওঁলোকৰ ৰুদ্ৰৰ সাজ-পাৰ গুচাই সমদলে শুদ্ধি কৰি ব্ৰাহ্মণ সমাজ ভুক্ত কৰি লব লাগে। এই শুদ্ধিৰ কাৰণে এটা চমু বিধানো কৰা হৈছিল আৰু ইয়াৰ নাম দিয়া হৈছিল—ব্ৰাত্যস্তোম যজ্ঞ।

দেখা গ'ল মগধ অঞ্চলৰ ব্ৰাত্যৰ লগত সিন্ধু উপত্যকাৰ দাস জাতিৰ কৃষ্টিগত সাদৃশ্য আছিল। কিন্তু এওঁলোক কোন যুগৰ আৰু কি জাতিৰ মানুহ আছিল? সিন্ধু উপত্যকাৰ মহেঞ্জদাৰো আৰু হৰাপ্পাৰ ধ্বংসকীৰ্ত্তিৰ মাজত যি চৌবিছটি নৰকঙ্কাল পোৱা গৈছে সেইবোৰ বিচাৰ কৰি নৃতত্ত্ববিদ্‌সকলে চাৰি বিধ মানুহৰ অস্তিত্বৰ প্ৰমাণ পাইছে বুলি সিদ্ধান্ত কৰিছে—(১) প্ৰটো-অষ্ট্ৰেলয়েড্ বা অষ্ট্ৰিক। (২) ভূমধ্যসাগৰীয় (৩) মঙ্গোলীয়ান অলপাইন। (৪) শুদ্ধ অলপাইন। পিছৰ দুটা জাতি যে ঐতৰেয় আৰণ্যকত উল্লেখ কৰা বঙ্গ আৰু মগধৰ অধিবাসী সৰ্প আৰু পক্ষী জাতিৰ মানুহ—এই কথা আগতে উনুকিয়াই অহা হৈছে।

ইয়াতে আৰো এই মগধ দেশৰ উত্তৰত কপিলবাস্তু নগৰৰ ঠাইত বৈদিকসকলৰ বেদান্ত-দৰ্শনৰ ব্ৰহ্মবাদবিৰোধী সাংখ্য-দৰ্শন প্ৰণেতা কপিল মুনি আৰু তেওঁৰ মতবাদ প্ৰচাৰ কৰোঁতা আসুৰীৰ জন্ম হয়। মগধৰ দেশৰ ব্ৰাহ্মণসকলক ইতিকিং কৰি বহু দেৱতাবাদৰ, প্ৰথমতে এক দেৱতাবাদত আৰু পিছত অদ্বৈতবাদত পৰিণত কৰি মতবাদ প্ৰচাৰ কৰোঁতা যাজ্ঞবল্ক্য ঋষিৰো কৰ্মক্ষেত্ৰ এই মগধৰ বিদেহ ৰাজ্যৰ ৰাজধানী। যাজ্ঞবল্ক্যৰ আদিপুৰুষৰ পৰিচয় দিওঁতে নাৰী-ঋষিকা অম্ভিণীৰ নাম লোৱা হয়। যাজ্ঞবল্ক্যৰ শিষ্যৰো নাম আসুৰি আৰু প্ৰশিষ্যৰ নাম আসুৰায়ণী (বৃহদাৰণ্যক উপনিষদ্—৬।৫।৩)। আমাৰ দেশৰ কালিকা-পুৰাণৰ মতে এই মগধ দেশৰ ৰাজধানী মিথিলাৰপৰা আহি নৰকাসুৰে কিৰাতসকলক খেদি কামৰূপ দেশত ৰাজ্য স্থাপন কৰিছিল। এই মগধ দেশৰেই উত্তৰ অঞ্চলত লিচ্ছবি, কোল, শাক্য, বৃজি, মল্ল আদি বাৰটা জাতিৰ বাস আছিল। তেওঁলোক আছিল ৰাজন্য আৰু ক্ষত্ৰিয়। মনুসংহিতাত এওঁলোকক ব্ৰাত্য বোলা হৈছে (১০।২২)। এই ব্ৰাত্যসকলৰ শাক্য বংশত ভগৱান বুদ্ধদেৱৰ জন্ম হৈছিল। বুদ্ধদেৱৰ পত্নীৰ আন এটা নাম আছিল—"ভদ্ৰা কাপিলায়নী"। বুদ্ধদেৱৰ মতবাদী দৰ্শনক আসুৰী মত বা আসুৰী-দৰ্শন বোলা হয়। এই মগধপূৰ্ব অঞ্চলত বৈদিক দেৱতাবাদ আৰু যাগযজ্ঞ বিৰোধী জৈন, বৌদ্ধ, তান্ত্ৰিক, কোল, শাক্ত, নাথ-যোগী, আউল, বাউল, সহজীয়া আদি সম্প্ৰদায়ৰ আধিপত্য বেছি আছিল আৰু এতিয়াও কম নহয়।

লগে লগে এই কথাটোও মনত ৰখা প্ৰয়োজন যে, খ্ৰীষ্টীয় সপ্তম শতিকাত চীন দেশৰ পৰিব্ৰাজক হিয়েন্-চাঙে মগধৰ আৰু কামৰূপৰ ভাষাৰ বিজাই চাই দুয়োটাৰ মাজত বহুত সামঞ্জস্য দেখা পাইছিল। খ্ৰীষ্টাব্দৰ চতুৰ্থ শতিকাৰ মগধৰ সম্ৰাট সমুদ্ৰগুপ্তৰ লগত কামৰূপৰ সম্ৰাট সমুদ্ৰবৰ্ম্মাৰ যোগসূত্ৰ থকাৰ কথা বুৰঞ্জীৰ ঘটনা।

ইমানবোৰ সামঞ্জস্য আৰু যোগাযোগ নিতান্ত আকস্মিক ঘটনা নে একে জাতি, একে কৃষ্টিৰ ফলাফল, নে পুবৰ দ্বাৰা পছিমৰ ওপৰত প্ৰভাৱ, নাইবা পছিমৰ দ্বাৰা পুবৰ ওপৰত প্ৰভাৱ বিস্তাৰৰ ফল ভাবিব লগীয়া বিষয়।

## শিৱবাদ

অতি প্ৰাচীন কালৰে পৰা মানুহৰ মনত এটা ধাৰণা চলি আহিছে যে ওপৰত কাছ-পিঠীয়া আকাশৰ দৰে পৃথিৱীৰ তলতো ওলোটা এটা কাছ-পিঠীয়া বস্তু আছে আৰু এই দুয়োটা কাছ-পিঠি একযুক্ত হৈ এটা বৰ ডাঙৰ ডিমা বা বৃহৎ-অণ্ডৰ সৃষ্টি হৈছে। এই ভাবৰপৰা বেদৰ ভাষাত 'ব্ৰহ্মাণ্ড' শব্দৰ উৎপত্তি। এটা ডিমাৰ ভিতৰত যেনে সনীয়া বস্তুৰ মাজত ভাহি থকা হালধীয়া বা সোণবৰণীয়া কুহুমৰ মাজত পক্ষীৰ জীউ আৰু দেহাৰ সকলো উপাদান থাকে আৰু উম লাগিলে সেইবোৰ প্ৰকট হয়, ঠিক তেনে দৰে এই ব্ৰহ্মাণ্ডৰ ভিতৰতো সনীয়া অৱস্থাৰ মাজত বিশ্বৰ সকলো বস্তুৰ সৃষ্টিৰ উপাদান আছে আৰু জুই বা দহন শক্তিৰ প্ৰভাৱত ভিন ভিন ধাৰাত বস্তু, আৰু জীৱ-

জন্তুৰ সৃষ্টি হয়। সেদত এই ভাবৰপৰা হিৰণ্যগৰ্ভ শব্দৰ উৎপত্তি হৈছে। আকৌ ধাৰণা হৈছিল যে ওপৰত আকাশ, মাজত ফাঁক বা অন্তৰীক্ষ আৰু তলত পৃথিৱী,— এই তিনিটা চকাৰ দৰে নিয়মীয়াকৈ দিনৰ পিছত দিন ঘূৰি আছে। কিন্তু আকাশখন পৃথিৱীলৈ নামি নাহে আৰু পৃথিৱীখনো ওপৰলৈ উঠি নাযায়। কিহৰ ওপৰত ভৰ কৰি এই তিনিওটা চকা নিজৰ নিজৰ ঠাইত ঘূৰি আছে? পিছত আৰু এটা ধাৰণা হ'ল যে, পৃথিৱী আৰু আকাশৰ মাজত সাতখন ভুৱন বা লোক বা চকা আছে আৰু পৃথিৱীৰ তলতো তেনেদৰে সাতখন ভুৱন বা চকা আছে। মুঠৰ ওপৰত চৈধ্যখন ভুৱন বা চকা নিজৰ নিজৰ ঠাইত নিয়মীয়াকৈ ঘূৰি আছে। এইবোৰ চকাৰ এটা ধুৰা নিশ্চয় আছে।

এই সমস্যাৰ সমাধান কৰি অথৰ্ব্ব বেদত কোৱা হ'ল (১০।৭) এই ব্ৰহ্মাণ্ডক তলৰপৰা ওপৰলৈকে ভেদ কৰি এটা স্কম্ভ বা স্তম্ভ থিয় হৈ আছে। ই জ্যোতির্ম্ময় স্তম্ভ; ইয়ে পৃথিৱীৰ সকলো বস্তুকে আদি কৰি চৈধ্যভুৱনৰূপ চকাবোৰক ধুৰাৰ দৰে ভেদ কৰি আছে বুলিয়েই এইবোৰ নিজ নিজ অৱস্থাত থাকি চলি আছে। ঋগ্বেদত কোৱা হল—ই ৰথৰ চকা ভেদ কৰা আনি বা ধুৰাৰ নিচিনা অমৃতময় বস্তু—"আণিং ন ৰথ্যমমৃতাধি তস্থুঃ" (ঋ ১। ৩৫। ৬)। জৈমিনীয় উপনিষদ-ব্ৰাহ্মণত কোৱা হ'ল— ই দ্যুলোকক ধৰি ৰখা দিব্য স্তম্ভ বা খুঁটি-ঠিক যেনে বৃত্তাকাৰ বা গোল সৰ-পেহা চকাৰ মাজত এটা খুঁটি থাকে—"দিব্যব্ৰাত্যঃ দিব্যস্তম্ভনী স্থূনাঃ" (২।৩)।

ধেনুভিৰীয়া বা (Concave) আকৃতিৰ এখন কাচ ৰ'দত ধৰিলে আকাশত সিচৰতি হৈ থকা সূৰ্য্যৰ ৰশ্মিৰ উষ্মাক কেন্দ্ৰীভূত কৰি অনাৰ ফলত জুই জ্বলি উঠে। ব্ৰহ্মাণ্ডৰ আকৃতিও ধেনুভিৰীয়া আৰু সেই কাৰণে তাৰ ভিতৰত সকলো সৃষ্টিৰ উপাদান বীজ আগতে কোৱা সনীয়া অৱস্থাত কেন্দ্ৰীভূত (Concentrated) উষ্মা অৱস্থাত থাকে। এই সৃষ্টিশক্তিৰ কেন্দ্ৰীভূত উষ্মাত্ব বা Potentiality-এ হ'ল আগতে উল্লেখ কৰা বিশ্বভেদ কৰা স্তম্ভ বা ধুৰা। আধুনিক বিজ্ঞানৰ ভাষাত Ethereal Energy Column.

ধেনুভিৰীয়া বা Concave আকৃতিৰ বাস্তৱ এটা উদাহৰণ হ'ল মানুহৰ মুখৰ খোল বা তালু। সেই কাৰণে সংস্কৃত ভাষাত ধেনুভিৰীয়াক কোৱা হয় তালব্য। গতিকে তালব্যত কেন্দ্ৰীভূত উষ্মাৰ নাম হ'ল তালব্য'শ'—সেই কাৰণে—ই উষ্ম-বৰ্ণ। এই উষ্মা ক্ৰিয়মান হৈ, লগত সৃষ্টিৰ সনীয়া উপাদান—বীজ যুক্ত ৰাখিলে তাৰ নাম শ+ই+ৱ। সংস্কৃত 'ৱ'ৰ ৰূপটো হ'ল সনীয়া সৃষ্টিবীজ বা শুক্ৰবিন্দুৰ দৰে '**ৱ**'। গতিকে শিৱ হ'ল—চকাৰ আকৃতি ঘূৰণীয়া চৈধ্যভুৱনক তলৰপৰা ওপৰলৈকে ভেদ কৰি— সেইবোৰক নিজ নিজ ঠাইত ৰাখি চলোৱা আৰু সৃষ্টিৰ উপাদানবীজৰ কেন্দ্ৰীভূত উষ্মাৰূপ (Potentiality) এটা স্তম্ভ। এই বিজ্ঞান তত্ত্বৰ বাস্তৱ প্ৰতিকৃতি বা মডেল হিন্দুৰ শিৱলিঙ্গ বা যোনিপীঠ।

সৃষ্টিৰ পূৰ্ণ ব্যঞ্জনৰ বৰ্ণ হ'ল "ম", ব্যঞ্জন বৰ্ণৰ শেষ আখৰ। তালব্য 'শ'ৰ লগত পূৰ্ণব্যঞ্জনা যুক্ত হৈ থাকিলে তাৰ নাম হ'ল—"শ—ম্"। আকৌ, যেতিয়া সেই

'শম্' মুকলি হৈ বহল হোৱাৰ ভাব হয়—তেতিয়া এখন গাড়ীৰ চকাক ঘূৰাবলৈ হলে যেনে তাৰ ধুৰা থকা কেন্দ্র—Bearing বা নাভিৰ পৰা প্ৰথম উদগণি শক্তি ওলায়, তেনেদৰে সেই 'শম্' ভাবৰ কেন্দ্ৰত তেনে ভাবৰ সৃষ্টি হয়। ইয়াক কোৱা হয়—"ভূ"; তেতিয়া "শম্ভু" হৈ যায়।

এখন চকাৰ Bearing বা নাভিৰপৰা 'ভূ' ভাব ওলাই সেই শক্তি বহন হয় চকাৰ শলা বা অৰ বা Spokes-ত। ই হ'ল শক্তি বিস্তৃতিৰ আধাৰ (Base) আৰু ইয়াত 'ভূ' নানা ফালে বহত হৈ সিচৰতি হৈ পৰে বুলি এই অৱস্থা হয় 'ভূ'ৰ বহুবচন "ভুৰ"। তাৰ পিছত শক্তি বিকাশৰ চৰম ঠাই চকাৰ পৰিধি বা নেমি—স্বঃ। চকাৰ পৰিধি ঘূৰোঁতে তাতে যেনে বহির্ম্মুখী ( Centrifugal ) গতি থাকে, তেনে কেন্দ্ৰ বা য'ৰ পৰা 'ভূ' ওলাইছিল সেই পিনেও এটা আকৰ্ষণ থাকে ( Centripetal )। গতিকে বহির্ম্মুখী ৰুদ্ৰ আৰু অন্তর্ম্মুখী শিৱ আৰু দুয়ো ভাৱ মিলি এটা বৃত্ত বা Circle-ৰ স্বভাৱযুক্ত অৰ্থাৎ ব্ৰাত্য। এতিয়া বোধকৰোঁ বুজিবলৈ বাকী নাথাকিল—সিন্ধু উপত্যকাৰ 'শিবাস' আৰু বৃত্তক আৰু মগধদেশৰ ব্ৰাত্যসকলৰ মাজত সম্পৰ্ক কিমানখিনি আছিল।

আগতে উল্লেখ কৰা তালব্য 'শ' আৰু 'শম্' তত্ত্ব বিশেষকৈ মন কৰিব লগীয়া। চীন দেশৰ উত্তৰ-পছিম অঞ্চলৰ অধিবাসীৰ উচ্চাৰণ মতে 'শ' হ'ল 'চো', 'ছো', 'জো'। এই নামতে দেৱতা জনাজাত হ'ল। ৰাজন্যসকল 'চাও' বা 'ছাও' নামেৰে জনাজাত হ'ল। সেই চো-ছো বা জো দেৱতাৰপৰা যি শক্তিৰাশি ওলাই এই জগৎ সৃষ্টি আৰু সৃষ্টিক নিয়ন্ত্ৰিত কৰে তাৰ নাম হ'ল--তিচ বা থিছ্ আৰু দেৱতাৰ জ্যোতিঃৰ অৰ্থ হ'ল চো-থিচ, ছো-থিচ, বা জো-থিচ। সংস্কৃত জ্যোতিঃ বা জ্যোতিষ শব্দ একেই ভাবব্যঞ্জক। অতি প্ৰাচীন কালতে আমাৰ ব্ৰহ্মপুত্ৰ উপত্যকাখন যেতিয়া এটি সাগৰৰ দৰে আছিল, তেতিয়া তাৰ নাম আছিল টি-থিচ্—জ্যোতিঃ ৰূপ পানী। ভূতত্ত্ব বিজ্ঞানত এই নামটো এতিয়াও প্ৰচলিত।

চীন দেশৰ মধ্য-উত্তৰ অঞ্চলত 'শম'ৰ উচ্চাৰণ হ'ল—"চোম"। ৰাজন্য-সকলৰ নাম হ'ল "চাম" বা "শাম"। পিছৰ যুগত আমাৰ দেশলৈ অহা সেই অঞ্চলৰ ৰাজবংশই লগত লৈ অনা ফটিকৰ স্তম্ভ স্বৰূপ তেওঁলোকৰ আৰাধ্য দেৱতা চোমদেৱৰ কথা এই সম্পৰ্কে স্মৰণ কৰিব লগীয়া। ৰাজন্যসকলৰ চাম বা শাম নামটো উচ্চাৰণ কৰোঁতে দীৰ্ঘ ৰূপ ধৰি কেনেকৈ আচাম আসাম আহাম আৰু শেষত আহোম হৈছেগৈ ইয়াকো স্মৰণ কৰা উচিত। চীনৰ পূব-দক্ষিণ অঞ্চলত শম্‌ৰ উচ্চাৰণ হ'ল "শাঙ", ৰাজন্যসকলো 'শাঙ' বংশ। ধৰ্ম্মৰ নাম হ'ল শামধৰ্ম্ম বা Shamanism আৰু দক্ষিণত জ্যোতিঃৰ ধাৰা বা 'তে' হ'ল গৈ 'তাই' বা থাই যি উত্তৰ পছিমত আছিল তিচ বা থিচ। ৰাজন্যসকল 'তাই' বা 'থাই' নামেৰে জনাজাত হ'ল। জ্যোতিঃ সমন্বিত দেৱতাৰ নাম হ'ল—শাঙ তে আৰু স্বৰ্গৰ নাম হ'ল তায়েন বা থায়েন। বৰ্ত্তমানেও চীন দেশৰ দক্ষিণ পূব অঞ্চলৰ ভাষাত—'ছো' শব্দৰ অৰ্থ স্বৰ্গৰ অধিপতি; থিছ, থায়েন বা তায়েন শব্দৰ অৰ্থ—স্বৰ্গ ৰাজ্য। ছো থায়েন বা তায়েন ছো শব্দৰ অৰ্থ স্বৰ্গৰাজ্যৰ অধিপতি।

এচটা কাঠ বা শিলক মাটিত থিয়কৈ পুতি তাতে দেৱতাৰ নাম লিখি তাৰ আগতে ফুল, ফল, ভাত, আঞ্জা আদি ৰাখি আঠু কাঢ়ি বা সাষ্টাঙ্গ হৈ প্ৰাৰ্থনা জনোৱা আছিল শাঙ্‌তে পূজাৰ বিধান। লগতে মৃত পিতৃপুৰুষসকলৰ নাম স্মৰণ কৰি তেওঁলোকৰ উদ্দেশ্যেও ভাত, মাংস, মদ আদি উছৰ্গা কৰাৰ বিধান আছিল।

আগতে উল্লেখ কৰা "ভূ" ভাব ওপজিলেই স্থষ্টি ক্ৰিয়াৰ শক্তি ওলাব ধৰে ;— ই হ'ল যেনে Power evolving centre মানুহৰ নাভিৰপৰা শ্বাস-প্ৰশ্বাস আৰম্ভ হয় আৰু দেহাৰ দুই শক্তিৰ উৎপত্তি হয়। আকৌ নাভি দেহাৰ ওপৰ আৰু তলৰ অংশৰ, মাজৰ খিল বা Hinge ৰ দৰে। এই কাৰণে বেদত কোৱা হৈছে দ্যুলোক পিতা আৰু পৃথিৱী মাতৃক যুক্ত কৰি ৰাখিবৰ কাৰণে অন্তৰীক্ষত এটা যোগাযোগকাৰী নাভি আছে,—"দৌৰ্মে পিতা জনিতা নাভিৰত্ৰ বন্ধুৰ্মে মাতা পৃথিৱী-মহীয়ম্" (ঋ ১।১৬৪। ৩৩)। একেই কাৰণে গাড়ীৰ চকাৰ বেয়াৰিঙকো নাভি বোলে। প্ৰাচীন যুগত পৃথিৱীৰ প্ৰায় সকলো ঠাইৰ মানুহৰ মাজত নাভিৰ আকৃতি গোল শিলাখণ্ডক ব্ৰহ্মাণ্ডৰ নাভিৰ প্ৰতীক বুলি পূজা কৰাৰ ৰীতি আছিল। ইয়াক ইংৰাজীত কোৱা হয় Navel stone। সেই প্ৰথাৰ স্মৃতি আজিলৈকে ব্ৰাহ্মণসকলে পূজা কৰা শালগ্ৰাম শিলাত জীয়াই আছে।

প্ৰাচীন কালত বিশ্বাস কৰা হৈছিল যে "ভূ"ৰপৰা ওলোৱা শক্তিৰ দ্বাৰা জীৱৰ দেহ-স্থষ্টি হোৱাৰ পিছত সেই শক্তি তললৈ নামি আহি ব্ৰহ্মতালুৰেদি জীৱৰ দেহাক ভেদ বা ভঞ্জ কৰি তাৰ ভিতৰলৈ সোমাই তাতে বাহ লয়। কেচুৱা লৰা-ছোৱালীৰ ব্ৰহ্মতালুত সেই ভেদ কৰাৰ প্ৰমাণ দেখা যায়। উপনিষদতো এই ভাবৰ কথা লিখা আছে—"স এতমেৱ সীমানং বিদাৰ্যৈতয়া দ্বাৰা প্ৰাপদ্যত" (ঐতৰেয় উপনিষদ—১।৩।১২)। এই ভাবেৰে ব্ৰহ্মতালু ভেদ বা ভঞ্জকৈ সোমোৱা শক্তিৰ নাম দিয়া হৈছিল "ভগ"। "ঋগ্বেদ আৰু অথৰ্ব্ববেদত সেই যুগৰ এই সাৰ্ব্বজনীন ভগ দেৱতাক সকলো দেৱতাতকৈ শ্ৰেষ্ঠ বুলি বৰ্ণনা কৰা হৈছে। মাথোন কীৰ্ত্তন আৰু স্তুতিৰ দ্বাৰা তেওঁক পূজা কৰাৰ বিধান আছিল। মানুহে সমদলে ঢোল আৰু কৰতাল লৈ বাটে বাটে 'ভগ'ৰ কীৰ্ত্তন গাই ফুৰিছিল "ভগস্যেৱ কাৰিণো যামনিগ্মন" (ঋ ৩।৫৪।১৪)। ইৰাণ আৰু সিন্ধু-দেশৰ ভাষাত তেওঁৰ নাম আছিল "ৱগ", শ্লেভনিক ভাষাত "ৱগু" পাৰস্য ভাষাত "ৱগা"। বেবিলনৰ আক্কাদ আৰু সিন্ধু উপত্যকাৰ মহেঞ্জদাড়োৰ চিল-মোহৰত কীৰ্ত্তনীয়া দলবুক্ত ভগ দেৱতাৰ মূৰ্ত্তিৰ চিত্ৰ পোৱা গৈছে।

চীন দেশত এই "ভূ"ৰ উচ্চাৰণ হ'ল "ফু", ভগ হ'ল "ফগ"। আকৌ "ভু" ভু, ভা, হৈ হ'ল গৈ "ফা"; আৰু 'ভগ' ভাগ হৈ হ'ল "ফাগ"।

প্ৰাচীন যুগৰ মধ্যপ্ৰাচ্য দেশসমূহত প্ৰাণস্পন্দৰ গৰাকী দেৱতাৰ নাম আছিল—ফো ( pho, phos ) ; সেই দেৱতা উপাসক দেশৰ ৰজা—সেই দেৱতাৰ প্ৰতীক—ৰজা—ফো--ৰও, বা পুত্ৰ—ফা। ৩৭৭১ খ্ৰীষ্টাব্দত চীন-সম্ৰাটে-তিব্বতৰ দলৈ লামালৈ লিখা এখন চিঠিত লিখিছে—আপুনি ফো-দেৱতাৰ ধৰ্ম্মৰ খুঁটি— "the most firm support

of the religion of Fo" সাধাৰণ গাঁৱলীয়া মানুহে লেমাৰ-আজাৰ যেদিনলে ওজাৰ ফুলে নাভি দেশৰপৰা ওলোৱা দৈৱ-শক্তিক এনেই অৰ্থত ফু ফা বোলে। গাঁৱলীয়া মানুহে আৰ্যৰ বথা ন'বাৰ নাম বগা, বগাই আৰু অসমীয়া ভাষাৰ বগা শব্দৰ জ্যোতিৰ্ময় অৰ্থৰ মূলত দেৱতাবাচক ভগ বা বগ শব্দৰ স্মৃতি জীয়াই আছে বুলি মনত হয়।

আকাশৰপৰা কিবা এটা বস্তু তললৈ পৰোঁতে বায়ুমণ্ডলত এটি অসুৰ ত্ৰিভুজ বা "V"ৰ আকৃতি হয়। সেই কাৰণে প্ৰাচীন কালৰ মহেঞ্জদাড়োৰ লিপিত দেৱতাবাচক আখৰ আছিল "V"। এই প্ৰসঙ্গত আমাৰ দেশৰ ডিমাপুৰ আৰু কাছাৰত পথাৰত থকা কছাৰী জাতিৰ আদিম যুগৰ কৃষ্টিৰ নিদৰ্শন ধেনুভিৰীয়া মুদগুক্ত স্তম্ভ আৰু "V" আকৃতিৰ শিলৰ কথা মন কৰিব লগীয়া। "ভূ" শক্তি "V"-ৰ দৰে তলৰ পৰা আহি জীৱৰ দেহত বাহ ললে। তেতিয়াই আকৌ ওলোটামুৰা হৈ ক্ৰিয়া কৰিবলৈ ধৰে। গতিকে চীন দেশত মানুহবাচক আখৰ হ'ল "Λ"। জাপানত ইয়াৰ নাম জেন (Zen)। চীনত জান (Zan) ছান্ বা ক্সান (Cha'an)। প্ৰত্যেক সন্তানৰ পক্ষে পিতা স্বৰ্গৰপৰা অহা দেৱতাতুল্য; সেই কাৰণে কোৱা হয় পিতৃ-দেৱতা। চীন দেশত পিতৃবাচক শব্দ হ'ল—ফু ছিন, ফু কিন, ফু ক্সিয়েন্, ফু ক্সান্ বা ফু ক্সেন্। চীন দেশৰ ৰাজধানী পিকিঙ'ৰ আচল উচ্চাৰণ ফু-কিয়েন্।

চীন অঞ্চলৰপৰা কামৰূপলৈ অহা আহোম জাতিৰ ৰজাও আছিল স্বৰ্গৰ দেৱতা বা স্বৰ্গদেৱ; তেওঁৰ উপাধি আছিল—"ফা" পিতৃতুল্য ডাঙৰ মানুহৰ উপাধি আছিল—"ফুকেন",—যাক আমি কওঁ "ফুকন"।

পৰম শ্ৰদ্ধাস্পদ ডক্টৰ শ্ৰীসুনীতিকুমাৰ চট্টোপাধ্যায়ৰ মতে দ্ৰাবিড় ভাষাৰ ৰঙাবৰণীয়া তাম ধাতুৰ অৰ্থবাচক "ছেম্পূ", "চেম্বু", "ছেবম্" শব্দৰপৰা শম্ভু আৰু শিৱ শব্দৰ উৎপত্তি হৈছে ( The Vedic Age—p.162 )। আকৌ, তেখেতৰ মতে 'বুদ্ধ' শব্দৰপৰা "বুধ্ > ভূৱাদ > ভূৱাৎ > ভূত > ভ্বাট > ভূব্ > ফুৎ > ফা" হৈছে (দ্বীপময় ভাৰত-পৃঃ ৬৫)। কিন্তু ঋগ্বেদ আৰু শুক্ল যজুৰ্ব্বেদত ৰুদ্ৰৰ আৰু এটা নাম "শিৱ" বুলি স্পষ্টকৈ উল্লেখ থকাত আৰু ওপৰত উল্লেখ কৰা শম্ আৰু শম্ভু শব্দৰ আতিগুৰি বিচাৰ কৰি বিশ্ববিখ্যাত পণ্ডিতজনক শ্ৰদ্ধা জনাই তেওঁৰ মতক নিৰ্ব্বিচাৰে গ্ৰহণ কৰিবলৈ যেন টান পাওঁ।

## তাৰাবাদ

চীন দেশৰ পূৰ্ব্বোক্ত "শাঙ্তে" ধৰ্ম্মৰ সংস্কাৰকৰূপে পিছৰ যুগত দুজন ঋষিৰ আৱিৰ্ভাব হৈছিল। প্ৰথমজনাৰ নাম—খুঙ্ ফুৎ ছে (Khung-Fu-tse)। ইউৰোপ দেশীয় মিছনাৰীসকলে পোনাই নামকৰণ কৰিলে—কন্ ফুশি উছ্ বা কন্‌ফিউচিয়ছ (Confucius)। তেওঁ গভীৰ দৰ্শন, আত্মা পৰলোক বা স্বৰ্গৰপৰা অহা শক্তিৰ তত্ত্বৰ প্ৰতি মন নিদি, সহজ বিচাৰ-বুদ্ধিৰ সহায়ত সৎজীৱন যাপন কৰি আদৰ্শ মানৱ-সমাজ গঢ়াৰ নিশান দিছিল।

দ্বিতীয় জনাৰ নাম আছিল—লাউ-ৎছে (Lao-tse)। তেওঁ বিশ্ব-ব্ৰহ্মাণ্ডৰ সৃষ্টিকাৰী শক্তিৰ কেন্দ্ৰকোষ বা নিউক্লিয়াচৰপৰা নিয়ন্ত্ৰিত ধাৰাই দি (canalised ruts) ওলাই অহা (ত+আ) শক্তিৰ প্ৰসাৰণ আৰু আকুঞ্চন অৰ্থাৎ কাহু-বৃত্তি (ও) যুক্ত ক্ৰিয়া-কলাপৰ আলোচনা আৰু ধ্যান ধাৰণা কৰাৰ বিধান দিছিল। ইহ'ল—বিশ্বনিয়ন্তা শক্তিৰ ধৰ্ম ;—ইয়াৰ নাম আছিল "তাও-বাদ" (Tao-ism)।—এই ধৰ্মৰ মূল তত্ত্ব হ'ল এই যে চো, চোম্ বা শাংতেৰপৰা প্ৰধানতঃ পাঁচটা নাল ধাৰাই দি জ্যোতিঃ বা পিচ্ ওলাই আহি—হিন্দু-শাস্ত্ৰৰ ব্যোম্, বায়ু, তেজ, অপ্ আৰু ক্ষিতি তত্ত্বৰ দৰে সৃষ্টি হয় আৰু এইবোৰৰ প্ৰসাৰণ (expansion) আৰু আকুঞ্চন (contraction)ৰ ফলত জগতত বিভিন্ন ৰূপৰ বস্তু আৰু প্ৰাণীৰ সৃষ্টি হয়। কিন্তু আটাইবোৰ বস্তু আৰু প্ৰাণীৰ মাজত তথা পাঁচোটা ধাৰা বা তত্ত্বৰ মাজত দহন শক্তি অৰ্থাৎ তেজ বা অগ্নিতত্ত্ব—একেটা ধাৰাত একে ভাবেৰে ক্ৰিয়া কৰি থাকে আৰু সেই কাৰণে প্ৰাণ-শক্তিসম্পন্ন সকলো প্ৰাণী আৰু বস্তুৰ প্ৰাণৰ মূল শক্তি এক আৰু অভিন্ন আৰু একে ভাবেৰেই ক্ৰিয়া কৰে। তেজ বা অগ্নিতত্ত্ব অৰ্থাৎ দহন শক্তিৰ বাচক আখৰ হ'ল "ৰ"; গতিকে প্ৰাণৰ অন্তৰ্নিহিত—একে ধাৰাই চলা শক্তিৰ নাম দিয়া হ'ল "তা-ৰা"।

এই 'ৰ' হ'ল—ওপৰৰ ব্যোম্ আৰু বায়ুতত্ত্ব আৰু তলৰ অপ্ আৰু ক্ষিতিতত্ত্বৰ মাজৰ খিলৰ দৰে। গতিকে জগতৰ জীৱই যেনে তেনে এই 'ৰ'ক ধৰিব পাৰিলে সকলো বস্তু আৰু প্ৰাণীৰ মূল সৃজন-শক্তিৰ লগত একযোগ হৈ যাব পাৰিব। তেতিয়া এজন মানুহে সকলো মানুহ, জন্তু, গছ-গছনি, জুই, পানী, গ্ৰহ-নক্ষত্ৰ আদিৰ ওপৰতো আধিপত্য কৰিব পাৰিব।—সেই কাৰণে চীন দেশৰ এদলৰ মানুহে "তাও" ধৰ্মক ভূত-প্ৰেত সিদ্ধিৰ ধৰ্ম বুলি ইতিকিং কৰিছিল।

স্থূল দেহা বা তনুক নিয়ন্ত্ৰিত (ত) কৰি তাৰ অন্তৰ্নিহিত দহন শক্তিক (ৰ) ধৰিবপৰা বিধানৰ নাম তন্+ত্+ৰ বা তন্ত্ৰ। মনক "ত" কৰি "ৰ"ক ধৰাৰ বিধানৰ নাম—মন্ত্ৰ। যি বস্তুত দেখাত প্ৰাণ-শক্তিৰ ক্ৰিয়া ৰুদ্ধ হৈ আছে—যেনে লোহ বা কাঠ; তাক নিয়ন্ত্ৰিত কৰি তাৰ অন্তৰৰ দহন শক্তিক জীৱন্ত শক্তিৰ দৰে কামত লগোৱাৰ বিধানৰ নাম হ'ল যন্+ত্+ৰ বা যন্ত্ৰ। তামৰ ফলিত কিছুমান চিত্ৰ আঁকি সেই চিত্ৰত, নাইবা মাটি বা শিলৰ মূৰ্ত্তিত নাইবা মাটিৰ ঘটত দৈৱ-শক্তি আৰোপ কৰিলে—সেইবোৰকো যন্ত্ৰ বোলা হয়। তেনে দৰে কাগজ বা তুলা পাতত মন্ত্ৰ লিখি সেই কাকত বা পাতডোখৰক নাইবা গছৰ শিপা এডালক মাদলিত ভৰাই বেমাৰ-আজাৰ অপায়-অমঙ্গল দূৰ কৰাৰ শক্তি-যুক্ত কৰিলে সেই তাবিজটোৰ নামো যন্ত্ৰ। পানীত মন্ত্ৰ ফুকি সেই পানীক পেটৰ বিষ বা গাৰ জ্বৰ খেদিবলৈ সামৰ্থ্যযুক্ত বা ক্ৰিয়াৱতী কৰাৰ নাম কৰোতি।

আমাৰ দেশৰ কালিকা-পুৰাণৰ মতে আৰু তান্ত্ৰিক শাস্ত্ৰৰ মতে—তাৰা এজনা দেৱী। তেওঁ সকলো ঠাইৰ সকলো বস্তু বা প্ৰাণীৰ মাজত একে ধাৰাই প্ৰবহমানা

আৰু ক্ৰিয়াৱতী বুলি তেওঁৰ আন এটা নাম একজটা। এই তাৰা বা বহনশক্তি বস্তু বা প্ৰাণীৰ বাহিৰা বহনশক্তিৰ অন্তৰৰ গূঢ় শক্তি,—ঠিক যেনে সূৰ্য্যৰ বগা ৰশ্মিৰ অন্তৰত থকা নীলা ( Ultra violet ) ৰশ্মি। সেই কাৰণে তেওঁৰ আন এটা নাম নীল-সৰস্বতী। আকৌ তেওঁ মূল কেন্দ্ৰকোষৰপৰা ওলাই ভূঃ, ভুবঃ, স্বঃ—তিনিলোকত একেই ধাৰাই ক্ৰিয়া কৰি থাকে বুলি তেওঁৰ আন এটা নাম ত্ৰিপুৰা দেৱী বা ত্ৰিপুৰা সুন্দৰী।

মহেঞ্জদাড়োৰ চিল-মোহৰৰ চিত্ৰত একেই মোলানৰপৰা ওলোৱা তিনিটা ঠাৰিত গজা তিনিটা পদুমকলিৰ চিত্ৰৰ তলত তাৰা দেৱীৰ নাম লিখা আছে। আমাৰ দেশত তান্ত্ৰিকসকলৰ বিশ্বাস যে তাৰা দেৱীৰ পূজা আৰু সাধনাৰ বিধান প্ৰথমতে চীনত আৱিষ্কাৰ কৰা হৈছিল। সেই কাৰণে তাৰা সাধনাৰ আচাৰক চীনাচাৰ বা মুদ্ৰাচাৰ বোলে। কালিকা-পুৰাণত লিখা আছে যে বশিষ্ঠ মুনিয়ে চীন দেশলৈ গৈ তাৰাৰ সাধনা শিকি আহি সেই সাধনা কামৰূপত প্ৰচাৰ কৰিছিল। কামাখ্যা পৰ্ব্বতৰ মনোমোহা স্থাপত্যৰ নিদৰ্শন তাৰা মন্দিৰ, গুৱাহাটীৰ উজান বজাৰৰ উগ্ৰতাৰা মন্দিৰ আৰু বঙ্গদেশৰ বৰ্দ্ধমান অঞ্চলৰ সিদ্ধসাধক বামা ক্ষেপাৰ তাৰা পীঠৰ কথা বোধকৰো সকলোৱে জানে।

খ্ৰীষ্টীয় সপ্তম শতিকা মানত তিব্বত দেশৰ ৰজা—স্ৰঙ্-স্থান্-গামপোই চীন দেশৰ থাঙ্ বংশৰ ৰজা তাইৎ শুঙৰ জীয়াৰী ৱেনচেংক আৰু নেপাল দেশৰ ৰজা অংশু-বৰ্ম্মণৰ জীয়াৰী ভৃকুটীক বিয়া কৰাই—প্ৰথমজনাক বগা-তাৰা আৰু দ্বিতীয়জনাক নীল-তাৰা নাম দি দুয়োজনীক দেৱী-পদ-বাচ্য কৰিছিল। আজিলৈকে নেপাল আৰু তিব্বতত এই দুয়োজনা দেৱীয়ে ভকতৰ পূজা পাই আছে।

তাৰা শক্তি মূলতে যে সৃষ্টিৰ আ বা সমন্তাৎ কাশ বা প্ৰকাশৰ ভাব অৰ্থাৎ আকাশৰপৰা গাঁজ ওলোৱাৰ দৰে ফুটি ওলাইছে ইয়াত সন্দেহ নাই। আকাশবাচক আখৰ হ'ল—"হ", আৰু গাঁজ ওলোৱাৰ ভাব বাচক আখৰ হ'ল "উ"। গতিকে তাৰাদেৱীৰ সাঙ্কেতিক বা ক্ৰমমূলবাচক শব্দ হ'ল—"হূং"। সকলো ঠাইৰ তাৰা সাধক মাত্ৰেই এই ক্ৰমমূলা উচ্চাৰণ কৰে। তিব্বত দেশৰ মহাযানী বৌদ্ধ মাত্ৰেই নাভি স্থান বা মণিপুৰ পদ্মত এই তাৰাৰ সাঙ্কেতিক মন্ত্ৰ "হূং" ধ্যান কৰে;—"ওঁ মণিপদ্মে হূং" ধ্যান কৰি নাভিত প্ৰথমানন্দ, বুকুত পৰমানন্দ আৰু কপালত বিৰমানন্দ উপলব্ধি কৰাৰ চেষ্টা কৰে। এই তিনিটা পদ্ম ভূঃ, ভুবঃ, স্বঃৰ প্ৰতীক। গতিকে তেওঁলোকেও ত্ৰিপুৰা সুন্দৰী তাৰাৰ উপাসক। কালিকা-পুৰাণত ত্ৰিপুৰা সুন্দৰীৰ পূজাৰ বিধান বহলকৈ বৰ্ণোৱা হৈছে। চীনৰপৰা আহোঁতে আহোমসকলেও লগত দেৱীতাৰা বা ক্ৰা-তাৰা (ফুৰা-তাৰা)ক আনিবলৈ পাহৰা নাছিল।

কোন যুগৰ কোন জাতি আৰু কোন ভাষাৰ মানুহৰ কেনে বিধ কৃষ্টিৰ বৰত এক 'হূং' বীজৰপৰা ওলোৱা গছটোৱে ডাল-পাত মেলি চীনৰপৰা সিন্ধু দেশলৈকে গোটেই মহাদেশৰ ওপৰত ছা বিস্তাৰ কৰিব পাৰিছিল, আৰু এতিয়াও সেই গছজোপা মৰি যোৱা নাই—গভীৰ গৱেষণাৰ বিষয়, সন্দেহ নাই।

# কামৰূপ-কামাখ্যা-বিজ্ঞান

ইয়াৰ পৰা প্ৰাকবৈদিক যুগত, এফালে চীন, তিব্বত, ব্ৰহ্ম, মগধ, সিন্ধুদেশ আৰু আনফালে বেবিলন ইৰাণ আৰু মেচোপটেমিয়া আদি ঠাইত বাস কৰা মানৱ গোষ্ঠীৰ কৃতি সম্পৰ্কে কিঞ্চিৎ আলোচনা কৰা হ'ল। এতিয়া দেখা যাওক, সেই যুগত কামৰূপ দেশত বাস কৰা মানুহে সেই যুগৰ কৃষ্টিত কিবা যোগান ধৰিব পাৰিছিল নে নাই।

সেই যুগত এই অঞ্চলত বাস কৰা মানুহে সৃষ্টিৰ ৰহস্য-বিজ্ঞানৰ তত্ত্বটো আৰু ফঁহিয়াই আলোচনা কৰিবলৈ যোৱাত তেওঁলোকৰ মনত এটা প্ৰশ্নৰ উদয় হ'ল যে বিশ্বব্ৰহ্মাণ্ডৰ সৃষ্টিৰ আগতে যি এন্ধাৰে ঢকা এন্ধাৰ, নিৰ্গুণ, নিৰাকাৰ আৰু নিস্পন্দ অৱস্থা আছিল, তাত স্পন্দন আৰম্ভ হ'ল কেনেকৈ। আগতে উল্লেখ কৰা, তাৰা, বজ্ৰ, শিৱ, শম্ভু, বা চোম, শাওতে আদি স্পন্দন আৰম্ভ হোৱাৰ পিছৰ ঘটনা। স্পন্দনৰ উদগনি (impulse) আহিল ক'ৰ পৰা? এই সম্পৰ্কীয় প্ৰাকবৈদিক যুগৰ মানুহৰ ধাৰণা ঋগ্বেদৰ পৰিশিষ্ট অংশ দশম মণ্ডল নাসদীয় সূক্তত লিখা আছে। সৃষ্টিৰ আগতে কিবা এটা শক্তি অব্যক্ত ভাৱেৰে আছিল আৰু সেই শক্তিৰ বাহিৰে আন একেবাৰেই নাছিল। এই শক্তিৰ মাজত ওতঃপ্ৰোতভাৱেৰে গাঁত লগা সৃষ্টিৰ পূৰ্ণ ব্যঞ্জনাৰ ভাৱ (ন), পূৰ্ণনিয়ন্ত্ৰিত ধাৰাৰ (ন)ৰ লগত যুক্ত হৈ প্ৰসাৰিত হোৱাৰ (স) ভাৱ যুক্ত হৈ আছিল। এই ভাৱৰ নাম মনস। শিলৰ পৰ্ব্বতৰ নিজৰ হেঁচাত যেনে পৰ্ব্বতৰ ভিতৰৰপৰা পৰ্ব্বতৰ ঘামৰ দৰে শিলাজিৎ বোলা পনীয়া সাৰ ওলাই আহে, সেইদৰে সেই শক্তিৰ নিজৰ তাপত তেওঁৰ গা-লগা মনসৰপৰা ঘাম বা ৰশ্মিৰ আভাৰ দৰে ৰেতঃ (emanation) ওলাই পৰিল। এই ৰেতঃৰ নাম হ'ল "কাম", অৰ্থাৎ সৃষ্টিৰ ব্যঞ্জনাৰ আদি বৰ্ণৰ (ক) পৰা শেষ বৰ্ণ (ম) লৈকে ব্যক্ত হোৱাৰ ভাৱ।—ইয়েই হ'ল সৃষ্টিৰ প্ৰথম উদগনি—elemental passion, first function of primal energy—"কামস্তদগ্ৰে মনসো ৰেতঃ সমবৰ্ত্ততাধি যৎ প্ৰথমং আসীৎ" (ঋ ১০।১২৯।৪)। এই কামৰ লগত মূল অব্যক্ত শক্তিৰ কেন্দ্ৰকোষৰ শক্তি যোগ থকাত স্পন্দন আৰম্ভ হ'ল আৰু নিয়মীয়াকৈ সেই শক্তিৰ প্ৰৱাহ চলিবলৈ ধৰিলে অৰ্থাৎ কামৰ হেঁচাত স্পন্দন চলিয়েই থাকিল। ৰেতঃৰপৰা ওলোৱা প্ৰৱাহৰ নাম হ'ল ৰতি; কামৰ প্ৰকৃতি বা dynamism.

প্ৰাচীন কামৰূপৰ মানুহে বিশ্বসৃষ্টিৰ প্ৰথম উদগনি-যোগনীয়াৰ কামৰ বৈজ্ঞানিক-তত্ত্ব আলোচনাৰ ফালে মন দিলে। এই কামক আধাৰ (base) কৰি স্পন্দন উঠিছে, চাঞ্চল্যৰ (য) সৃষ্টি হৈছে, তাতে প্ৰসাৰণ আৰু আকুঞ্চন অৰ্থাৎ কাছবৃত্তি (ও) চলিছে; আগবাঢ়ি যাবলৈ নিয়ন্ত্ৰণ (ন) হৈছে আৰু গতি (ই) হৈছে। অৰ্থাৎ ই এটা যোনি। এটি ভাওত ৰখা গাখীৰৰ মাজত মাৰি এডাল সুমুৱাই দিলে মাৰিডালৰ মাজত থকা কেন্দ্ৰীভূত শক্তিৰ কোবত গাখীৰ ফাঁক হৈ পৰে, অৰ্থাৎ তাতে প্ৰসাৰণ হয়। কিন্তু আকৌ গাখীৰ আকুঞ্চিত হৈ মাৰিডালক সাৱটি ধৰে। লগে লগে গাখীৰত চাঞ্চল্য, নিয়ন্ত্ৰিত ধাৰাই দি বৈ গতিৰ সৃষ্টিও হয়, ইয়াত গাখীৰ হ'ল আধাৰ বা (base) আৰু মাৰিডাল হ'ল শিশ্ন বা axis, য'ত একেলগে চাঞ্চল্য, প্ৰসাৰণ, আকুঞ্চন আৰু নিয়ন্ত্ৰিত ধাৰাই দি গতিৰ সৃষ্টি হয়, তাৰ নামেই যোনি। —সৃষ্টিৰ প্ৰথম স্পন্দনৰ উদগনি

যোগনিয়াৰ হ'ল কাম আৰু স্পন্দন সম্পৰ্কে কামেই হ'ল কেন্দ্ৰ কোষৰ সেই এক শক্তি ক্ৰিয়াৰ আধাৰ বা যোনি। আগতে উল্লেখ কৰা বৃহৎ ডিম্বাকৃত ব্ৰহ্মাণ্ডৰ ভিতৰৰ ফাঁকা অংশও যোনি—"মম যোনিৰ্মহদ্ ব্ৰহ্ম তস্মিন গৰ্ভং দধাম্যহম্" (গীতা—১৪।৩)।

আমি কিবা এটা কৰিবলৈ মন কৰিলে আমাৰ মনত সেই কিবা এটাৰ আদি ব্যঞ্জনাৰ (ক) পৰা শেষ ব্যঞ্জনালৈকে কৰিবলৈ মন কৰোঁ। আৰু কওঁ বলাইক আমি এটা কাম কৰোঁ। মনৰ প্ৰথম উদ্গণিৰ পূৰ্ণব্যঞ্জনা হৈ গ'লে কওঁ এটা কাম কৰিলোঁ তেতিয়া প্ৰথম উদ্গণিৰূপ কাম ভস্ম হৈ গ'ল।

মানৱৰ সন্তান সৃষ্টিৰ ক্ষেত্ৰতো দেখা যায় প্ৰথম উদ্গণি মনৰ স্পন্দনকাৰক, সেই কাৰণে তাৰ নাম কাম। তাৰ বাহ্যিক লক্ষণৰূপে সৃষ্টিৰ প্ৰকৃতি বা কুমাৰীৰ যৌৱনোদগমৰ লক্ষণ বুকু ওফন্দি উঠা। সতিকে সংস্কৃত আখৰৰ ব্যঞ্জন বৰ্ণৰ প্ৰথম আখৰৰ আকৃতিও প্ৰথম যৌৱনোদগমৰ বাহ্যিক লক্ষণৰ আকৃতি—**ক**।

এতিয়া স্পন্দন আৰম্ভ হলেই পৰ্ব্বত শৃঙ্গৰ দৰে সৌ উঠে আৰু তাৰ মাজত সৃষ্টি শক্তিৰ সকলো সৃষ্টি-বীজৰ উষ্মা কেন্দ্ৰীভূত হৈ থাকে অৰ্থাৎ এই ঠোটো শিৰ হৈ পৰে। পিছত কামৰ হেঁচাত স্পন্দন চলি থাকোঁতে সেই শিৰৰ মূৰটো ফাটি প্ৰথম জ্যোতিঃ ওলায় আৰু লগে লগে পানীৰ টৌৰ ছিটিকাৰ দৰে পাঁচ ধাৰাই দি শক্তি কিৰণৰাশি সিঁচৰি গৈ ব্যোম্, বায়ু, তেজ, অপ্, ক্ষিতি আদিৰ সৃষ্টি হয়—"তিৰশ্চীনো বিততো ৰশ্মিৰেষাম্" (ঋ ১০।১২৯।৫)। ইয়াৰ নাম হ'ল কামে শিৰৰ মূৰত পৰুৱাৰ মাৰিলে আৰু শিৰৰ মূৰৰপৰা, প্ৰথম জ্যোতিঃ বা প্ৰাক্‌জ্যোতিঃ ওলাল। তেতিয়া মূল স্পন্দন বন্ধ হৈ গ'ল কাৰণ ফুটুকা ফাটি গ'ল আৰু কামো নাইকিয়া হৈ গ'ল। অৰ্থাৎ ভস্ম হৈ গ'ল।—পৰ্ব্বতৰ শৃঙ্গৰ দৰে প্ৰথম স্পন্দনৰ শৃঙ্গ ফটাত প্ৰথম সৃষ্টিৰ উপাদান কেন্দ্ৰকোষৰপৰা ওলাই পৰিল। সেই সময়ত যি আনন্দ হয়—ই সৃষ্টিৰ আদি ৰস, বা শৃঙ্গ ফটা ৰস বা শৃঙ্গাৰ-ৰস।

ওপৰত উল্লেখ কৰা পঞ্চ ধাৰাই দি ক্ষিত্যপতেজমৰুদ্‌ব্যোমৰ যি প্ৰবাহ চলিব ধৰিলে—ই আদি কামৰ প্ৰকৃতি শক্তি ৰতিৰ বলতে চলি থাকে। এই প্ৰবাহত আৱৰ্ত্তন, বিৱৰ্ত্তন আৰু সংঘাত ( mutation, chain, reaction, fission ) হোৱাৰ ফলত সৃষ্টিৰ উপাদান ৰূপে পৰমাণু ( atom ), অণু ( molecule ) আৰু প্ৰাথমিক উপাদানবোৰৰ ( elements ) সৃষ্টি হয়। এইবোৰৰ মাজত আকৌ স্পন্দন আছে আৰু স্পন্দন থকাৰ অৰ্থই হ'ল কামৰ অৱস্থিতি অৰ্থাৎ মূল স্পন্দন সংক্ৰান্ত কাম ভস্মীভূত হৈয়ো ৰতিৰ বিননিত সৃষ্টিৰ বৈচিত্ৰ্যৰ সকলো পদাৰ্থত আকৌ নতুন ৰূপত আৱিৰ্ভূত হ'ল। পিতৃৰ কাম সন্তানৰ জন্ম সম্পৰ্কীয় আদি স্পন্দনৰ মূল। পিছত বীৰ্য্য আধানৰ লগে লগে পিতাৰ কাম ভস্ম হ'ল, কিন্তু সন্তান বোলা যি নতুন জীৱ সৃষ্টি হ'ল, তাৰ মাজত আকৌ কামৰ উৎপত্তি হ'ল—ইয়ে হ'ল কামৰ নতুন ৰূপ ধাৰণ।

সৃষ্টি ৰহস্য বিজ্ঞান সম্পৰ্কীয় কামৰ কথা উপনিষদতো কোৱা হৈছে,—"স অকাময়ত বহু স্যাম"—ইত্যাদি। কামতত্ত্বৰ ভিন্ ভিন্ ভাৱৰ ক্ৰিয়াকলাপৰ বিৱৰণ

হ'ল কামৰ আখ্যা বা কামাখ্যা, আৰু ই হ'ল বিশ্বসৃষ্টিৰ আধাৰ বা base অৰ্থাৎ যোনি। —এই বিজ্ঞান আলোচনাৰ আদি কেন্দ্ৰ আৰু প্ৰধান কেন্দ্ৰ আছিল যি ঠাইত সেই ঠাইৰ নামকৰণো সেই বিজ্ঞানৰ নাম অনুসৰি কৰা হৈছিল। ইয়াতেই প্ৰতি স্পন্দনত জ্যোতিঃ থকা আৰু সৃষ্টিৰ প্ৰাথমিক বহিঃ প্ৰকাশৰ সময়ত জ্যোতিঃ ( flash ) প্ৰকাশ হোৱাৰ অৰ্থাৎ প্ৰাক্‌জ্যোতিঃৰ তত্ত্ব আৱিষ্কৃত হয়। সেই কাৰণে এই ঠাইৰ আন এটা নাম প্ৰাগ্‌জ্যোতিষ। আকাশত দৈৱজ্যোতিঃৰ স্থায়ী প্ৰতীক সূক্ষ্মৰপৰা ডাঙৰলৈকে যথাক্ৰমে নক্ষত্ৰ, চন্দ্ৰ আৰু সূৰ্য্য বুলি ধৰা হয়। এই হিচাপে নক্ষত্ৰ হ'ল প্ৰাক্‌জ্যোতিঃৰ প্ৰতীক। সেই কাৰণে কালিকা-পুৰাণত লিখা হৈছে—এই দেশত ব্ৰহ্মাই "প্ৰাক্ নক্ষত্ৰং স সৰ্জ্জহ"।

প্ৰাগ্‌জ্যোতিষৰ এই বৈজ্ঞানিক ব্যাখ্যাৰ লগত পৰম শ্ৰদ্ধাস্পদ ডক্টৰ বাণীকান্ত কাকতিদেৱৰ—পাগাৰ=পৰ্ব্বত, জ্যো, জুহ=ওখ, তিক্, তিচ্=দীঘল—অৰ্থাৎ দীঘল আৰু ওখ পৰ্ব্বতমালা (পুৰণি কামৰূপৰ ধৰ্ম্মৰ ধাৰা—পৃঃ ৯) মিলাই চালে, শ্ৰদ্ধেয় পণ্ডিতক শ্ৰদ্ধা জনাই তেখেতৰ ব্যাখ্যাত পৌৰাণিক কাহিনীৰ লগত যুক্তিৰ অভাৱ বুলি মনত হয়।

আনপিনে আকৌ লক্ষ্য কৰি দেখা গ'ল—স্পন্দনৰ শূন্যৰ মূৰটো যেতিয়া কাটিলে—তেতিয়া "বোম্-বাজী" ফটাৰদৰে—কেন্দ্ৰকোষৰ এক শক্তি যেন দুফলীয়া হৈ অৰ্থাৎ যজ্ঞ বা বলি হৈ এভাগ ওপৰেদি ওপঙি গ'ল আৰু এভাগ তলেদি গুচি গ'ল। এই ওপৰেদি ওপঙি উঠা আৰু তলেদি গুচি যোৱা ক্ৰিয়াত আৰু গাহৰিয়ে দাঁত দি কচু তোলাৰ দৰে এটা শক্তিৰ অৰ্থাৎ lever-action force-ৰ ক্ৰিয়া হৈছে। ইয়াৰ নাম যজ্ঞ-বৰাহ শক্তি। এই দুভাগ কৰা অৰ্থাৎ যজ্ঞক্ৰিয়া বৰ দক্ষতাৰে সৈতে ( with dexterity ) কৰা হ'ল। কাৰণ ওপঙি যোৱা ভাগ আৰু তললৈ যোৱা ভাগ যাক বেদত কোৱা হৈছে প্ৰাঙ্ আৰু অপাঙ্, পৰ আৰু অপৰ, অথবা বৰ আৰু অৱৰ—সম্পূৰ্ণ বেলেগ হৈ ছিটিকি পৰা নাই। বেলেগ হৈয়ো দুটা ভাগ যুক্ত হৈ আছে আৰু ব্ৰহ্মাণ্ডৰ সৃষ্টি হৈছে। ইয়াৰ নাম দক্ষৰ যজ্ঞ। এই যজ্ঞ ক্ৰিয়াত আগতে উল্লেখ কৰা শিৱৰ কোন ক্ৰিয়াই নাই। কিন্তু প্ৰতি কৰ্ম্মতেই তাৰ পূৰ্ণতাৰ সত্ত্বাৰ প্ৰকৃতি ( nature ) অৰ্থাৎ সতী থাকেই। সৃষ্টি ক্ৰিয়াৰ বিষয়ত শিৱ অৰ্থাৎ concentrated polarity নাথাকিলে সতী মৃতা, কোনো ক্ৰিয়াই কৰিব নোৱাৰে। যজ্ঞ ক্ৰিয়াৰ লগত সৃষ্টিৰ সম্পৰ্ক নাই। গতিকে দক্ষৰ যজ্ঞত শিৱ নাই আৰু সতী মৃতা। কিন্তু যেতিয়া বাস্তৱ সৃষ্টিৰ ক্ৰিয়া আৰম্ভ হয় তেতিয়া সেই মৃতা সতী শিৱৰ কান্ধত উঠিলেহে সক্ৰিয়া হয়। আকৌ এই সৃষ্টি বিচিত্ৰ বৰণীয়া আৰু প্ৰতিটো সৃষ্টিত সতী থাকিবই লাগে।

প্ৰাচীন কালৰপৰা এটা ধাৰণা আছিল যে সৃষ্টিৰ বিচিত্ৰ বৰণৰ মাজত প্ৰাথমিক একাৱনটা বৰণ আছে। সেই একাৱনটা বৰণৰ প্ৰতীক বা স্বৰমূলাবাচক সাঙ্কেতিক চিত্ৰ হিচাপে আমাৰ একাৱনটা বৰ্ণ বা আখৰৰ চিত্ৰ। প্ৰতিটো বৰণত সৃষ্টিৰ ক্ৰিয়াকাৰিণী প্ৰকৃতিৰ সত্ত্বা বা সতী আছে অৰ্থাৎ মৃতা সতীৰ দেহা একাৱনটোৰ

হৈ বিশ্বব্ৰহ্মাণ্ডৰ সৃষ্টিৰ বৈচিত্ৰ্য সাধন হৈ আছে। আগতে কোৱা হৈছে কামৰূপত আদি ব্যঞ্জন 'ক' তথা কাম আৰু প্ৰাণ শক্তিৰ প্ৰথম চাঞ্চল্য বা বায়ুগতি—'য'ৰ বিশেষকৈ আলোচনা হৈছিল। এই 'য'ৰ লগত প্ৰসাৰণ আৰু কুঞ্চনৰ তত্ত্ব সম্পৰ্কেও গৱেষণা হৈছিল। সেই কাৰণে এই দেশ আছিল কাম-পীঠ আৰু যোনি-পীঠ, অৰ্থাৎ এই যুগৰ বৈজ্ঞানিক তত্ত্বৰ গৱেষণা-কেন্দ্ৰ।

এই চাঞ্চল্য আৰু যোনি-ক্ৰিয়াৰ লগত আকৌ ইপিন-সিপিন অৰ্থাৎ দিক্ জ্ঞান, আৰু অগা-পিছা অৰ্থাৎ কাল-জ্ঞান ( direction and time ) যুক্ত আছে। শক্তিৰ উদ্ভৱ, স্থিতি বা অৱস্থান, দিক্ আৰু কাল জ্ঞান একে লগে যুক্ত আৰু এটাৰ লগত আনটোৰ সম্পৰ্ক। এই তত্ত্বৰ গৱেষণাক কোৱা হৈছিল দিক্-কৰ আৰু তাৰ কেন্দ্ৰ আছিল শদিয়াৰ পূবফালে এটা পৰ্বতত। সেই ঠাইৰ নাম আছিল দিক্-কৰ পৰ্বত। Theory of Relativity আলোচনাৰ কেন্দ্ৰ।

যি কোনো কাৰণতেই নহওক, আমাৰ দেশৰ কেইজনমান পণ্ডিত লোকৰো বিশ্বাস হৈ গৈছে যে আদি কালৰে পৰা কামাখ্যা আৰু কামৰূপ দুৰ্নীতিমূলক বীভৎস আচৰণৰ কেন্দ্ৰ আছিল। যদি এই কথা সঁচা হ'লহেঁতেন, তেন্তে এইবোৰ আচৰণ শিকাৰ কাৰণে কামৰূপৰ মানুহৰ পক্ষে চীন দেশলৈ যোৱা আৰু সিন্ধুদেশ, মগধ আদি ঠাইৰ মানুহৰ পক্ষে কামৰূপলৈ অহাৰ কোনো প্ৰয়োজন নাছিল। নিজৰ ঘৰত বহি দুৰ্নীতি শিকা যায় আৰু আচৰণো কৰা যায়। আগৰ দৰে বৈজ্ঞানিকসকলে অৱশ্যে আধুনিক বৈজ্ঞানিকৰ লেবৰেটৰিৰ যন্ত্ৰ-পাতি লৈ গৱেষণা কৰা নাছিল। কিন্তু তেওঁলোকৰ যুগোপযোগী সৰঞ্জাম লৈ গৱেষণা যে কৰিছিল—ইয়াত সন্দেহ নাই।

## নৰকাসুৰ

নৰক অসুৰ বংশৰ এটা কৈদৰ নাম। সেই কৈদৰ প্ৰতিজন ৰজাই নৰক উপাধিধাৰী। অসুৰ মূলতে এটা মতবাদ বা দৰ্শনৰ নাম আৰু নৰক সেই দৰে সেই দৰ্শনৰপৰা ওলোৱা এটা শাখা।

অসুৰ দৰ্শনৰ মূল কথা হ'ল—সৃষ্টিৰ আগতে একোৱেই নাছিল। আগতে উল্লেখ কৰা ঋগ্বেদৰ নাসদীয় সূক্তৰ কিবা এটা আছিল কথাও অসুৰদৰ্শনে স্বীকাৰ নকৰে। —ই অসৎবাদ। তেওঁলোকৰ মতে এই একো নথকা অৱস্থাত সৃষ্টি প্ৰসৱিত হোৱাৰ (অস) ক্ৰিয়মানত্ব (ৎ-শতৃ) যুক্ত হয়, অৰ্থাৎ ই "অসৎ" আৰু তাৰপৰা বহন শক্তি (ৰ) ধেনুৰপৰা কাঁড় মেলাই ছিটিকি অহাৰ (অসু) দৰে ওলাই আহি এই বিশ্বব্ৰহ্মাণ্ড বিয়পি (ৰৰুণ) পৰে আৰু তাতেই সৃষ্টি-বৈচিত্ৰ্য হয়। এওঁলোক অসৎবাদী-অসুৰ আৰু এওঁলোকৰ সৃষ্টিৰ সবাকীৰ নাম "বৰুণ"।

নৰক-দৰ্শনৰ মতে মূল একো নাইকিয়া অৱস্থাত ক্ৰিয়মানত্ব বা বহন শক্তিৰ কথাই নাই ;—ইয়াত নাই বহনশক্তি (ৰ), নাই কাম (ক) ন-ৰ-ক। সৃষ্টি হয় আগতে উল্লেখ কৰা যত্ন-মনাহ ক্ৰিয়াৰ ফলত। সেই কাৰণে নৰক ৰবাহৰ ( lever-action force ) সন্তান।

মগধৰপৰা অহা এই নৰক দৰ্শনবাদী ৰজাই প্ৰাগ্জ্যোতিঃৰ দৰ্শনৰ দেশ কামৰূপত ৰাজ্য স্থাপন কৰিলে আৰু এই দৰ্শনৰ লগত নিজৰ দৰ্শন মিহলাবলৈ বিচাৰিলে। ইয়াৰ নাম হ'ল নৰকদৰ্শনে কামাখ্যা-দৰ্শনক তল পেলাবলৈ বিচৰা বা নৰকে কামাখ্যাক বিয়া কৰিবলৈ খোজা। কিন্তু কামাখ্যা-দৰ্শনত সৃষ্টিৰ আগতে কাম আছে, প্ৰাগ্জ্যোতিঃ আছে, বহনশক্তিৰ গৰাকিনী তাৰা আছে। গতিকে নৰকে তেওঁৰ এন্ধাৰে ঢকা এন্ধাৰ বা "তম আসীত্তমসা" (ঋ ১০।১২৯।১) ভাব লৈ কামাখ্যা দৰ্শনক তল পেলাবলৈ গলে ৰাতিপুৱাৰ দোক্মোকালিত সূৰ্য্যৰ উষাৰ জ্যোতিঃৰ দৰে "উষা যথা ৰবেঃ" (যোগ-কাৰিকা ৩।৫৩) পোহৰৰ আভা প্ৰকাশ হৈ পৰিব। যোগ-শাস্ত্ৰত ইয়াকে কোৱা হৈছে "পূৰ্ব্বৰূপং বিৱেকজ জ্ঞানস্য—উষা যথা ৰৱেঃ" (ঐ)। দোক্মোকালিৰ জ্যোতিৰ আভাক ৰাতিপুৱাৰ কুকুৰাৰ মাতৰ লগত তুলনা কৰি পুৰাণৰ কাহিনী লিখা হৈছে।

নৰক-দৰ্শন আৰু কামাখ্যা-দৰ্শন সম্পূৰ্ণ ভিন্ন মত গতিকে মিলন হব নোৱাৰে। সেই কাৰণে যজ্ঞবৰাহৰ বংশধৰ নৰকৰ পতন হ'ল।

## সূৰ্য্য-বিজ্ঞান

আদিম যুগৰে পৰা মানুহৰ এটা বিশ্বাস আছিল যে সূৰ্য্যই সাতোটা ঘোঁৰাই টনা এক-চকীয়া এখন ৰথত উঠি পৃথিৱী পৰিক্ৰমা কৰে। পৰিক্ৰমাৰ বাটটো ডিমাৰ দৰে ঘৰণীয়া; সেই কাৰণে এই বাটটোৰ নাম দিয়া হৈছিল ক্ৰান্তি-বৃত্ত। চীন-জাপান-কামৰূপ অঞ্চলতেই সূৰ্য্যোদয়ৰ প্ৰথম বা প্ৰাক্জ্যোতিঃ দেখা যায়, গতিকে এইবোৰ সূ্য্যৰ উদয়ক্ৰিয়াৰ যো-জা কৰাৰ দেশ বা উদয়-ৰাজ্য বা প্ৰাক্-জ্যোতিঃৰ ৰাজ্য। আগতে কোৱা হৈছে—চীনা ভাষাত জ্যোতিঃ বাচক শব্দ আছিল "থিছ্"। এতিয়াও গোটেই চীন দেশক 'থিছ্' দেশ বোলা হয়।

এতিয়া সূৰ্য্যোদয়ৰ প্ৰথম যোজা হওঁতে সূৰ্য্যৰ ৰথখন থাকে জাপানত, ঘোঁৰাৰ পাছভৰি বা ভদ্ৰ পৰে চীনত আৰু কান্ধ বা গ্ৰীৱাৰে সৈতে আগ ভৰি পৰে কামৰূপত অৰ্থাৎ জাপান হ'ল ৰথক্ৰান্ত চীন ভদ্ৰক্ৰান্ত আৰু কামৰূপ ঘোঁৰাৰ কান্ধ বা হয় গ্ৰীৱৰ দেশ আৰু অশ্বক্ৰান্ত। ভাগৱত পুৰাণত চীন দেশক ঘোঁৰাৰ পাছ ভৰিৰ দেশ বা ভদ্ৰাশ্ব-বৰ্ষ বোলা হৈছে (৫।১৮।১)।

মাজ নিশাৰপৰা দিনৰ দুপৰীয়ালৈকে সূৰ্য্যৰ ৰশ্মিত সাতটা স্তৰ দেখা যায়। সেই কাৰণে ঋগ্বেদত ৰশ্মিৰ স্তৰ অনুসৰি সূৰ্য্যৰ সাতটা নামকৰণ কৰা হৈছে। দুপৰীয়া সূৰ্য্যৰ নাম—"বিষ্ণু"। এই বিষ্ণু-সূৰ্য্য ভৰ দুপৰীয়া কালত ৰথত বহি আকাশৰ উৰ্দ্ধতম প্ৰদেশত অৱস্থান কৰাৰ সময়ত পৃথিৱীৰ তিনি অংশত তেওঁৰ নিজৰ ৰথৰ আৰু অশ্বৰ ছায়া পৰে আৰু সেই অনুসৰি সেই অংশবোৰৰ নাম হয় যথাক্ৰমে বিষ্ণুক্ৰান্ত, ৰথক্ৰান্ত আৰু অশ্বক্ৰান্ত। মহাসিদ্ধসাৰ-তন্ত্ৰত লিখা আছে,—

বিন্ধ্যপৰ্ব্বৰ্তমাৰভ্য যাৱচ্চটলদেশকং
ৱিষ্ণুক্ৰান্তেতি ৱিখ্যাতং দেৱৈৰপি সুদুৰ্লভম্।
কৰতোয়াং সমাৰভ্য যাৱদ্দিকৰদেশকং

অশ্বক্রান্তেতি বিখ্যাতং ত্রিষু লোকেষু পাৰ্ব্বতি ॥
বিন্ধ্যপৰ্ব্বতমাৰভ্য মহাচীনাদিদেশকং—
ৰথক্রান্তেতি বিখ্যাতং দেৱানামপি দুৰ্লভম্ ॥

—বিন্ধ্য পৰ্ব্বতৰপৰা চট্টগ্ৰামলৈকে বিষ্ণুক্রান্ত, কৰতোৱাৰপৰা দিক্ৰৱলৈকে অৰ্থাৎ গোটেই প্ৰাচীন কামৰূপ দেশ—অশ্বক্রান্ত আৰু বিন্ধ্য পৰ্ব্বতৰপৰা মহাচীন দেশলৈকে গোটেই অঞ্চল ৰথক্রান্ত বুলি জনাজাত।

প্ৰাচীন কালৰ মানুহেও বুজিব পাৰিছিল যে সূৰ্য্যৰ ৰশ্মিও স্পন্দনময়, ঊৰ্ম্মি (wavy) আৰু সৰ্পিল (gliding) গতি যুক্ত। স্পন্দন, শব্দ আৰু সৰ আদি বুলিয়েই সূৰ্য্যৰ এটা নাম ৰবি। তেওঁলোকে সূৰ্য্যৰ এনে ধৰণৰ ৰশ্মিৰ অন্তৰ্নিহিত শক্তিক ধৰি মানুহৰ ব্যাধি দূৰ কৰাৰ বিধান উলিয়াইছিল—ঠিক যেনে আজিকালিৰ ডাক্তৰে যন্ত্ৰৰ সহায়ত infra-red আৰু ultra-violet ৰশ্মি ব্যৱহাৰ কৰে। ঋগ্বেদত লিখা আছে যে বশিষ্ঠ মুনিৰ পুত্ৰ শক্তিয়ে উচাটন বিদ্যা প্ৰয়োগ কৰি বিশ্বামিত্ৰৰ চিন্তাশক্তি আৰু মাত নাইকিয়া কৰি পেলাইছিল। তেতিয়া জমদগ্নি ঋষিয়ে সূৰ্য্যৰ সৰ্পিল-স্পন্দন বা সসৰ্পৰী বাক্ প্ৰয়োগ কৰি বিশ্বামিত্ৰক ভাল কৰিছিল—

সসৰ্পৰীৰমতিং বাধমানা বৃহন্মিমায় জমদগ্নিদত্তা।
আ সূৰ্য্যস্য দুহিতা ততান শ্ৰৱো দেৱেষ্বমৃতমজুৰ্যম্ ॥ (ঋ ৩।৫৩।১৫)।

মাৰ্কণ্ডেয় পুৰাণত লিখা আছে যে কোনো দেশৰ দমপুত্ৰ ৰাজ্যবৰ্দ্ধন নামৰ ৰজাৰ অকাল বাৰ্দ্ধক্য দূৰ কৰি তেওঁক আকৌ যৌৱনসম্পন্ন কৰাৰ উপায় শিকিবলৈ তেওঁৰ ৰাজ্যৰ পণ্ডিতসকল কামৰূপ মহাশৈলৰ ডাঙৰ নৈৰ পাৰৰ গুৰুবিশাল নামৰ হাবিৰ মাজত থকা সূৰ্য্যৰ মন্দিৰলৈ আহিছিল (১০৯।৫৩-৫৫)। এই গুৰুবিশাল আজিকালিৰ অশ্বক্রান্ত বোলা ঠাই হোৱাটো সম্ভৱ আৰু ইয়াত সূৰ্য্যৰ ৰশ্মি-বিজ্ঞানৰ এটা গৱেষণাকেন্দ্ৰ আছিল। অশ্বক্রান্ত নামৰ লগত সূৰ্য্য-বিজ্ঞানৰ তত্ত্ব জড়িত। ৰুক্মিণীক হৰণ কৰাৰ কোনো সম্পৰ্ক নাই।

## বিহু-বিজ্ঞান

বিহু প্ৰাচীন কামৰূপৰ জাতীয় উৎসৱ। পৰ্ব্বত-ভৈয়াম সকলো অঞ্চলৰ সকলো জাতিৰ মানুহে পূৰ্ব্বৰ স্মৃতি অনুসৰি আজিলৈকে বিহু-উৎসৱ পালন কৰে। বিহু শব্দৰ ব্যুৎপত্তি সম্পৰ্কে পণ্ডিতসকলৰ মত হৈছে যে শব্দটো সংস্কৃত বিষুৱৎ বা বিষুৱ শব্দৰপৰা ওলাইছে। দেৱতাবাদী যাজ্ঞিকসকলে গোটেই বছৰ ধৰি যি সম্বৎসৰ ব্যাপী যজ্ঞ কৰিছিল, সেই যজ্ঞৰ মাজ ভাগত অৰ্থাৎ বছৰৰ ঠিক মাজ ভাগত যি দিন পৰিছিল, সেই দিনক বিষুৱৎ (বিষু = দ্বিষু = দুই সমান ভাগ + ৱতু অস্ত্যৰ্থে) বোলা হৈছিল। অসমীয়া বিহু উৎসৱৰ দিনা এনেভাৱেৰে বছৰ দুভাগ কৰাৰ ভাৱ নাই। আকৌ যাগ-যজ্ঞ আৰু দেৱতাবাদ বিৰোধী দেশৰ পৰ্ব্বতৰপৰা ভৈয়ামবাসী সকলো জাতিৰ মানুহে যাজ্ঞিকসকলৰ সংস্কৃত পাৰিভাষিক শব্দ এটা ধাৰ কৰি আনি নিজৰ জাতীয় উৎসৱৰ নামকৰণ কৰাটোও অস্বাভাৱিক যেন হয়।

আমি আজিকালি বেদ বোলা যি গ্ৰন্থ পাওঁ, ই অৱশ্যে যাগ-যজ্ঞকাৰী দেৱতাবাদী-সকলৰ সঙ্কলন গ্ৰন্থ। কিন্তু ইয়াৰ সকলো ৰচনা তেওঁলোকৰ নিজা ৰচনা নহয়। লাখ লাখ বছৰৰ আগৰপৰা গোটেই পৃথিৱীৰ মানৱ জাতিৰ জ্ঞানমূলক যিবোৰ কথা মুখে মুখে চলি আহিছিল, সেইবোৰো সঙ্কলন কৰা হৈছে। আকৌ যাগ-যজ্ঞৰ বিধানৰ লগত আদিম যুগৰেপৰা মানৱ সমাজত চলি থকা ধৰ্ম্ম চৰ্চ্চাৰ বিধানবোৰৰ উল্লেখো বেদত আছে। আগতে কোৱা হৈছে—প্ৰাচীন কালত মানুহে বাটে বাটে সমদলে ভগদেৱতাৰ কীৰ্ত্তন গাই ফুৰিছিল। আকৌ কিছুমান মানুহে ব্ৰহ্মৰ-গীত গাই বাটে বাটে ভিক্ষা কৰি ফুৰিছিল—"ব্ৰাহ্মণো নাধমানস্য কীৰেঃ" (ঋ ২।১২।৬) বুলি বেদত লিখা আছে। এনে ধৰণৰ গানৰ প্ৰথাক যাজ্ঞিকসকলে তেওঁলোকৰ যজ্ঞত "সামগান" ৰূপে গ্ৰহণ কৰিছিল।

সামবেদত গানক দুই ভাগত ভগোৱা হৈছে। এবিধৰ নাম হ'ল—"গ্ৰাম্য-গেয়গীত" বা "প্ৰকৃতি-গীত" বা "ৰেয় গীত"। এই গীত গাঁৱলীয়া মানুহে খেতি-পথাৰ সংক্ৰান্ত প্ৰকৃতিৰ গীত বুলি গায়। ইয়াত সৃষ্টিৰ উপাদান বীজ (ৰ) সিঁচৰতি হৈ এ চাঞ্চল্যযুক্ত (য়) হোৱাৰ ভাব প্ৰকাশ কৰা হয়। মানুহৰ বেলিকা শুক্ৰ-ক্ষেপনৰ চাঞ্চল্যৰ ভাব প্ৰকাশ পোৱা বিষয়ৰ গীত। এই "ৰেয়" শব্দটোৰ আন ৰূপ হ'ল—সৃষ্টিৰ উপাদান বীজ (ৰ) গতিযুক্ত (ই) হৈ প্ৰসাৰিত (স্) হোৱাৰ উপক্ৰম (উ) হৈছে। অৰ্থাৎ ইয়াৰ নাম—ৰিস্উ বা ৰিহু।

দ্বিতীয় বিধ গীতৰ নাম হ'ল উহ্ গীত। ই আৰণ্য-গেয় অৰ্থাৎ নিৰ্জ্জনত বহি গাব লগা গীত। আকাশৰ যি উহৰপৰা শক্তি ওলাই বিশ্বময় সিঁচৰতি হৈ সৃষ্টিৰ উপাদান বীজ সৃজন কৰিছে, সেই উহৰ গীত। সামবেদৰ গায়ক বা উদ্‌গাতাসকলে সমস্বৰে এনে ধৰণৰ গীত গাই আকাশৰ উহ পৰিষ্কাৰ কৰি দিব পাৰিছিল বুলি বিশ্বাস কৰিছিল।—আগতে তাৰা-তত্ত্বৰ ব্যাখ্যা কৰোঁতে কোৱা হৈছে আকাশৰ উহ্‌বাচক সাঙ্কেতিক শব্দ হ'ল—"হূ"; গতিকে এনে ধৰণৰ গীত প্ৰকৃতপক্ষে "হূ"ৰ গীত।—প্ৰাচীন কামৰূপ বাসীৰ ভাষাত প্ৰকৃতিৰ আচাৰ সম্পৰ্কীয় তথা ভূচৰী গীতৰ নাম ৰিহুগীত আৰু আকাশৰ উহ্ সম্পৰ্কীয় গীতৰ নাম দিয়া হৈছিল—হূ চৰী গীত। ই ইংৰাজৰ "হুৰাৰ" ( Hurrah ) ধ্বনিৰ সমপৰ্য্যায়ৰ গীত। এই গীত আৰু উৎসৱৰ বিধান আৰু আচৰণ পৰ্ব্বতীয়াৰপৰা ভৈয়ামৰ মানুহে ধাৰ কৰা নাই, বা ভৈয়ামৰ মানুহৰপৰা পৰ্ব্বতীয়াই শিকা নাই। ই আছিল—সেই যুগৰ সাৰ্ব্বজনীন কৃষ্টিৰ প্ৰভাৱ। পৰ্ব্বতীয়া-সকলে এতিয়াও সেই যুগৰ কৃষ্টিৰ সঁচ বুকুত সাৱটি ধৰি ৰাখিছে আৰু ভৈয়ামৰ মানুহে বাহিৰৰপৰা অহা জিলিকনিৰ প্ৰভাৱত ইয়াক ঘিণ কৰিবলৈ শিকিছে।

## আৰ্য্য-অনাৰ্য্য, বৈদিক-অবৈদিক

ঋগ্বেদত "অনাৰ্য্য" বোলা কোনো শব্দই নাই। আৰ্য্য শব্দৰ বৈদিক অৰ্থ "জ্যোতিৰগ্ৰাঃ" যিসকলে আগতে জ্ঞানৰ জ্যোতিঃ পাইছে। বেদ শব্দৰ অৰ্থ—

জ্ঞান, বিশেষকৈ সৃষ্টি ৰহস্যৰ জ্ঞান। সৃষ্টিৰ বি-কাশ হোৱাৰ জ্ঞানৰ নাম বি-জ্ঞান গতিকে যিয়েই সৃষ্টিৰ ৰহস্য-বিজ্ঞানৰ তত্ত্ব জানিব পাৰিছে, সিয়েই বেদ জানিছে আ সিয়েই জ্ঞানৰ জ্যোতিঃ পাইছে বুলি—আৰ্য্য। দেৱতাবাদী আৰু যাগ যজ্ঞকাৰী এ মানুহে বেদ গ্ৰন্থকাৰত সঙ্কলন কৰি, তেওঁলোকৰ মতানুযায়ী সম্পাদন আৰু ব্যাখ্যা কৰিছে তেওঁলোক আছিল পিছৰ যুগৰ প্ৰভাৱ আৰু ক্ষমতাশালী দল। গতিকে তেওঁলোকে নিজৰ মতৰ প্ৰাধান্য প্ৰচাৰৰ কাৰণে তেওঁলোকৰ মতবাদক আচল জ্ঞানৰ জ্যোতিঃ বুলি নিজক "জ্যোতিৰগ্ৰাঃ" বা আৰ্য্য বুলি পৰিচয় দিছে। তেওঁলোকেই সকলোৰে পাৰ লগীয়াকৈ বেদগ্ৰন্থ সঙ্কলন কৰিছে বুলি তেওঁলোকক বৈদিক কোৱা হয়। এওঁলোকে নিজৰ মতবাদ প্ৰচাৰৰ অৰ্থে পূৰ্ব্ববৰ্ত্তী সকলো মতবাদক ইতিকিং কৰি উৰাই দিব বিচাৰি ছিল, "ন অন্যং অস্তি ইতি বাদিনঃ" (গীতা-২।৪২)। গতিকে আমিও আজিলৈকে এওঁলোককেই আৰ্য্য আৰু বৈদিক বুলি কওঁ আৰু আগৰ কালৰ যিসকলে গোটেই এছিয়া মহাদেশ জুৰি নিজৰ কৃষ্টিৰ প্ৰভাৱ বিস্তাৰ কৰি আন মহাদেশলৈকেও ডালপাত মেলিব পাৰিছিল—তেওঁলোকক কওঁ অনাৰ্য্য, অবৈদিক, পাছুপৰা, পাৰ্ব্বত্য ইত্যাদি। এনে ধৰণৰ পাৰ্থক্যবোধক নামকৰণৰ মূলত কোনো প্ৰকাৰ বুৰঞ্জীমূলক সত্য নাই। কব পাৰি একেই আৰ্য্য-গোষ্ঠীৰ এদল আছিল দেৱতাবাদী আৰু যাজ্ঞিক—"দেৱা-যজ্ঞা" আৰু আন দল আছিল "অদেৱা-অযজ্ঞা"। এনে ধৰণৰ নামকৰণ কৰাই যুক্তিযুক্ত আৰু পুৰাতত্ত্বমূলক।

## উপসংহাৰ

সুধীবৃন্দ, ভালেমান পৰ লাগ-বান্ধ নথকা কথা বলকি আপোনালোকক আমনি দিয়া হ'ল। অনেকে হয়তো ভাবিছে এই ধৰণৰ কথা বুৰঞ্জী শাখাত নকৈ দৰ্শন শাখা বা বিজ্ঞান শাখাৰ সভাত ক'লেই বেছি শুৱনি হলহেঁতেন। কিন্তু এটা কথা মনত ৰখা প্ৰয়োজন যে আমাৰ দেশত জ্ঞানৰ নামেই ৱেদ আৰু বিশ্ব ব্ৰহ্মাণ্ডৰ সৃষ্টিৰ তত্ত্ব সম্পৰ্কীয় জ্ঞানকেই বোলে জ্ঞান। প্ৰথমতে নুবুজা কথা বা তত্ত্বক বুজিলেই ইংৰাজীত কোৱা হয়—"Oh I see" অৰ্থাৎ দেখিলো বা দৰ্শন কৰিলোঁ। সৃষ্টিৰ গুহ্য-তত্ত্বৰ জ্ঞান লভি আমাৰ দেশৰ পূৰ্ব্বকালীন ঋষিসকলেও একেই কথা কৈছিল—দৰ্শন কৰিলোঁ। গতিকে তেওঁলোকৰ বিজ্ঞানৰ নামেই হ'ল দৰ্শন আৰু তাৰ ওপৰতেই হ'ল তেওঁলোৰ কৃষ্টি তথা বুৰঞ্জীৰ সৃষ্টি। সেই কাৰণে বেদৰ মন্ত্ৰ ৰচয়িতাক কোৱা হয় মন্ত্ৰৰ দ্ৰষ্টা—Seer।

সুধীবৃন্দ, বুৰঞ্জী আৰু পুৰাতত্ত্বৰ আলোচনা সম্পৰ্কে আমাৰ অসমৰ ৰাজ্য চৰকাৰৰ অনুগ্ৰহত যিমানবোৰ বিভাগ চলি আছে, আন প্ৰদেশত বোধ কৰোঁ সিমান সুযোগ নাই। সেই কাৰণে আমি ভাগ্যৱান বুলি ভাবি চৰকাৰৰ শলাগ লোৱা প্ৰয়োজন। প্ৰথম বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগে আহোম যুগৰ বুৰঞ্জীতেই মাথোন দৃষ্টি নিবদ্ধ ৰাখি ভালেখিনি লাগতিয়াল কাম কৰিছে আৰু কৰিও আছে। কিন্তু আহোম যুগৰেই স্থাপত্য ভাস্কৰ্য্য আৰু দৰ্শন তত্ত্বৰ গৱেষণাৰ ফালে আজিলৈকে দৃষ্টি কৰা নাই। আনকি আহোম

যুগৰ শিলালিপি আৰু তামৰ ফলিবোৰবে এখন সংগ্ৰহগ্ৰন্থ আজিলৈকে সঙ্কলন কৰা হোৱা নাই। বা সেই কাম হাতত লোৱা হৈছে বুলিও শুনা নাই।

দ্বিতীয় বিভাগ হ'ল স্বাধীনতাৰ পিছত প্ৰতিষ্ঠিত হোৱা চৰকাৰী বুৰঞ্জী বিভাগ। আধুনিক যুগত দৃষ্টি সীমাবদ্ধ। ইং ১৯০৫ চনত ইংৰাজে লিখা জিলা বিৱৰণী (District Gazetteer) ন'কৈ লিখিবলৈ যোজা কৰিছে বুলি শুনা গৈছে। অৱশ্যে ইংৰাজ বিষয়া এলেন চাহাবৰ আঁচনি অনুসৰি নে আন আঁচনি অনুসৰি এই কামটো কৰা হব—তাৰ বিৱৰণ প্ৰকাশ হোৱা নাই। উন্নতিমূলক পৰিকল্পনা চলি থাকোঁতে District Gazetteer লিখা কিমান দূৰ সমীচীন বুজা টান।

তৃতীয় হ'ল মিউজিয়াম বা প্ৰেক্ষা গৃহ পুৰণি ধ্বংস-কীৰ্ত্তিৰ সংগ্ৰহ, সংৰক্ষণ আৰু প্ৰদৰ্শন এই বিভাগৰ প্ৰধান কাম। কিন্তু ইং ১৯২৫ চনত কেন্দ্ৰীয় চৰকাৰে তেজপুৰৰ দহ পৰ্ব্বতীয়াত সামান্য খনন কাৰ্য্য কৰাৰ বাহিৰে অসমত খনন কাৰ্য্য বোলা কোনো বস্তুৰ নাম কোনেও শুনা নাই। গোটেই অসম জুৰি ভিন্ ভিন্ ঠাইত যিবোৰ প্ৰাচীন ধ্বংস-কীৰ্ত্তি পোত খাই বা ওপঙি পৰি আছে—সেইবোৰৰ এটা জৰিপ (Survey) আৰু বিৱৰণমূলক তালিকা আজিলৈকে সঙ্কলিত বা প্ৰকাশিত হোৱা নাই। এই ক্ষুদ্ৰ অভাজনৰ দৰে গাইগুটীয়াভাৱেৰে আৰু দুই চাৰিজনে যিবোৰ ঠাই আৰু ধ্বংসকীৰ্ত্তি আৱিষ্কাৰ কৰিছিল, সেইবোৰৰ প্ৰতি এতিয়া কাৰো দৃষ্টি নাই। আনকি অটব্য হাবি আৰু দুৰ্গম পৰ্ব্বতৰপৰা অনা মূল্যবান ধ্বংস-কীৰ্ত্তিবোৰ নগাওঁ চহৰৰ বুকুত বাইজৰ সহায়ত এটা ধুনীয়া ঘৰত সজাই দিয়া সত্বেও, বৰ্ত্তমানে সেইবোৰ অযতনত নষ্ট হব ধৰিছে। গুৱাহাটীৰ মিউজিয়ামত যি সংগ্ৰহ কৰা হৈছে,—সেইবোৰ সম্পৰ্কে সাধাৰণক শিক্ষা দিয়াৰ কিবা আঁচনি আছে নে নাই জনা নাযায়।

চতুৰ্থতে কামৰূপ অনুসন্ধান সমিতি আচলতে বেচৰকাৰী প্ৰতিষ্ঠান আৰু চৰকাৰৰ সাহায্যপুষ্ট। এই সমিতিৰ আলোচনা আৰু গৱেষণামূলক তথ্য আৰু পিছত এই সমিতিৰপৰা প্ৰকাশিত জগতত নাম কৰা ত্ৰৈমাসিক আলোচনীৰপৰা ৺পদ্মনাথ বিদ্যাবিনোদ, ৺কনকলাল বৰুৱা, এই ক্ষুদ্ৰ অভাজন আৰু ডক্টৰ শ্ৰীবিৰিঞ্চিকুমাৰ বৰুৱাই সামগ্ৰী সংগ্ৰহ কৰি নিজ নিজ সাধ্য অনুসৰি অসম বুৰঞ্জীৰ অৱদান জগতৰ আগত দাঙি ধৰিব পাৰিছিল। বৰ্ত্তমান চৰকাৰৰ সাহায্য যথাবৎ পোৱা সত্ত্বেও এই সমিতিখন জন কোলাহল বিহীন নহলেও কৰ্ম্ম কোলাহলহীন বুলি অনুমান হয়। সাময়িক বা বাৰ্ষিক আলোচনী সভা পতা বা ত্ৰৈমাসিক আলোচনীখন প্ৰকাশ কৰা হয় বুলি সাধাৰণতে শুনা নাযায়।

পঞ্চমতে অসম সাহিত্য সভা। বুৰঞ্জী বা পুৰাতত্ত্ব এই সভাৰ ঘাই লক্ষ্য নহলেও এই সভাই যুগুত আৰু প্ৰকাশ কৰা—"অসমীয়া আলোচনীত প্ৰকাশিত বুৰঞ্জী-মূলক প্ৰবন্ধাৱলীৰ তালিকা"—এটা লেখত লব লগীয়া আৰু আপুৰুগীয়া বস্তু হৈছে। কিন্তু এই তালিকাত উল্লেখকৰা প্ৰবন্ধবোৰৰ সাৰাংশ সম্পাদন কৰি এখন কিতাপ যুগুত আৰু প্ৰকাশ কৰিবলৈ এতিয়াও বাকী আছে। এইদৰে ইংৰাজী আলোচনীত প্ৰকাশিত

বুৰঞ্জীমূলক প্ৰবন্ধাৱলীৰ তালিকা সঙ্কলন আৰু সেই প্ৰবন্ধাৱলীৰ সাৰাংশমূলক গ্ৰন্থ সম্পাদন কৰা—কামৰূপ অনুসন্ধান সমিতিয়ে হাতত লোৱা উচিত আছিল।

Dr. Stella Kramische-এ লেখা আৰু কলিকতা বিশ্ববিদ্যালয়ে প্ৰকাশ কৰা " Temples of India" নামৰ গ্ৰন্থৰ দৰে অসমৰ প্ৰাচীন মঠ মন্দিৰ আদিৰ স্থাপত্য, ভাস্কৰ্য্য আৰু শিল্পকলা সম্পৰ্কে এখন গ্ৰন্থ যুগুত কৰাও বৰ প্ৰয়োজন।

সৰ্ব্বোপৰি বেছি প্ৰয়োজন হৈ পৰিছে—আজিলৈকে যিমানবোৰ তথ্য আৱিষ্কাৰ কৰা হৈছে, সেই তথ্যবোৰৰ ভিন্ ভিন্ বিষয়ত কৃতবিদ্য পণ্ডিতসকলৰ দ্বাৰা বুৰঞ্জী লিখোৱাই অসমৰ এখন প্ৰামাণ্য বুৰঞ্জীগ্ৰন্থ সঙ্কলন কৰা আৰু প্ৰকাশ কৰা। এই গুৰু-দায়িত্বপূৰ্ণ কামটো বোধ কৰোঁ অসম সাহিত্য সভাই হাতত লোৱা উচিত।

ষষ্ঠতে কেন্দ্ৰীয় চৰকাৰৰ পুৰা-কীৰ্ত্তি সংৰক্ষণ বিভাগ। এই বিভাগে বহুত বছৰ আগতে সংৰক্ষণৰ বাবে লোৱা অসমৰ সামান্য কেইটামান মঠ-মন্দিৰ আৰু পুৰা-কীৰ্ত্তি সংৰক্ষণ কৰে। তাৰ পিছত অসমত যি আৰু অসংখ্য বহুমূলীয়া তথ্যপূৰ্ণ কীৰ্ত্তি আৱিষ্কাৰ কৰা হৈছে, সেইবোৰৰ প্ৰতি এই বিভাগৰ মন নাই। আনকি আজি কুৰি বছৰৰ আগতে মিকিৰ পাহাৰৰ বৰগঙ্গাত আৱিষ্কাৰ কৰা ষষ্ঠ শতিকাৰ মহাভূতি বৰ্ম্মাৰ শিলালিপি আৰু তিনি বছৰমান আগতে কামাখ্যাৰ উমাচল আশ্ৰমত আৱিষ্কাৰ কৰা চতুৰ্থ শতিকাৰ সুৰেন্দ্ৰ বৰ্ম্মাৰ শিলালিপি দুখনক সংৰক্ষণৰ ভাৰ এই বিভাগে আজিলৈকে লোৱা নাই। পুৰা-কীৰ্ত্তি সংৰক্ষণ কেন্দ্ৰীয় চৰকাৰৰ দায়িত্ব বুলি আনে হাত দিলে দেৱ লগাৰ ভয় আছে বুলি বোধ কৰোঁ প্ৰাদেশিক চৰকাৰেও এই পিনে মন নকৰে। তদুপৰি আৰু আচৰিত কথা এই যে—গুৱাহাটী চহৰৰ ওচৰত উমাচল আশ্ৰমৰ এই বুৰঞ্জীৰ গুৰুত্ব পূৰ্ণ ফলিখনক এবাৰ ঔৎসুক্যবশতঃ চকু ফুৰাই চোৱাৰ আগ্ৰহ আমাৰ স্কুল-কলেজ-বিশ্ববিদ্যালয়ৰ ছাত্ৰ বা অধ্যাপকৰ দেখা নগ'ল। মিউজিয়ামৰ সবাকীজনৰো হেঁচাত পৰি বাধ্য নহলে ইমান দূৰলৈ যোৱাৰ সম্ভাৱনা কম আছিল।

সতিকে সুধীবৃন্দ, আমি যি অৱস্থাৰ পৰিবেশত বাস কৰি আছোঁ, তাতে বছৰৰ মূৰত এদিন বুৰঞ্জী শাখাৰ সভাপতিৰ অভিভাষণ শুনাৰ বাহিৰে আৰু কিবা কৰিবলৈ আছে নে নাই ভাবি চাব। সভাপতিৰ পক্ষে অৱশ্যে কেই ঘণ্টামান বকিব আপোনালোকক আমনি কৰাৰ বাহিৰে কৰিবলৈ আন একো নাই। সেয়েহে আপোনা-লোকৰ ওচৰত ক্ষমা বিচাৰি আৰু আপোনালোকক আমাৰ হৃদয়ৰ কৃতজ্ঞতা জনাই বক্তব্যৰ সামৰণি মাৰি বিদায় মাগিলো।

জয় হিন্দ।

# চতুৰ্দ্দশ অধিৱেশনৰ সভাপতিৰ অভিভাষণ

নগাঁও, এপ্ৰিল ১৯৫৯

**শ্ৰীপদ্মেশ্বৰ গগৈ**

সমৱেত সুধীবৃন্দ,

অসমৰ সাহিত্য ক্ষেত্ৰত অসম সাহিত্য সভাৰ দৰে অসমীয়া জাতিৰ সৰ্ব্ববৃহৎ অনুষ্ঠানৰ এই সপ্তবিংশতি অধিৱেশনত তাৰ বুৰঞ্জী শাখাৰ সভাপতিৰ আসন আপোনা-সকলে বিবেচনা কৰি মোলৈ আগ বঢ়োৱাত অতিশয় সম্মানিত বোধ কৰিছোঁ আৰু তাৰ বাবে আপোনাসকলক মোৰ আন্তৰিক ধন্যবাদ জ্ঞাপন কৰিছোঁ, কিন্তু আজি অত দিনে অসমৰ লব্ধ-প্ৰতিষ্ঠ বুৰঞ্জীবিদসকলে অলঙ্কৃত কৰি অহা এনে এখন আসন পূৰণ কৰিবৰ মোৰ গাত যে আৱশ্যকীয় যোগ্যতা নাই তাক পোনতেই মই আপোনাসকলৰ আগত স্বীকাৰ কৰি লব লাগিব। তথাপি আপোনাসকলৰ আশীৰ্ব্বাদৰ বলত বুৰঞ্জী সম্পৰ্কে মই যি যৎকিঞ্চিৎ জানো তাৰ মাজৰপৰাই দু-আষাৰ ক'বলৈ আগ বাঢ়িলো। এই ক্ষুদ্ৰ দু-আষাৰত গৱেষণাৰ পাতনি মেলিবৰ স্থান নাই, সময়ো নাই আৰু বোধহয় বাঞ্ছনীয়া সভাত সি প্ৰাসঙ্গিকো নহয়। গতিকে কেৱল বুৰঞ্জী বিষয়টোৰ মৰ্ম্মলো কি সেই সম্পৰ্কে নিজে যি বুজোঁ তাৰেই দুটামান কথা ক'বলৈ যত্ন কৰিম আৰু এই বিষয়ে অসমৰ কথাও দুই এটা উল্লেখ কৰিম।

## বুৰঞ্জীৰ বিষয়-বস্তু

খ্ৰী: পূ: ৫ম শতাব্দীৰ গ্ৰীচ দেশৰ প্ৰসিদ্ধ বুৰঞ্জী লিখক, "বুৰঞ্জীৰ পিতা" বুলি অভিহিত, হেৰডতাচৰ মতে বুৰঞ্জীয়ে "অতীতত মানুহে যিবিলাক কাৰ্য্য কৰিছিল তাৰ স্মৃতি ধ্বংসৰ হাতৰপৰা ৰক্ষা কৰে।" তেওঁ আৰু কৈছিল যে যি জাতিয়ে—যেনে সেই কালৰ গ্ৰীক্‌সকলে—কোনো মহৎ আৰু অসাধাৰণ কাৰ্য্য সাধন কৰি গৰিমা অৰ্জ্জন কৰে সেই জাতি যেন তেনে গৰিমাৰপৰা বঞ্চিত নহয় বুৰঞ্জীয়ে তাৰ ব্যৱস্থা কৰে। গতিকে বহুল ভাৱত বুৰঞ্জী বোলোতে অতীতৰ সকলো কথাই থাকে, যদিও বৰ্ত্তমান যুগত বিষয় অনুযায়ী বুৰঞ্জীক ভাগ কৰা হৈছে।

প্ৰশ্ন হব পাৰে—অতীতৰ কথাবোৰ জনাৰ সাৰ্থকতা কি? অৱশ্যে অতীতৰ ঘটনাবিলাকৰ বিৱৰণ জনাটোৱেই যদি কেৱল কথা হয়, তাৰপৰা ভৱিষ্যতৰ কথা বুজাত কোনো শিক্ষা লাভ নহয়, তেন্তে তাৰ সাৰ্থকতা বিশেষ একো নাই। কিন্তু প্ৰসিদ্ধ লিখক

বেকনৰ ভাষাত ক'বলৈ গলে বুৰঞ্জীয়ে মানুহক জ্ঞানী কৰে—"Histories make men wise" অৰ্থাৎ বুৰঞ্জীৰ অভিজ্ঞতাৰপৰা অৰ্জ্জন কৰা জ্ঞানে মানুহক ভৱিষ্যতলৈ সজাগ কৰে। যিবিলাক বৰ্ণনাৰপৰা সেই জ্ঞান পোৱা নাযায় সি বুৰঞ্জী নহয়। কাল্পনিক বৰ্ণনা বা উপন্যাসৰ গল্পবিলাক এনে বিধৰ হব পাৰে।

এইখিনিতে বুৰঞ্জী আৰু গল্প বা উপন্যাসৰ প্ৰভেদ আহি পৰে। বুৰঞ্জীৰ বিষয়-বস্তু প্ৰকৃত ঘটনা আৰু তাৰ কাৰণৰ নিৰ্ভুল আৰু নিভাঁজ বৰ্ণনা, কি গল্প বা উপন্যাসৰ বিষয়-বস্তু আৱশ্যকমতে খণ্ডিত, অতিৰঞ্জিত, অলৌকিক বা কাল্পনিকো হব পাৰে। গতিকে বুৰঞ্জীৰপৰা লাভ কৰা জ্ঞান আৰু গল্পাদিৰপৰা লাভ কৰা জ্ঞান একে নহয়। প্ৰথম বিধ জ্ঞান যেনে বাস্তৱ, দ্বিতীয় বিধ জ্ঞান শিক্ষামূলক হলেও সেই বাস্তৱতা তাত নেথাকে। বুৰঞ্জী লিখকৰ পক্ষে বাস্তৱ সত্যক ধৰি ৰখাটো মুখ্য উদ্দেশ্য, কাল্পনিক কথাৰ তাত ঠাই নাই ; গল্প বা উপন্যাস লিখকৰ পক্ষে কলা আৰু কল্পনাহে মুখ্য, বাস্তৱ ঘটনা আলমহে, তাৰ সত্যতা উদঘাটন কৰাটো গৌণ। গতিকে বুৰঞ্জী লিখকৰ দায়িত্ব অতি গধুৰ আৰু গুৰুত্বপূৰ্ণ। কিন্তু গল্প লিখকৰ বাস্তৱ ঘটনাৰ প্ৰকৃত সীমাৰেখাৰ ভিতৰত চলাৰ দায়িত্ব নাই।

## গ্ৰীক বুৰঞ্জী লেখকৰ দৃষ্টি-ভঙ্গী

প্ৰাচীন গ্ৰীক মনীষীসকলে বুৰঞ্জীৰ মৰ্ম্ম যিদৰে বুজিছিল তাক দেখি আচৰিত হ'ব লাগে। সেই কালৰ ভাৰতীয় সাহিত্যত তাৰ যি অভাৱ পৰবৰ্ত্তী ভাৰত বুৰঞ্জী লিখকসকলৰ পক্ষে সি এক সমস্যাৰূপে থিয় দিয়ে। খ্ৰী· পূ· ৫ম শতাব্দীৰে আন এজন এথেন্সৰ বিশ্ব বিখ্যাত বুৰঞ্জী লিখক থুকিডিডেচে কৈছিল যে মানুহে পুৰণি ঘটনাৰ যি কোনো প্ৰকাৰ বিৱৰণকে পৰীক্ষা নকৰাকৈ গ্ৰহণ কৰিবলৈ বিচাৰে। কিন্তু কবিসকলৰ অতিৰঞ্জিতকৈ বৰ্ণোৱা পুৰণি ঘটনাবিলাক বা অতি প্ৰাচীন অলৌকিকতাপূৰ্ণ মনোমোহা গল্পবিলাক তদ্ৰূপ সত্য ঘটনা যে নহয় তাক বুৰঞ্জী লিখকে বুজি লোৱা উচিত। বুৰঞ্জী লিখকৰ মুখ্য কৰ্ত্তব্য ঘটনাবিলাক মধুৰ কৰিবৰ অৰ্থে আলঙ্কাৰিক ভাষাত সজোৱাটো নহয়, তাক প্ৰকৃত ৰূপত দাঙি ধৰাটোহে। বুৰঞ্জী লিখকে অতীত ঘটনাৰ তেনে কোনো আলঙ্কাৰিক আৰু অলৌকিক বৰ্ণনা পালেও তাৰ সেই আৱৰণ ভেদ কৰি নিৰ্ভুল তথ্য উদঘাটন কৰাতহে মনোনিবেশ কৰিব লাগে। থুকিডিডেচৰ এই দৃষ্টি-ভঙ্গী সম্পূৰ্ণ আধুনিক দৃষ্টি-ভঙ্গী। এই দৃষ্টি-ভঙ্গী লৈ লিখা বাবেই তেওঁৰ পেলপনেসীয় মহাযুদ্ধৰ (খ্ৰী· পূ· ৪৩১-৪০৪) বুৰঞ্জীয়ে নিৰপেক্ষ বুৰঞ্জী বুলি আজিয়ো বিশ্বত খ্যাতি লাভ কৰিছে।

এই দৃষ্টি-ভঙ্গীৰপৰা বিচাৰ কৰি চালে গ্ৰীক্ কবি হোমাৰৰ (খ্ৰী· পূ· ৮৫০বো আগৰ) মহাকাব্য ইলিয়াড্ আৰু ওডিচীক আৰু সেই সমসাময়িক যুগত লিখা আমাৰ ৰামায়ণ বা মহাভাৰতক বুৰঞ্জীৰ স্থান দিব নোৱাৰি, যদিও তাৰ অনেক কথা প্ৰকৃত ঘটনাৰ ওপৰত ভিত্তি কৰি লিখা হব পাৰে। সেইদৰে আমাৰ পুৰাণৰ বৰ্ণনাবিলাককো বিশুদ্ধ বুৰঞ্জী বুলি লব নোৱাৰি।

অনেক আধুনিক পণ্ডিতে আকৌ হোমাৰৰ লিখা ট্ৰজান যুদ্ধৰ ঐতিহাসিক ভিত্তি আছে বুলিয়ে বিশ্বাস নকৰে। তেওঁবিলাকৰ মতে ট্ৰয় অৱৰোধ এটা কাল্পনিক সৌৰ গল্পহে আৰু পেৰিছে হেলেনক হৰণ কৰাটো মাত্ৰ পশ্চিম আকাশত সূৰ্য্যাস্ত হোৱাৰ ৰূপক বৰ্ণনা, ট্ৰজান ৰণ-ক্ষেত্ৰত সমৱেত হোৱা বীৰসকল কাল্পনিক আৰু দেৱতা স্বৰূপ আৰু তাৰ প্ৰত্যেক জনেই বিভিন্ন মানৱ চৰিত্ৰ বা মানৱ দশাৰ প্ৰতীক স্বৰূপ। এইদৰে আধুনিক পাণ্ডিত্যই একোখন প্ৰাচীন মহাকাব্যৰ ঘটনাৱলী সমূলি ৰূপক বুলি ধৰাটোও থুকিডিডেচে সমৰ্থন নকৰে। তেওঁ প্ৰাচীন বিৱৰণ, কাব্য, লোক-গীতি, আনকি জাতীয় কিংবদন্তিবিলাকতো বুৰঞ্জীৰ উপকৰণ থাকে বুলি বিশ্বাস কৰে, কেৱল তাক চালি-জাৰি পৰীক্ষা কৰি আহৰণ কৰাটোতহে তেওঁ ভৰ দিয়ে। তেওঁ ট্ৰজান যুদ্ধৰ ঐতিহাসিক ভিত্তি অস্বীকাৰ নকৰে, কেৱল তাৰ বৰ্ণনাৰ পৰা অতিৰঞ্জিত আৰু অলৌকিক অংশখিনি বাদ দিব খোজে।

ভাৰতীয় মহাকাব্য ৰামায়ণ আৰু মহাভাৰতৰ বিষয়েও নানা প্ৰশ্ন উঠে আৰু ইয়াত বৰ্ণিত সবংশ নিপাতকাৰী যুদ্ধৰ পাৰ্থিৱ ব্যাখ্যাৰ উপৰিয়ো ধাৰ্ম্মিক আৰু দাৰ্শনিক ব্যাখ্যাও আছে। সেই বুলি এই দুই মহাকাব্যৰ ঘটনাৱলীৰ ঐতিহাসিক ভিত্তি সমূলি নাই বুলি কোৱাটো নিশ্চয় ভুল হব। অযোধ্যা, লঙ্কা, কুৰু, পাঞ্চাল, মৎস্য, গান্ধাৰ, মল্ল, বিদেহ, প্ৰাগ্‌জ্যোতিষ, অঙ্গ, কলিঙ্গ, মগধ, কাশী, চেদি, অৱন্তি, বিদৰ্ভ আদি নামৰ দেশবিলাক আৰু তাৰ ৰজাবিলাক নাছিল বুলি আৰু ভাৰতৰ ঐতিহাসিক ৰণ-ভূমি কুৰু-ক্ষেত্ৰত মহাভাৰতত উল্লেখ কৰা এখন সৰ্ব্বভাৰতীয় যুদ্ধ হোৱা নাই বুলি কোনোপধ্যে কব নোৱাৰি। অৱশ্যে কোনো মূল ঘটনাৰ কথা কবিৰ হাতত পৰি অত্যন্ত অতিৰঞ্জিত আৰু নানা কাল্পনিক আৰু আলৌকিক বৰ্ণনাৰ সমাৱেশেৰে অলঙ্কৃত হৈ এক বেলেগ মনোৰঞ্জক ৰূপ লৈছে।

আমাৰ পুৰাণবিলাক তাৰ অনেক কাল পিছৰ, কিন্তু তাৰ ভিতৰতো যে অনেক বাস্তৱ ঘটনা সোমাই আছে তাত কোনো সন্দেহ নাই। কিন্তু পুৰাণবিলাকৰ উদ্দেশ্য হয়তো শৈৱ, শাক্ত বা বৈষ্ণৱ ধৰ্ম্মৰ মাহাত্ম্য বঢ়োৱাটো। গতিকে সেই অৰ্থে তাত অলেখ অতিৰঞ্জিত, কাল্পনিক আৰু অলৌকিক কথাৰ অৱতাৰণা কৰা হৈছে, যাৰ ফলত আচল ঘটনা উদ্ধাৰ কৰাটো দুঃসাধ্য হৈ পৰিছে। তথাপি তাৰ কথাবিলাক সমসাময়িক অন্যান্য ঘটনাৰ দ্বাৰা সমৰ্থিত হলে বুৰঞ্জীৰ উপাদান স্বৰূপে গ্ৰহণ কৰিব পাৰি।

সেইদৰেই পুৰণি শিলালিপি বা তাম্ৰশাসন আদিত বৰ্ণোৱা কথাবিলাকো পৰীক্ষা নকৰাকৈ সদায় সম্পূৰ্ণ বুৰঞ্জীমূলক সত্য বুলি গ্ৰহণ কৰিব নোৱাৰি। তাত লিখা কথাবিলাক সদায় ঐতিহাসিক বিচাৰৰ ওপৰত ভিত্তি কৰি নিলিখি কোনো নৃপতি বিশেষৰ বংশ বা ক্ষমতাৰ গৌৰৱ বঢ়াবলৈ অতিৰঞ্জিত কৰি লিখা হয়। তাৰ কোনো দান উছৰ্গাৰ কথা সত্য হলেও অনেক সময়ত ৰাজ-বংশাৱলীৰ ইতিবৃত্তবিলাক গ্ৰহণ যোগ্য নহয়। কোনো কোনো ক্ষেত্ৰত অনেক কথা ভুলকৈয়ো বৰ্ণিত হয়। যেনে, ভাস্কৰবৰ্ম্মা

আৰু ইন্দ্ৰপালৰ তাম্ৰশাসনত বজ্ৰদত্তক পুত্ৰ বুলি লিখা আছে, কিন্তু বনমালা, বলবৰ্ম্মা আৰু ৰত্নপালৰ শাসনত তেওঁক ভগদত্তৰ ভায়েক বুলি বৰ্ণোৱা আছে। তদুপৰি এই লিপিবিলাকৰ অনেক ঠাইত বৰ্ণাশুদ্ধি আৰু ব্যাকৰণৰ ভুল থকাত প্ৰকৃত অৰ্থ উলিওৱা টান হৈ পৰে। অপৈণত পণ্ডিতৰ হাতত পৰিয়ো হয়তো তেনে হয়।

বৰ্ত্তমান বিজ্ঞান আৰু গণতন্ত্ৰৰ যুগত সমাজৰ বিবিধ প্ৰকাৰ শ্ৰেণী স্বাৰ্থৰ, বিশেষকৈ দলগত ৰাজনীতিৰ দৃষ্টি-ভঙ্গীৰপৰা লিখা আৰু প্ৰচাৰ কৰা কথাবিলাকো পক্ষপাতিতা দোষেৰে দূষিত হৈ পৰে। দলগত স্বাৰ্থৰ লগত খাপ খুৱাই সত্যক ঢাকি ৰখা আৰু অসত্যক প্ৰশ্ৰয় দিয়া কৌশলপূৰ্ণ লিখাবিলাক বুৰঞ্জীৰ বিশুদ্ধ উপকৰণ হব নোৱাৰে। আজিৰ কৌশলী যুগত সৰলতাৰ মৃত্যু ঘটাত নিৰপেক্ষ বুৰঞ্জী লিখাটো অত্যন্ত কঠিন কাৰ্য্য হৈ পৰিছে। প্ৰত্যেকটো সমস্যাতে সত্যৰ অনুসন্ধান কৰিবলৈ আগ বাঢ়োতে পোনতেই অসত্যৰ দেৱঘৰত খুন্দা খাব লাগে আৰু তাক ভেদ কৰি সত্যক ঢুকি পোৱাটো অনেক ক্ষেত্ৰত সাধ্যাতীত হৈ পৰে। সামান্য একোটা তদন্ত বা ন্যায়ালয়ৰ সাক্ষ্যবিলা-কেই তাক প্ৰমাণ কৰি আছে। ই এক বুৰঞ্জী লিখকৰ পক্ষে বিষম সমস্যা। এই সমস্যা কি দৰে অতিক্ৰম কৰিব পাৰি তাৰ নীতি উদ্ভাৱন কৰাটোও বুৰঞ্জীলিখকসকলৰ এক কৰ্ত্তব্য। ধৰ্ম্ম আৰু দল-নিৰপেক্ষ তোষামোদবিহীন নিৰ্ভীক লিখনীৰপৰা ওলোৱা বুৰঞ্জীয়েই প্ৰকৃত বুৰঞ্জী।

## বুৰঞ্জী সাহিত্যৰ প্ৰাচীনত্ব

বোধ হয় পৃথিৱীৰ ভিতৰত চীন দেশতে প্ৰথম গদ্যত নিয়মমতে বুৰঞ্জী লিখা নিয়ম উদ্ভৱ হয়। চীন দেশৰ প্ৰাচীনতম যি সাহিত্য পোৱা গৈছে সি অৱশ্যে কাব্যত ৰচিত। এই কবিতাবিলাক বলি উছৰ্গাত, নৃত্যৰ লগত আৰু ভোজ-মেলত গোৱা গীত আৰু কেতবিলাক কবিতা কেৱল লোক-গীতি। তাত কিছুমান প্ৰাচীন ৰাজ্য আৰু ৰজাৰ নাম পোৱা যায়। সেইবিলাকৰ এটা প্ৰাচীন সঙ্কলন ছিহ চিঙ্ ( Shih Ching ) নামে জনাজাত। বুৰঞ্জী হিচাবে ইয়াৰ মূল্য অৱশ্যে সমসাময়িক আন দেশৰ কাব্যৰ দৰেই কম। চীনৰ প্ৰথম গদ্য-বুৰঞ্জী ছু চিঙ সঙ্কলিত হৈছিল চাও বংশী ৰজাবিলাকৰ ( খ্ৰী: পূ: ১১২২-২৫৫ ) ৰাজত্ব কালত আৰু তাক কন্‌ফুচিয়চে (৫৫১-৪৭৯) সম্পাদন কৰিছিল বুলি কিংবদন্তি আছে। সম্ভৱতঃ এইখনেই প্ৰাচীন যুগৰ প্ৰথম নিয়মিতৰূপে লিখা বুৰঞ্জী। প্ৰাচীন ৰাজসভাৰ সংৰক্ষিত নথি-পত্ৰবিলাকৰ মাজত লু নামে চীন দেশৰ এখন ৰাজ্যৰ কাহিনী লৈ লিখা চুন্ চিউ ( Ch'un Ch'iu ) অৰ্থাৎ বসন্ত আৰু শৰতৰ বুৰঞ্জী নামৰ আৰু এখন গ্ৰন্থ পোৱা হয়। উক্ত ছিহ চিঙ্ ছু চিঙ্ আৰু চুন্ চিউ এই তিনিখন গ্ৰন্থ চীনা সাহিত্যৰ পণ্ডিত জেমচ্ লেগে The Chinese Classics নাম দি পাঁচোটা খণ্ডত ইংৰাজী ভাঙনি খ্ৰীষ্টীয় উনবিংশ শতাব্দীৰ দ্বিতীয় ভাগত প্ৰকাশ কৰে। বাঁহৰ পিঠিত লিখা আন এখন বুৰঞ্জী খ্ৰীষ্টীয় তৃতীয় শতাব্দীত এটা মৈদামৰ ভিতৰত পোৱা যায়। এই বুৰঞ্জীত চিন্ আৰু ৱেই নামে চীনৰ দুখন ৰাজ্যৰ ঘটনাৱলী বৰ্ণোৱা আছে। এই বুৰঞ্জীখনক Bamboo Amrals বা বাঁহ বুৰঞ্জী নাম দি ইংৰাজী

আদি য়ুৰোপীয় ভাষালৈ অনুবাদ কৰা হয়। পৰৱৰ্ত্তী যুগৰ চীন দেশৰ অসংখ্য বুৰঞ্জী পুথিৰ লেখ দিবলৈ ইয়াত ঠাই নাই। কেৱল বুৰঞ্জী লিখা প্ৰণালীৰ প্ৰাচীনত্বৰ উদাহৰণ দিবলৈহে এইকিখন পুথিৰ উল্লেখ কৰা হ'ল।

## চীনা বুৰঞ্জীত অসমৰ কথা

পূৰ্ব্ব ভাৰত আৰু অসমৰ কিছু কথা চীনৰ থাং যুগৰ (খ্ৰী· ৬১৮-৯০৭) বুৰঞ্জীত পোৱা যায়। এই যুগৰ বুৰঞ্জীবিলাকৰ ভিতৰত দুখন এই সম্পৰ্কে বিশেষ উল্লেখযোগ্য আৰু এই দুখন হৈছে চিউ থাঙ্ছু আৰু ছিন্ থাঙ্ছু। প্ৰথমখন থাঙ্ ৰাজত্ব অন্ত হোৱাৰ অলপ পিছতে আৰু দ্বিতীয়খন খ্ৰীষ্টীয় একাদশ শতাব্দীত সঙ্কলন কৰা হয় আৰু দুইখন বুৰঞ্জীকেই ৰাজকীয় তত্ত্বাৱধানত লিখা। হিউৱেন ছাঙ্ কুমাৰ ভাস্কৰবৰ্ম্মাৰ দিনত অসমলৈ অহাৰ বিৱৰণ এই থাঙ্ যুগৰে কথা। থাঙ্ বুৰঞ্জীতে দক্ষিণ চীনৰ ইন্‌নানত খ্ৰীষ্টীয় অষ্টম শতিকাত ৰাজত্ব কৰা টাই সম্ৰাট কলফুঙে বৰ্ম্মাৰ পিউ বনুৱা লগাই দুটা ৰাজপথ দক্ষিণ চীনৰপৰা গুৱাহাটীৰ মাজেদি পশ্চিমে মগধলৈকে নিৰ্ম্মাণ কৰাৰ কথা উল্লেখ আছে। সেই বুৰঞ্জীত চীনৰ মন্ত্ৰী চিয়া তানে (বা কিয়া তানে) এই পথ দুটাৰে এটা পশ্চিমলৈ য়ুঙ্-চ্ছাঙ্, খেঙ্-ওয়ে, ওয়েঙ্ মাও, মোগাঙ্, তাজু আৰু গুৱাহাটী (কামৰূপ) এইবিলাক প্ৰধান ঠাইৰ মাজেদি গৈ মগধত লাগিছিল বুলি আৰু আনটো পথ য়ুঙ্-চ্ছাঙে, বৰ্ম্মাৰ পিউসকলৰ ৰাজধানী, চিন্‌ডুইন্ নৈ আৰু মণিপুৰৰ মাজেদি গৈ গুৱাহাটীতে লাগিছিল বুলি বৰ্ণাইছে।

এই যুগৰ চীন আৰু বৰ্ম্মাদেশৰ বুৰঞ্জীয়ে অসমক অনেক তথ্য-পাতি যোগাব বুলি আশা কৰা যায়, যি সেই সময়ৰ অসমৰ বুৰঞ্জী পুনৰ্গঠন কৰাত সহায় কৰিব। তদুপৰি পূৰ্ব্ব এছিয়াৰ অনেক অঞ্চলৰ সঙ্গীত আৰু সংস্কৃতিৰ লগত অসমৰ সঙ্গীত আৰু সংস্কৃতিৰ বিশেষভাৱে মিল আছে বুলি ভাবিবৰ যথেষ্ট থল আছে। পূবৰ লগত আমাৰ সাংস্কৃতিক সম্বন্ধৰ মৌলিক অনুসন্ধান এতিয়াও আৰম্ভ হোৱা নাই। তাৰ ফলত এই বিষয়ৰ অনেক কথাৰ আঁতি-গুৰি উলিয়াব নোৱাৰি তাক পণ্ডিতী ব্যাখ্যাৰে সামৰণি মাৰি থোৱা হয়।

অসমৰ ক্ষেত্ৰত এতিয়ালৈকে যি জনা গৈছে টাই-আহোমসকলেই প্ৰথম গদ্যত তাওচিঙা আৰু লাক্নি অনুযায়ী বুৰঞ্জী লিখা প্ৰণালী খ্ৰীষ্টীয় ত্ৰয়োদশ শতাব্দীৰ আগ ভাগতে প্ৰচলন কৰেহি। এই টাই বুৰঞ্জীবিলাকৰ ভাষা পোনপটীয়া আৰু প্ৰাণৱন্ত। বুৰঞ্জী লিখাটো টাই জাতিৰ আগৰেপৰা চলি অহা ৰীতি। অসমৰ গদ্য-সাহিত্যৰো প্ৰথম চানেকি এই বুৰঞ্জীবিলাকতে পোৱা যায়। তাৰ পিছতে খ্ৰীষ্টীয় ষষ্ঠদশ শতাব্দীৰ বৈকুণ্ঠনাথ কৱিৰত্ন ভাগৱত-ভট্টাচাৰ্য্যৰ বিৰচিত প্ৰথম ধৰ্ম্মমূলক গদ্য সাহিত্য পোৱা যায়। বঙ্গ দেশৰ প্ৰথম গদ্য-সাহিত্যৰ কিতাপ ১৮৮৩ খ্ৰীষ্টাব্দতহে ওলায় বুলি জনা যায়। কিন্তু দুখৰ বিষয় অসমীয়াৰ মাজত ভাষা জ্ঞানৰ অভাৱত শ শ টাই পুথি নষ্ট পাব লাগিছে আৰু তাৰ লগে লগে অসমৰ বুৰঞ্জী সম্পদো ধ্বংস হব লাগিছে।

কিছুমান ৰাষ্ট্ৰ আজি ইফাল, কাইলৈ সিফাল ; অৰ্থাৎ তেওঁলোকে ৰাষ্ট্ৰীয় আৰু পৰৰাষ্ট্ৰীয় ক্ষেত্ৰত স্থিৰ লক্ষ্য আৰু স্থিৰ নীতি উদ্ভাৱন কৰিব পৰা নাই।

সুখৰ বিষয় এই ক্ষেত্ৰত এতিয়ালৈকে ভাৰতে অধিক কৃতকাৰ্য্যতাৰ পৰিচয় দিছে আৰু ভৱিষ্যতেও যাতে সুস্থিৰ অৱস্থাত আমাৰ দেশ চলি যাব পাৰে তাৰ বাবে সকলোৱে চিন্তা আৰু যত্ন কৰা উচিত। এই অৱস্থা শান্তিৰ মাজেদি লাভ কৰিবলৈ হলে, যথাসম্ভৱ, জাতীয় আদৰ্শ আৰু ঐতিহ্যৰ লগত আৰু বহিৰ্জগতৰ প্ৰগতিৰ লগত খাপ খুৱাই নিজ দেশৰ আভ্যন্তৰিণ সাংগঠনিক পৰিবৰ্ত্তন সাধন কৰি লব লাগিব। এই বিষয়ত আমি পিছ হুঁহঁকিলে বা পলম কৰিলে দেশক যি কোনো মুহূৰ্ত্তত বিপদাপন্ন কৰা হ'ব পাৰে। এই ক্ষেত্ৰত ব্যক্তিগত স্বাৰ্থক মুখ্য কৰা আৰু সমূহীয়া স্বাৰ্থক গৌণ কৰা মনোবৃত্তি ত্যাগ কৰি উচ্চস্তৰৰ চৰিত্ৰ লৈ সকলোৱে কামত আগ বাঢ়িব পাৰিব লাগিব, তেহে দেশ ৰক্ষা পৰিব। ঠগ, প্ৰৱঞ্চনা আৰু ভণ্ডামিপূৰ্ণ কোনো দেশকেই কেৱল কোটি কোটি টকাৰ ব্যয়ৰ দ্বাৰা গঢ়িব নোৱাৰি, বৰং চৰিত্ৰ-দুৰ্ব্বল সমাজক ধনে আৰু চৰিত্ৰহীন হে কৰি তোলে। এই হ'ল আমাৰ চলিত ভাব ধাৰাৰপৰা ক'ব পৰা কথা।

কিন্তু বৰ্ত্তমান যুগত নতুন এক শ্ৰেণীৰ চিন্তাশীল লোকে বুৰঞ্জীৰ এক নতুন বস্তুবাদী ব্যাখ্যা ( dialectical materialism আৰু historical materialism ) আগ বঢ়াই পূৰ্ব্বাপৰ চলি অহা চিন্তাধাৰাৰ আমূল পৰিবৰ্ত্তন ঘটোৱাৰ উপক্ৰম কৰিছে। এই বিষয়ত তেওঁলোকক বাস্তৱ ক্ষেত্ৰত অনেকদূৰ বিজয় গতিত আগ বঢ়াও দেখা গৈছে। বস্তুবাদী ব্যাখ্যা মতে মানৱ জাতিৰ বুৰঞ্জীৰ ক্ৰমত কোনো পুনৰাবৃত্তি হব নোৱাৰে, মানৱ জাতি বিপ্লৱৰ যোগে দোপতদোপে আগ বাঢ়িয়েই গৈ আছে। যি অন্তৰ্নিহিত প্ৰাকৃতিক নিয়মমতে আদিম কালৰেপৰা মানৱ জাতিৰ বুৰঞ্জীৰ সৃষ্টি হৈছে তাক আৱিষ্কাৰ কৰাটোৱেই বস্তুবাদৰ মুখ্য উদ্দেশ্য। বুৰঞ্জীৰ এই ক্ৰম বা ক্ৰমোন্নতি মানৱ সমাজত ভৌতিক উৎপাদনৰ উৎপাদন প্ৰণালীৰ পৰিবৰ্ত্তনৰ দ্বাৰা নিয়ন্ত্ৰিত হৈছে। উৎপাদন প্ৰণালীৰ পৰিৱৰ্ত্তন অনুযায়ী সমাজত নতুন নতুন শ্ৰেণী সৃষ্টি হয়, যেনে, ভূমি-প্ৰধান ফিউডেল বা জমিদাৰী সমাজত জমিদাৰ শ্ৰেণী আৰু ৰায়ত আৰু গোলাম শ্ৰেণী ; পুজি আৰু যন্ত্ৰ-প্ৰধান পুজিবাদী বা ধন-তান্ত্ৰিক সমাজত ধনপতি বা উদ্যোগপতিৰ শ্ৰেণী আৰু শ্ৰমিক শ্ৰেণী ইত্যাদি। এই শ্ৰেণীবিলাকৰ মৌলিক শ্ৰেণী-বিৰোধৰ পৰা উদ্ভৱ হোৱা শ্ৰেণী সংগ্ৰামে আদিম কালৰে পৰা সমাজ গাঠনি আৰু তাৰ চিন্তাধাৰাৰ যিবিলাক বৈপ্লৱিক পৰিৱৰ্ত্তন ঘটাই আহিছে তাৰ প্ৰত্যেকটোৱেই পুৰণি সমাজ-ব্যৱস্থাৰ শ্ৰেণীদ্বন্দ্ব আৰু তাৰ সংশ্লিষ্ট চিন্তাধাৰা, বিশ্বাস আৰু সাহিত্য ধ্বংস কৰি মানৱ সমাজক শ্ৰেণীহীন সমাজৰ ফালে আগ বঢ়াই নিছে। বুৰঞ্জীৰ এই ক্ৰমক কোনেও বাধা দি ৰাখিব নোৱাৰে। এই ক্ৰমৰ প্ৰত্যেকটো পৰিবৰ্ত্তনেই বৈপ্লৱিক পৰিবৰ্ত্তন আৰু ইয়াৰ প্ৰত্যেকেই নতুনত্ব সৃষ্টি কৰি আহিছে, পুৰণিক দোহৰা নাই। সামাজিক অগ্ৰগতিৰ যি ঐতিহাসিক নীতি, যাক ঐতিহাসিক

বস্তুবাদ ( historical materialism ) বুলি কোৱা হৈছে, সেই মতে মানুহৰ কাৰ্য্যকলাপ কেৱল ভৌতিক পাৰিপাৰ্শ্বিকতাই নিয়ন্ত্ৰণ নকৰে, তাৰ লগত উৎপাদন ক্ষেত্ৰত মানুহে ভৌতিক জগতৰ সংস্পৰ্শৰ অভিজ্ঞতাৰপৰা লাভ কৰা জ্ঞানো থাকে। মানুহৰ মূল্য সমাজক এই প্ৰগতিৰ পথত আগ বঢ়াই নিয়াত তেওঁৰ যি ভূমিকা তাৰপৰাহে নিৰ্ণয় কৰা হয়, ব্যক্তিগত গুণ-গৰিমা বা কাৰ্য্যৰপৰা তাক নিৰ্ণয় কৰা নহয়। যিহেতু প্ৰগতিশীল সমাজ বৈ নেথাকে আৰু ঐতিহাসিক কাৰণত থাকিবও নোৱাৰে, সেইহেতু কোনো নীতি নিয়মৰ বান্ধনিৰ দ্বাৰা স্থায়ী সমাজ গঢ়িবলৈ বিচাৰটো নিৰৰ্থক। কাৰণ তেনেবোৰ নীতি-নিয়মে কেৱল তৎকালীন সমাজ-ব্যৱস্থাৰ ৰূপহে ব্যক্ত কৰে। যিহেতু সমাজ স্থাৱৰ হৈ নেথাকে, সি সদায় জঙ্গম, তেনেবোৰ মানুহে পতা নীতি-নিয়মৰ বান্ধনি সি দুদিনতে চেবাই যায়। উদাহৰণ স্বৰূপে, গ্ৰীক্ গণতন্ত্ৰৰ দাস-প্ৰথা, ফৰাচী বিপ্লৱে "মুক্তি, সমাধিকাৰ আৰু ভাতৃত্ব"ৰ নামত পুঁজিপতি শ্ৰেণীক দিয়া অবাধ শোষণ আজি বিপ্লৱী জগতে ধ্বংস কৰিব লাগিছে। এই মতবাদীসকলে আজি বুৰঞ্জীৰ গতানুগতিক ব্যাখ্যাবিলাক দলিয়াই পেলাইছে আৰু সকলো সমস্যাকে এই নতুন দৃষ্টি-ভঙ্গীৰ কষটিত পৰীক্ষা কৰিছে। এই দৃষ্টি-ভঙ্গীৰ বিষয়-বস্তু ব্যক্তিবিশেষ আৰু ব্যক্তি-বিশ্লেষণ (micro) নহয়, শ্ৰেণী-সমাজ আৰু শ্ৰেণী-স্বাৰ্থহে ( macro ), ব্যক্তিৰ ভূমিকা কোনো শ্ৰেণী-বিশেষৰ প্ৰতিনিধিত্ব কৰাটোহে মাত্ৰ। এই মতবাদে বিশ্বত আজি যি বিপ্লৱ ঘটাইছে তাক দেখি আমি আত্মতুষ্ট হৈ থকাটো বোধহয় অবোধৰ কাম হব। যতেই সত্যৰ সন্ধান পোৱা যায় তাক বিচাৰি পৰীক্ষা কৰি চোৱাটোহে বুদ্ধিমানৰ কাম, স্বাৰ্থ বা অভ্যাগত অন্ধ হৈ চলাটো প্ৰগতিশীল লক্ষণ নহয়। এই বিষয়ত আমি সজাগ নহলে ই এদিন আমাক ধুই নিব।

## আমাৰ কৰ্ত্তব্য

এতিয়া আমি আমাৰ নিজ ঠাইৰ কথালৈ আহোঁ। অসমৰ বুৰঞ্জী ক্ষেত্ৰত আমাৰ কৰিব লগীয়া অনেক কাম এতিয়াও বাকী আছে। সেইবিলাক এই ঃ

(১) দিনে দিনে ধ্বংসপ্ৰাপ্ত হোৱা অসমৰ গাঁৱে-ভূঞে সিচৰতি হৈ পৰি থকা পুৰণি অসমীয়া, টাই, বৰ্ম্মা আৰু সংস্কৃত ভাষাত লিখা অগণন বিবিধ বিষয়ৰ পুথি সংগ্ৰহ আৰু উপযুক্ত তত্ত্বাৱধানত সংৰক্ষণ কৰা ;

(২) ঐতিহাসিক তথ্যপূৰ্ণ পুৰণি মঠ-মন্দিৰ, কাৰেং আৰু তাত থকা শিলালিপিবিলাক, গড়, আলি, পুখুৰী, দলং, দেৱ-দেৱীৰ মূৰ্ত্তি, লিপিযুক্ত স্তম্ভ, প্ৰস্তৰ আদিৰ ভগ্নাৱশেষ আৰু পুৰণি কাৰুকাৰ্য্যৰ সাজ-পাৰ, অস্ত্ৰ-শস্ত্ৰ, শিল্প আৰু শিল্প বস্তু আৰু মুদ্ৰাদি যি এতিয়াও বৈছেগৈ তাক যত্নে ৰক্ষা কৰা ;

(৩) অসমৰ বুৰঞ্জীমূলক কিংবদন্তিবিলাক অনুসন্ধান কৰি কিংবদন্তি হিচাপে লিপিবদ্ধ কৰি প্ৰকাশ কৰা ;

(৪) এতিয়ালৈকে অসমীয়া ভাষাত বিভিন্ন আলোচনী আৰু অন্যান্য কাকতত সিবিলাক বুৰঞ্জীমূলক প্ৰবন্ধ প্ৰকাশ হৈছে সেইবিলাক উপযুক্ত চাই সংগ্ৰহ কৰা

আৰু যথাসম্ভৱ তাক কিতাপ আকাৰে যুগ অনুসৰি "বুৰঞ্জী গ্ৰন্থাৱলী" বা আন কোনো নাম দি খণ্ড খণ্ডকৈ প্ৰকাশ কৰা ;

(৫) সাহিত্য সভাৰ ফালৰপৰাও অসমৰ বুৰঞ্জী গৱেষণাৰ দিহা কৰি উপযুক্ত গৱেষকসকলক সেই কামত নিযুক্ত কৰিব লাগে আৰু গৱেষণাৰ পুথিবিলাক অসমীয়াত লিখাই প্ৰকাশ কৰি অসমীয়া ভাষাত বুৰঞ্জী সাহিত্যৰ সম্ভাৰ বৃদ্ধি কৰিব লাগে ;

(৬) অসমৰ মঠ-মন্দিৰ আদিত আৰু আন ঠাইত যতবিলাক শিলালিপি, তাম্ৰলিপি আদি খোদিত লিপি আছে তাৰ নকল অতি শীঘ্ৰে সংগ্ৰহ কৰাৰ দিহা কৰিব লাগে ; আৰু

(৭) সম্ভৱ হলে, সাহিত্য সভাৰ প্ৰত্যেক সাধাৰণ অধিবেশনৰ বুৰঞ্জী-শাখাৰ সভাতে একোটি অসমৰ বিষয়ে অসমীয়াত মৌলিক গৱেষণাপূৰ্ণ প্ৰবন্ধ পাঠৰ দিহা কৰিব লাগে আৰু প্ৰবন্ধ লিখকক পৰিশ্ৰমৰ বাবে উপযুক্ত পাৰিতোষিক দি সভাৰ পক্ষৰপৰা সেই প্ৰবন্ধ প্ৰকাশ কৰিব লাগে।

প্ৰাচীন যুগৰপৰা অসম যদিও গৌৰৱপূৰ্ণ বুৰঞ্জী সম্পদেৰে চহকী তথাপি অসমীয়াৰ মাজত স্বদেশ-প্ৰেমৰ অনুপ্ৰেৰণাত তাক উদঘাটন কৰাৰ চেষ্টা এতিয়াও হোৱা নাই। আমি অসমৰ বুৰঞ্জী নজনাৰ ফলত বৃহত্তৰ অসমীয়া জাতিৰ বহল দৃষ্টি-ভঙ্গীৰ পৰা খহি পৰি ঠেক গণ্ডীৰ সাম্প্ৰদায়িক মনোবৃত্তিৰে কথা ভাবিবলৈ উপক্ৰম কৰিছো। ওপৰত উল্লেখ কৰা আমাৰ কামবোৰ এতিয়ালৈকে বিশেষ একো হোৱা নাই, যি কৰা হৈছে সি আশানুৰূপ নহয়। এইবিলাক কাম যদি আমি আগ্ৰহেৰে হাতত লওঁ তেন্তে অসমীয়া জাতিৰ মৰ্য্যদা বাঢ়িব আৰু অসম চৰকাৰে সহায় নকৰি নোৱাৰিব। অসমৰ প্ৰকৃত বুৰঞ্জী নেজানিলে অসমৰ কোনো সমস্যাৰে অসমীয়াৰ হিতকৰ সমাধান হব নোৱাৰে। আশা কৰোঁ এই বিষয়ত সকলো যেন সজাগ হয়।

# পঞ্চদশ অধিৱেশনৰ সভাপতিৰ অভিভাষণ

গোৱালপাৰা, ১ নবেম্বৰ ১৯৬১

শ্ৰীপ্ৰেমধৰ চৌধুৰী

সমবেত প্ৰতিনিধিবৰ্গ আৰু সমজুৱাসকল,

বুৰঞ্জী-শাখাৰ সভাপতিৰ আসন আগ বঢ়াই দিয়াৰ বাবে আপোনালোকক ধন্যবাদ জনাইছোঁ। বুৰঞ্জীবিদ্ হিচাপে এনে হেন সন্মানৰ ভাগী হ'বলৈ পোৱা বুলি আমাৰ মনে নধৰে। লেখত লব লগীয়া বুৰঞ্জীমূলক কোনো কাৰ্য্য সম্পাদন কৰা বুলি মই ভাবিব নোৱাৰোঁ। তথাপি আপোনালোকে সভাপতি পাতি আদৰি অনাত আপোনালোকৰ ওচৰত মই কৃতজ্ঞ।

মোৰ ভাষণ অলপ আনতকৈ পৃথক ধৰণৰ হ'ব নেকি জানো! নিজে নিজে মনতে আনচি অলপ সঙ্কোচ বোধ কৰিছো, অলপ আউঁজা আউঁজা যেনো লাগিছে, পাছে,—

সুখমৰ্থো ভবেদ্ দাতুং সুখং প্ৰাণাঃ সুখং তপঃ।
সুখমন্যদ্ ভবেৎ সৰ্ব্বং দুঃখং ন্যাসস্য ৰক্ষণম্॥

এই ধৰণৰ নীতিবচনে দুৰ্ব্বল মনত সাহস দিয়ে। এই সাৰুৱা বচনটিকে সাৰোগত কৰি এই ন্যাস ৰক্ষা অৰ্থাৎ বুৰঞ্জী-শাখাৰ সভাপতিৰ ন্যস্ত গুৰুভাৰবলৈ আপোনাসবৰ আগত থিয় দিছোহি। ন্যাস-ৰক্ষাহে অতি দুৰূহ এই কথা বহু কাল আগতেই প্ৰায় খ্ৰীষ্টপূৰ্ব্ব প্ৰথম-দ্বিতীয় শতাব্দীতে কবিবৰ ভাসই কৈ গৈছে। এই সাৰুবচনতে ভৰসা ৰাখি আৰু অপাৰ কৰুণাসিন্ধু সমজুৱাসকলৰ কথা সুঁৱৰি আপোনালোকৰ আহ্বান শিৰোধাৰ্য্য কৰি ল'লো। ভাষণৰ ভুল-ভ্ৰান্তি সুধীবৃন্দই নিজ গুণে ক্ষমা কৰে যেন।

আমাৰ অসম দেশ অতি পুৰণি, এই বিষয়ে কাৰো সন্দেহ নাই। ৰামায়ণ-মহাভাৰতত আমাৰ দেশক 'প্ৰাগ্জ্যোতিষ' বোলা হৈছে। হৰিবংশ আৰু বিষ্ণু-পুৰাণতো প্ৰাগ্জ্যোতিষৰ উল্লেখ আছে; কিন্তু কামৰূপৰ নাম নাই। ব্ৰহ্মাণ্ডপুৰাণতো 'প্ৰাগ্জ্যোতিষ' নামহে পাওঁহক। কিন্তু কালিকা-পুৰাণত দুয়োটা নামৰে উল্লেখ আছে আৰু মহাকবি কালিদাসৰ গ্ৰন্থত অৰ্থাৎ ৰঘুবংশত দুয়োটা নামকে পোৱা যায়। মুঠতে এইবোৰ মহাকাব্যৰপৰা জানো যে আমাৰ অসম দেশ অতীজৰেপৰা সুপ্ৰসিদ্ধ আৰু ইয়াৰ ঐতিহ্য-সম্পদ, কৃষ্টি-কলা সুপ্ৰশস্ত।

হৰপ্পা-মহেঞ্জোদাৰো অৰ্থাৎ সিন্ধু উপত্যকাৰ সভ্যতাই পোহৰ নোপোৱালৈকে মহাপ্ৰতাপী সম্ৰাট অশোকৰ কাৰ্য্যকলাপেই নিৰ্ভৰযোগ্য আৰু লেখত লব লগীয়া হিচাপে ভাৰতত প্ৰাচীনতম বুলি অন্যতম আসন অধিকাৰ কৰি আহিছিল। অশোকৰ কোনো স্তম্ভ বা খোদিত লিপি আবহমান কাললৈকে অসমত আৱিষ্কৃত হোৱা বুলি আমি নাজানো। অসমত অশোক স্তম্ভ, অসমত বৌদ্ধ-ধৰ্ম্ম বিস্তাৰ ইত্যাদি বিষয়ে যুক্তি-তৰ্কৰ আৰম্ভ হোৱা দেখা গৈছে। ই আমাৰ হকে এটি শুভ চিন; সময়ত যদি সঁচাকৈ এই মতবাদ সুধীসমাজৰ স্বীকৃতিযোগ্য হয়, অসমৰ ইতিহাসৰ অন্বয়ৰ আৰু শকত হ'ব, সৌষ্ঠৱ বাঢ়িব। এই পৰিস্থিতিত আৰু এনে হেন দোমোজাত আমাৰ দেশৰ উল্লেখ থকা উপৰোক্ত মূল্যবান গ্ৰন্থসমূহ অসমবাসীৰ হকে আৰু বেছি মূল্যবান হৈ উঠিছে। আমাৰ কান্ধত সভাপতিৰ ভাৰ ন্যস্ত হোৱাৰ খবৰ দিয়াৰ লগে লগে সাহিত্য সভাৰ কাৰ্য্যদক্ষ প্ৰধান সম্পাদকে নিৰ্দ্দেশ-বাণীও দিলে যে ভাষণত প্ৰত্নতত্ত্বই যাই আসন পাব লাগে। 'তথাস্তু' বুলি মই স্বীকৃতি দিলো।

জনশ্ৰুতি, প্ৰবাদ, অনৈতিহাসিক-ঐতিহাসিক সাহিত্য, বৈদেশিক সাক্ষ্য, প্ৰত্নতত্ত্ব আদি সঁজুলিয়ে ইতিহাস-সঙ্কলনত বা গঠনত সহায় কৰে। এই সঁজুলি-সমুদায়ৰ ভিতৰত প্ৰত্নতত্ত্বই প্ৰথম স্থান অধিকাৰ কৰে আৰু আমাৰ ভাষণত ডক্টৰ মহেশ্বৰ নেওগৰ কথাকে ৰাখি এই বিজ্ঞানকে বিশেষ স্থান দিয়া হৈছে।

## প্ৰত্নতত্ত্ব

অতীতক লৈ যি বিজ্ঞানে চৰ্চ্চা, আলোচনা বা গৱেষণা কৰে, সেয়ে হ'ল প্ৰত্নতত্ত্ব। প্ৰত্নতত্ত্ব তিনিটা মূল শাখাত বিভক্ত—লিপি, ভাস্কৰ্য্য আৰু মুদ্ৰাচৰ্চ্চা। এই তিনি শাখাৰ ভিতৰত লিপিয়েই হৈছে বুৰঞ্জী গঠনৰ শ্ৰেষ্ঠ উপাদান, যিহেতুকে লিপিয়ে ঐতিহাসিক ঘটনাবোৰ পোনপটীয়াকৈ প্ৰকাশ কৰে। আজিৰ আলোচনাত আমাৰ ইতিহাসৰ বিষয়ে দুআষাৰ কওঁতে প্ৰত্নতত্ত্বকেই শীৰ্ষস্থান দিয়া হৈছে। প্ৰত্নতত্ত্বৰ আলম লৈ আমাৰ ইতিহাস বিশেষকৈ প্ৰাক্-আহোম যুগৰ ইতিহাসে কিমানখিনি পোহৰ পাইছে, প্ৰত্নতত্ত্বই অসম ইতিহাস সংগঠনত কিদৰে যোগান ধৰিছে, সেই কথা সঁচাকৈয়ে মন-কৰিব লগীয়া। এই প্ৰসঙ্গতে প্ৰত্নতত্ত্বৰ এটি চমু টোকা দি থওঁ।

## ভাৰতীয় আৰু অসমৰ প্ৰত্নতত্ত্ব

অষ্টাদশ শতিকাৰ প্ৰায় শেষ ভাগত ভাৰতীয় প্ৰত্নতত্ত্বমূলক সম্পদে ইষ্টইণ্ডিয়া কোম্পানীৰ কৰ্ম্মচাৰীসকলৰ মন আকৰ্ষণ কৰে। ১৭৮৪ চনত চাৰ উলিয়াম্ছ জন্‌ছৰ নিৰ্দ্দেশত এচিয়া মহাদেশৰ ইতিহাস, অতীত ঐশ্বৰ্য্য, শিল্প-কলা আদিৰ গৱেষণা কৰিবলৈ কলিকতাত এচিয়াটিক্ ছোচাইটি স্থাপিত হয়। ১৭৮৮ চনত 'এচিয়াটিক্ বিচাৰ্চ্চেছ্' নামে এখনি আলোচনী উলায়, আৰু ১৮১৪ চনত ছোচাইটিৰ কৰ্ম্মীসকলে গোটোৱা সম্পদ-সমুদায় ৰাখিবলৈ এটি সংগ্ৰহালয় স্থাপিত হয়। তেতিয়ালৈকে প্ৰত্নতত্ত্ব বিষয়ত

চৰকাৰে বিশেষ কোনো আগ্ৰহ দেখুওৱা নাছিল। অতীত গৌৰব উদ্ধাৰত বিশেষ বাপ থকা আলেক্‌জেণ্ডাৰ কানিংহামৰ সময়ত অৰ্থাৎ ১৮৬১ চনত প্ৰত্নতত্ত্বৰ এই সেনেকা অৱস্থাৰ ওৰ পৰে। ভাৰত চৰকাৰে কানিংহামক পুৰাতত্ত্ব পৰিদৰ্শক পাতি ভাৰতীয় পুৰাতত্ত্ব বিভাগ স্থাপন কৰে। দেশৰ অতীত ঐশ্বৰ্য্য সংৰক্ষণৰ চৰকাৰে দায়িত্ব স্পষ্টভাৱে স্বীকাৰ কৰা এয়ে প্ৰথম। এইদৰে কিছু কাল অতিবাহিত হয় আৰু ১৯০৪ চনত 'দি এন্‌চিয়েণ্ট্‌ মনুমেণ্টছ্‌ প্ৰিজাৰ্‌ভেছন্‌ এক্ট' অৰ্থাৎ প্ৰাচীন কীৰ্ত্তি-সংৰক্ষণ আইন যুগুত হৈ উঠে। দেশখন বিভিন্ন মণ্ডলত বিভক্ত কৰা হয় আৰু তাৰে পূব মণ্ডলত বঙ্গ উৰিষ্যাই সৈতে অসমে ঠাই পায়। ভাৰত স্বাধীন হোৱাৰ পাছত ব্যৱস্থাৰ কিছু পৰিমাণে সাল-সলনি হৈছে। ১৯৪৭ চনত 'এন্‌টিকুইটিছ এক্সপৰ্ট কন্‌ট্ৰোল এক্ট' চৰকাৰৰ বিনা অনুমতিত এশ বছৰীয়াতকৈ বেছি পুৰণি বস্তু বাহিৰলৈ পঠোৱা বা পঠোৱাৰ চেষ্টাৰ বিৰুদ্ধে শাস্তি বিধান কৰে। এই আইনৰ উদ্দেশ্য হ'ল যাতে দেশখনৰপৰা পুৰণি সম্পদ-সমুদায় নাইকিয়া নহয়। আজি দুবছৰ আগতে ১৯৫৯ চনৰ ১৫ অক্টোবৰত 'এন্‌চিয়েণ্ট মনুমেণ্টছ্‌ এণ্ড্‌ আৰ্কিঅ'লজিকেল্‌ ছাইটছ্‌ এণ্ড্‌ ৰিমেইন্‌ছ্‌ এক্ট' বলবৎ হয়। আগৰ আইনৰ ৰীতি-নীতিবোৰ উপযোগী কৰি লোৱাৰ উপৰিও স্বাধীন ভাৰতৰ বৰ্ত্তমান আইনত আৰু কিছুমান উপাদেয় ব্যৱস্থাই ঠাই পাইছে। 'ইণ্ডিয়ান্‌ আৰ্কিঅলজি' নামক ইংৰাজী সৰু কিতাপ এখনত প্ৰত্নতত্ত্ব বিভাগৰ বৰ্ত্তমান ডাইৰেক্টৰ জেনেৰেল শ্ৰীঅমলানন্দ ঘোষে ভাৰতীয় প্ৰত্নতত্ত্বৰ ইতিহাস দাঙি ধৰিছে। কেন্দ্ৰীয় চৰকাৰে এই পুথিখন ভাৰতৰ বিভিন্ন তেৰটা ভাষালৈ অনুবাদ কৰিবলৈ নিৰ্দ্দেশ দিয়ে। অসম চৰকাৰৰ শিক্ষা বিভাগৰ অনুগ্ৰহত অসমীয়া ভাষাতো এই পুথিখন ছপা হৈ ওলাইছে। (প্ৰকাশক—অসম চৰকাৰৰ বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগ, অসম।) আজি কিছু কাল আগতে অসমত এটি স্বকীয় প্ৰত্নতত্ত্ব বিভাগ স্থাপন কৰাৰ যো-জা চলিছিল। অসম চৰকাৰৰ অনুগ্ৰহত ৰাজ্যিক প্ৰত্নতত্ত্ব বিভাগ অলপতে স্থাপিত হৈছে। এই বিভাগ সংস্থাপন হোৱাৰ ফলত অতীতৰ ৰাজ্যিক স্মৃতি-চিহ্নই সমাদৰ আৰু সংৰক্ষণ পাব বুলি আশা কৰা যায়। 'জাতীয় গৌৰৱ' বুলি বিবেচিত নহলে ৰাজ্যিক কোনো অতীত সম্পদ সংৰক্ষিত হোৱাৰ ব্যৱস্থা বৰ্ত্তমানে নাই।

আগতেই কৈ আহিছো, মোৰ ভাষণ হয়তো আনতকৈ অলপ বেলেগ ধৰণৰ হ'ব। যেনে ধৰক,—এই ভাষণত কি কি হৈছে বা হ'ব ধৰিছে, কেনে ধৰণে আমাৰ বুৰঞ্জীৰ পৃষ্ঠপোষকসকল আগ বাঢ়িছে, প্ৰতিষ্ঠানসমুচয়ে কি কি সমল যোগাইছে, অনুসন্ধিৎসুসকলে ক'ত কেনেকৈ সহায়-সাৰথি পাইছে, এই ধৰণৰ কথাই এই ভাষণত আগ ভাগ পাইছে; 'এতিয়াও নহ'ল, কেতিয়ানো হ'ব, কোনে কৰিব',—এনে ধৰণৰ অনুতাপ-সূচক শব্দৰ যোজনা প্ৰায়েই আঁতৰতে ৰখা হ'ল। আপোনালোকে ভাষণৰ অন্তত আনন্দিত নহ'লেও আলাপহে কৰিব চাগৈ, বিলাপ কৰিবৰ বোধ হয় সুযোগ নাপাব।

বুৰঞ্জী বা ইতিহাস গঠনমূলক সমল-সমুদায়ৰ ভিতৰত প্ৰত্নতত্ত্বৰ মূলমন্ত্ৰ খোদিত লিপিয়েই হৈছে মুখ্য আৰু সৰ্ব্বতোভাৱে নিৰ্ভৰযোগ্য। এই কাৰণেই সভ্য জগতত কৃষ্টি-কলা, সাহিত্য-বুৰঞ্জী আদি বিষয়ত ফলি-লিপিৰ ইমান আদৰ। আজিকোপতি আৱিষ্কৃত হোৱা শিলালিপি, তামৰ ফলি, মূৰ্ত্তি-ভাস্কৰ্য্য স্থাপত্য-বিদ্যা-বিষয়ক সা-সঁজুলি আৰু পুথি-পাঁজিৰপৰা নিৰ্ভৰযোগ্য প্ৰমাণ হয় যে চতুৰ্থ শতিকাৰ প্ৰায় মাজ ভাগৰপৰা অসমত ঐতিহাসিক যুগে পাতনি মেলে। এই সময়ৰপৰা উনৈশ শতিকালৈকে অসমত বিভিন্ন ৰজাসকলে ৰাজত্ব কৰা এই সুদীৰ্ঘ কালছোৱাক মোটামুটিকৈ দুটা ভাগত বিভক্ত কৰা হয়; যেনে প্ৰাক্-আহোম যুগ আৰু আহোম যুগ।

চতুৰ্থ শতিকাৰ আগৰ ঘটনাৱলীৰ যি সম্ভেদ বা আভাস আমি পাওঁহক, সেই সকলোবোৰ এতিয়াও কল্পনা-ৰাজ্যৰ বস্তুবাজি বুলিহে ধৰিব লাগিব অন্ততঃ বিজ্ঞান-সম্মত প্ৰত্নতত্ত্বৰ কালৰপৰা, কাৰণ, প্ৰত্নতত্ত্ব হৈছে এটি বিজ্ঞান। বিশ্বস্তসূত্ৰে আৰু বৈজ্ঞানিক ধৰণে প্ৰমাণিত নহ'লে প্ৰত্নতত্ত্বই কোনো কথা মানি লবলৈ টান পায়।

অসমত আৱিষ্কৃত হোৱা খোদিত লিপিসমূহৰ ভিতৰ কামাখ্যা পাহাৰৰ পূব অঞ্চলৰ নামনিত আৱিষ্কৃত হোৱা শিলালিপিখনেই বয়সত অতি পুৰণি। লিপি থকা ঠাইডোখৰক উমাচল বোলা হয়। সেই গতিকে প্ৰকাণ্ড এটা শিলত কটা এই লিপিখনে আখ্যা পালে উমাচল শিলালিপি। এই ফলিৰ পাঠোদ্ধাৰ আৰু প্ৰবন্ধাকাৰে সবিশেষ প্ৰকাশ পোৱা বেছি দিন হোৱা নাই, সদৌ পটুৱে সমাজৰ দৃষ্টিগোচৰ হৈছেনে নাই, নাজানো। কেন্দ্ৰীয় পুৰাতত্ত্ব বিভাগৰ মুখপত্ৰ 'এপিগ্ৰাফিয়া ইণ্ডিকা'ত (একত্ৰিংশ খণ্ড, দশম সংখ্যা) এই ফলি সম্বন্ধে লিখা প্ৰবন্ধ প্ৰকাশ পাইছে। এই লিপি ভৌম-নাৰকবংশীয় সুৰেন্দ্ৰবৰ্ম্মা অৰ্থাৎ মহেন্দ্ৰবৰ্ম্মাৰ—আমাৰ সুবিখ্যাত প্ৰতাপশালী কুমাৰ ভাস্কৰ-বৰ্ম্মাৰে এজন পূৰ্ব্বপুৰুষৰ। সময় পঞ্চম শতিকা বুলি নিৰ্দ্ধাৰিত; অৱশ্যে ছন-তাৰিখ ইয়াত খোদিত নাই। লিপিত উল্লেখ পাওঁ সুৰেন্দ্ৰবৰ্ম্মাৰ নাম। আন আন লিপিত উল্লেখ থকা মহেন্দ্ৰবৰ্ম্মাৰে আন এটা নাম সুৰেন্দ্ৰবৰ্ম্মা আছিল। প্ৰাচীন ভাৰতৰ ৰজা-সকলৰ বিভিন্ন নাম থকা দেখা যায়। এই শিলালিপিখনৰ আখৰবোৰ এতিয়াও প্ৰায় জকমকীয়া হৈয়ে আছে। ফলিৰ পাঠ উদ্ধাৰ কৰোঁতে বিশেষ একো কষ্ট নহয়। ছন-তাৰিখ নাই যদিও সুৰেন্দ্ৰবৰ্ম্মাৰ নাম আৰু আখৰৰ ধৰণ-কৰণৰপৰা ক'ব পাৰি যে এই লিপি পঞ্চম শতিকাৰ। এই লিপিয়ে এটি বিশেষ কথাৰ সম্ভেদ দিয়ে। সেই সুদূৰ কালত কৃষ্ণ-অগ্ৰজ বলভদ্ৰৰ পূজা স্বতন্ত্ৰভাৱে অসমত প্ৰচলিত আছিল। আজি-কালি অৱশ্যে এই দেৱতাৰ এনে ধৰণৰ পূজাৰ প্ৰচলন নাইকিয়া হৈছে। ফলিখন মুঠতে চাৰি শাৰীৰ সমষ্টি,—

মহাৰাজাধিৰাজ-শ্ৰী-
সুৰেন্দ্ৰবৰ্ম্মণা কৃতম্
ভগৱতঃ বলভদ্ৰ-
স্বামিনায় ইদম্ গুহম্ ॥

শুদ্ধ সংস্কৃত পাঠ—

মহাৰাজাধিৰাজ-শ্ৰী-
সুৰেন্দ্ৰৱৰ্ম্মণা কৃতম্
ভগৱতঃ বলভদ্ৰ-
স্বামিনঃ (ভগৱতে বলভদ্ৰস্বামিনে) ইয়ম্ গুহা ॥

ফলিখন নিচেই চমু ; কিন্তু ইয়াত থকা কথাখিনি বিশেষভাৱে মন কৰিব লগীয়া। পঞ্চম শতিকাৰ মহাৰাজাধিৰাজ সুৰেন্দ্ৰবৰ্ম্মা বা মহেন্দ্ৰবৰ্ম্মাই গুপ্ত ৰজাসকলৰ দিনত প্ৰাগ্‌জ্যোতিষ বা কামৰূপৰ সোঁ-মাজত এইদৰেয়ে আধিপত্য চলাইছিল সেই কথা আন কোনো উপাদানৰপৰা পোৱা নাযায়। আৰু দুই এটি জানিব লগীয়া কথা এই ফলিয়ে কয়। সবিশেষ জানিব খোজাসকলে 'এপিগ্ৰাফিয়া ইণ্ডিকা'ত প্ৰকাশ পোৱা প্ৰবন্ধটি পঢ়ি চাব পাৰে। এই ফলিৰ পাছতে বয়সত পুৰণি হিছাপে বড়গঙ্গা শিলালিপি উল্লেখ-যোগ্য। পোন প্ৰথমতে স্বৰ্গীয় নলিনীকান্ত ভট্টশালীয়ে এই ফলিৰ পাঠ পঢ়ে আৰু ফলিৰ বিষয়ে প্ৰবন্ধ প্ৰকাশ কৰি অসমবাসীৰ তথা সদৌ ভাৰতবাসীৰে প্ৰীতিভাজন হয়। অৱশ্যে তেওঁৰ পাঠোদ্ধাৰত অলপ আসোঁৱাহ বৈ যায়। ফলি-লিপিৰ পাঠ পঢ়ি উলি-ৱাওঁতে অ'ত ত'ত খুঁত বৈ যোৱাটো স্বাভাৱিক। সেই গতিকে ভট্টশালীদেৱক কোনো দোষে নোছোৱে। তেখেতে পাঠ কৰামতে ফলিখনত এটা বছৰৰ উল্লেখ আছে। কিন্তু প্ৰকৃততে তাত তেনে কোনো ছন-তাৰিখ খোদিত নাই। অৱশ্যে খোদিত আখৰৰ নমুনাৰপৰা বুজা যায় যে এই ফলিৰ বয়স ষষ্ঠ শতিকা। এই ফলিয়ে প্ৰমাণ কৰি দেখুৱায় যে নগাঁও, মিকিৰ পাহাৰ, শিৱসাগৰ আদি ঠাইবোৰ কামৰূপৰ ভৌম-নাৰক ৰজাসকলৰ অধীনস্থ আছিল। ৰজা ভূতিবৰ্ম্মাই অশ্বমেধ যজ্ঞ সম্পন্ন কৰাৰ কথাও এই লিপিত আমি পাওঁহক। বিদ্যোৎসাহীসকলক বিতং বিৱৰণ 'এপিগ্ৰাফিয়া ইণ্ডিকা'ত প্ৰকাশ পোৱা প্ৰবন্ধসমূহত পাব।

কাল-ক্ৰমিকতা ৰাখি ইয়াতে উল্লেখ কৰা যায় ভাস্কৰবৰ্ম্মাৰ ডুবি তামৰ ফলি, নিধনপুৰ ফলি, হৰ্জ্জৰবৰ্ম্মাৰ তেজপুৰৰ শিলালিপি, হাইয়ংথল ফলি, বনমালবৰ্ম্মদেৱৰ ফলি ইত্যাদি, ইত্যাদি। ভাস্কৰবৰ্ম্মাৰ নিধনপুৰ ফলিৰ বিষয়ে পণ্ডিত পদ্মনাথ বিদ্যাবিনোদে বিতংকৈ আলোচনা কৰিছে। সেই বিষয়ে পুনৰুক্তি কৰাৰ আৱশ্যক নাই। কুমাৰৰ বিষয়ে কেইটিমান নতুন কথা ডুবি ফলিত পোৱা গৈছে ; তাকে উনুকিয়াই থওঁ।

আজি কিছুকাল আগতে কামৰূপ জিলাত ডুবি নামে গাওঁ এখনত এখন তামৰ ফলি পোৱা যায়। সৌভাগ্যক্ৰমে ফলিখন অসম ৰাজ্যিক সংগ্ৰহালয় পায়হি। পাঠোদ্ধাৰ কৰি কামৰূপ অনুসন্ধান সমিতিৰ মুখপত্ৰত সবিশেষ বিৱৰণিয়ে সৈতে আমি প্ৰকাশ কৰোঁ। পাছত কেন্দ্ৰীয় পুৰাতত্ত্ব বিভাগৰ মুখপত্ৰত (*E. I.*, Vol. XXX, No 47) পুনৰ ইয়াৰ আলোচনা হয়। এই ফলিয়ে কেইটিমান বিশেষ কথা ৰাইজৰ আগত দাঙি ধৰে। সুস্থিতবৰ্ম্মা যেতিয়া স্বৰ্গী হয়, তেতিয়া তেওঁৰ পুত্ৰদ্বয় সুপ্ৰতিষ্ঠিত আৰু ভাস্কৰ-বৰ্ম্মা যৌৱনৰ দুৱাৰ-দলিত। গৌড় সেনাই মহাপয়োভৰে আমাৰ দেশ আক্ৰমণ কৰিবলৈ আগ বাঢ়ি আহে। তেতিয়া দুই ককাই-ভায়ে নিজৰ মথোন অলপ সেনাৰে সৈতে

কৃষ্ণ-বলোৰাম-সদৃশ হৈ শত্ৰু সেনাৰ মাজত আতঙ্কৰ সৃষ্টি কৰে। এই গৌড়-কামৰূপ সংঘৰ্ষৰ কথা আন কোনো ঠাইত পোৱা নাযায়। এই ফলিয়ে আৰু জনায় যে কুমাৰৰ ককায়েকে প্ৰথমে ৰাজ্যভাৰ গ্ৰহণ কৰে। তেওঁ বলী, সাহসী আৰু লোকপ্ৰিয় আছিল, কিন্তু দুৰ্ভাগ্যবশতঃ তেওঁৰ অকাল মৃত্যু ঘটাত ভায়েক ভাস্কৰবৰ্ম্মা ৰজা হয়। সুপ্ৰতিষ্ঠিত অক্ষম, অকৰ্ম্মণ্য বুলি যি কুখ্যাতি আগতে আছিল আৰু প্ৰজাসকলে তেওঁক আঁতৰাই ভায়েকক ৰজা পাতে বুলি যি অমূলক তথ্য শিপাই উঠিছিল, এই ফলিয়ে সেই সকলো-বোৰ আনুমানিক আলোচনাৰ অন্ত পেলায়।

বনমালৰ তামৰ ফলিৰ বিষয়েও কেইটিমান কথা কৈ থওঁ, কাৰণ সেই কেইটি কথা এতিয়ালৈকে ভালকৈ জনাজাত হৈ উঠা নাই যেন পাইছো।

তেজপুৰ চহৰৰ ওচৰতে পৰ্ব্বতীয়া গাঁও। সেই গাঁৱত এখন তামৰ ফলি পোৱা হয়। সময়ত সেই ফলি অসম সংগ্ৰাহালয়ৰ কৰ্ত্তৃপক্ষৰ হাতত পৰেহি। এই ফলিৰ পাঠ উদ্ধাৰ হোৱাত জল্‌জল্ পট্‌পটকৈ ওলাই পৰে যে নৱম শতিকাৰ ৰজা হৰ্জ্জৰ-বৰ্ম্মাৰ পিতাকৰ নাম প্ৰালম্ভ বুলি যি ধাৰণা প্ৰচলিত আছিল, সি ভুল। এই ফলিয়ে ফট্‌ফটীয়াকৈ দেখুৱাই দিয়ে যে প্ৰালম্ভ শুদ্ধ পাঠ নহয়; শুদ্ধ পাঠ হৈছে 'সালম্ভ'। মুঠতে এই ফলিয়ে জনায় যে হৰ্জ্জৰবৰ্ম্মাৰ পিতাকৰ নাম সালম্ভ ('প্ৰালম্ভ'ৰ শুদ্ধ পাঠ) নাছিল। সালম্ভৰ এজন ভায়েক আছিল; তেওঁৰ নাম হ'ল অৱথি আৰু এই অৱথিয়েই হ'ল হৰ্জ্জৰবৰ্ম্মাৰ দেউতাক। (*E. I.*, Vol. XXIX, No. 20.)

এইদৰে অসমৰ পাল-বংশীয় ৰজাসকলৰো কেইখনমান নতুন ফলি পোৱা হৈছে; যেনে ধৰ্ম্মপালৰ খনামুখ তামৰ ফলি, ৰত্নপালৰ ফলি, ইত্যাদি। এই ফলিবোৰৰ পাঠ প্ৰকাশ পাইছে। আমাৰ দেশৰ বিভিন্ন ঠাইত পোৱা এই শিলালিপি আৰু তামৰ ফলি বহুমূলীয়া। মহাকবি কালিদাসৰ ৰঘুবংশ, চীন-দেশীয় লেখকৰ বিৱৰণ, বাণভট্টৰ হৰ্ষ-চৰিত, কল্‌হনৰ ৰাজতৰঙ্গিণী আদিয়ে অসম বুৰঞ্জীৰ (প্ৰাক্-আহোম যুগ) বহুখিনি সঁজুলি যোগাই সঁচা, কিন্তু আমাৰ দেশত আৱিষ্কৃত হোৱা লিপিসমূহৰ মূল্য অপৰিমিত। অসম-বুৰঞ্জী-সংগঠনত, বিশেষকৈ প্ৰাক্-আহোম যুগৰ ইতিহাস-ৰচনাত, এই ফলি-লিপিৰ দান অনুপম।

## অসমৰ ভাস্কৰ্য্য আৰু স্থাপত্য-বিদ্যা

আগতে উল্লেখ কৰি আহিছো যে আমাৰ ঐতিহাসিক যুগ সংক্ষেপে দুভাগত বিভক্ত, প্ৰাক্-আহোম আৰু আহোম যুগ। এই দুটা যুগকেই উপলক্ষ কৰি অসমৰ ভাস্কৰ্য্যকলা আৰু স্থাপত্যবিদ্যাৰ বিষয়ে যি হয় আলোচনা কৰা হ'ব। চাৰি শতিকাৰ-পৰা দ্বাদশ শতিকালৈকে প্ৰাক্-আহোম আৰু তাৰ পাছৰ কালছোৱা (ব্ৰিটিছ অহাৰ আগলৈকে) আহোম যুগ। এই দুয়োটা যুগলৈকে আঙুলিয়াই বিজ্ঞসকলে ভাস্কৰ্য্য আৰু স্থাপত্যবিদ্যামূলক আৱিষ্কৃত উপকৰণৰ স্বাভাৱিক বিশেষত্ব বা লক্ষণবোৰৰ ব্যাখ্যা দিছে। আৰু বৰ্ত্তমান আলোচনাতো সেই একে পথকে লোৱা হ'ল।

গোপীনাথ ৰাও ভাৰতবিখ্যাত ভাস্কৰ্য্যবিদ্। তেওঁ হিন্দু ভাস্কৰ্য্যক সংক্ষিপ্ত ভাৱে চাৰিটা বিভাগত বিভক্ত কৰিছে। চতুৰ্থ বিভাগৰ অন্তৰ্গত হৈছে উৰিষ্যা, বঙ্গ আৰু অসমৰ ভাস্কৰ্য্য। চকলা মুখ, হেলনীয়া চকু, পাতল ওঁঠ, বহল কপাল, সৰু খুঁতৰি ইত্যাদিয়েই এই বিভাগৰ বিশেষত্ব বুলি ৰাওদেৱে তেখেতৰ 'এলিমেণ্টচ্ অফ্ হিন্দু আইকনগ্ৰাফি' নামে অন্যতম গ্ৰন্থত কয়। স্বৰ্গীয় ৰাখালদাস বানাৰ্জ্জীয়ে মধ্যযুগৰ উত্তৰ-পূৱ প্ৰাদেশিক ভাস্কৰ্য্যৰ বিষয়ে বিস্তৃতভাৱে আলোচনা কৰি এই সিদ্ধান্তত উপনীত হয় যে অষ্টমৰপৰা দ্বাদশ শতিকালৈকে অৰ্থাৎ মধ্যযুগৰ শেষ হোৱাৰ দিনে এই অঞ্চলত এটা নতুন শাখাৰ উদ্ভৱ হয়। তেখেতে এই প্ৰসঙ্গত কেৱল বঙ্গ আৰু বিহাৰ-উৰিষ্যাৰ (তেতিয়া বিহাৰ-উৰিষ্যা এখন প্ৰদেশ আছিল) ভাস্কৰ্য্যৰ বিষয়েহে সবিশেষ লিখিছে, অসমৰ ভাস্কৰ্য্যৰ উল্লেখ তেওঁ কৰা নাই। অসমৰ বিভিন্ন ঠাইত পৰ্ব্বতে-কন্দৰে যিবোৰ মূৰ্ত্তি ভাস্কৰ্য্য সেই সময়ত আৱিষ্কাৰ হৈছিল, তাৰে অন্ততঃ দুই-এটি এই আলোচনাত ঠাই পাবৰ যোগ্য আছিল বুলি আমি ভাবোঁ। সি যি কি নহওক, অসমৰ অষ্টমৰপৰা দ্বাদশ শতিকাৰ ভাস্কৰ্য্যৰ বিশেষত্ব বা লক্ষণৰ লগত সমসাময়িক বিহাৰ-উৰিষ্যা আৰু বঙ্গীয় ভাস্কৰ্য্যৰ বিশেষ মিল থকা দেখা যায়। এতেকে অসমৰ ভাস্কৰ্য্যক সমকালীন বঙ্গ-বিহাৰৰ ভাস্কৰ্য্যৰে সৈতে একেটা শাখাৰ অন্তৰ্ভুক্ত কৰাটো অৱশ্যেই যুক্তিসঙ্গত হৈছে।

ভাস্কৰ্য্য-বিজ্ঞান আৰু স্থাপত্যবিদ্যা বিষয়ক ইতিহাস লেখিবলৈ অসমত আৱশ্যকীয় উপকৰণৰ যথেষ্ট অভাৱ বুলি নানাজনে নানাভাৱে মত প্ৰকাশ কৰি আহিছে। হওঁতে কথাটো একেবাৰে মিছা নহয়। কিন্তু সেই বুলিয়েই এই বিষয়ে আনুষঙ্গিক আলোচনা এটিও যে বৰ্ত্তমানে হব নোৱাৰে এনে মনে নধৰে। গোৱালপাৰা, গাৰো পাহাৰ, গুৱাহাটী, তেজপুৰ, নগাঁও, শিৱসাগৰ, লখীমপুৰ আদি ঠাইত যিবোৰ ঐতিহাসিক স্মৃতি-চিহ্ন বৰ্ত্তমানে পোৱা গৈছে, সেইখিনিৰে আলম লৈ নিবন্ধ এটি লেখিলে, সেয়ে চমুকৈ হ'লেও, অসম ভাস্কৰ্য্য আৰু স্থাপত্যবিদ্যাৰ নিশ্চয় এটি বুৰঞ্জীমূলক বিৱৰণত পৰিণত হ'ব। লগতে অসমৰ বিভিন্ন ঠাইৰপৰা সংগ্ৰহ কৰি আনি আমাৰ বাড়্যিক সংগ্ৰহালয়ত সংৰক্ষিত কৰা সামগ্ৰীখিনিও যদি তাতে যোগ কৰা হয়, তেনেহলে এই বিৱৰণ আৰু ভালেখিনি সাকৰা হৈ উঠিব বুলি আমাৰ বিশ্বাস।

## প্ৰাক্-আহোম আৰু আহোম যুগৰ মূৰ্ত্তি-ভাস্কৰ্য্য

অসমৰ বিভিন্ন ঠাইত যেনে গোৱালপাৰা, কামৰূপ, দৰং, নগাঁও আদি জিলাত প্ৰাক্-আহোম যুগৰ উত্তম শ্ৰেণীৰ ভাস্কৰ্য্য আৱিষ্কৃত হৈছে। জয়জয়তে আমি শ্ৰীসূৰ্য্য-পাহাৰৰ মূৰ্ত্তি, ভাস্কৰ্য্য আৰু খোদিত লিপিৰ বিষয়ে এটি চমু টোকা আপোনাসৱৰ আগত আগ বঢ়াওঁ।

গোৱালপাৰা চহৰৰপৰা প্ৰায় আঠ মাইলমান দক্ষিণ-পূবে শ্ৰীসূৰ্য্যপাহাৰ। এই পাহাৰত আৰু ইয়াৰ ওচৰে-পাজৰে অসংখ্য মূৰ্ত্তি-ভাস্কৰ্য্য, শিৱলিঙ্গ দেখা যায়। কথিত আছে ইয়াত হেনো এটা কম একলাখ শিৱলিঙ্গ আছে। এই পাহাৰৰ নামনিত প্ৰকাণ্ড শিলত কটা এশাৰী মূৰ্ত্তি দেখা যায়। শাৰী হৈ থকা পাঁচোটা মূৰ্ত্তি প্ৰায় একে

ধৰণৰ—আগতে কোনো কোনোৱে বিষ্ণুমূৰ্ত্তি বুলি, আকৌ আন কোনোৱে বোধিসত্ত্ব বুলি এই মূৰ্ত্তিসমূহক নিৰূপণ কৰে। এই নিৰূপণ ভ্ৰান্তিমূলক। এই পাঁচোটা শ্ৰীশ্ৰীদুৰ্গা-দেৱীৰ মূৰ্ত্তি। ভালকৈ বিশ্লেষণ কৰি চালে ওলাই পৰে যে এই শাৰী নাৰী-মূৰ্ত্তি, পুৰুষ নহয়। এই মূৰ্ত্তিসমূহ যে দুৰ্গাৰ মূৰ্ত্তি তাত কোনো সন্দেহ নাই। আৰু এঠাইত তিনিখন মূৰ্ত্তিৰ ৰূপ এটা আছে। এই তিনিটা মূৰ্ত্তি বৌদ্ধ ত্ৰিৰত্ন বুলি ক্লোৱা হৈছিল; আকৌ স্থানীয় লোকসকলে ৰাম, সীতা, লক্ষ্মণ বুলিও অভিহিত কৰাৰ কথা আমাক জনায়। এই চিনাক্তকৰণো অশুদ্ধ। প্ৰথম আৰু তৃতীয় মূৰ্ত্তিটি হ'ল শিৱৰ আৰু মাজৰ মূৰ্ত্তিটি দুৰ্গাদেৱীৰ। এই শ্ৰীসূৰ্য্য পাহাৰৰ অতীত ঐশ্বৰ্য্যলৈ লিখা প্ৰবন্ধ কামৰূপ অনুসন্ধান সমিতিৰ আলোচনীত প্ৰকাশ পাইছে। এই ভগ্নাৱশেষৰ কেইটামান শিলৰ গাত আখৰ কটা আছে। আখৰৰ চিন প্ৰায় নাইকিয়া হৈ গৈছে। অশেষ যত্নেৰে আৰু কেন্দ্ৰীয় পুৰাতত্ত্ব বিভাগৰ লিপিবিদ ডক্টৰ দীনেশচন্দ্ৰ সৰকাৰৰ লগত পৰামৰ্শ কৰি মাথোন ইয়াকে বৰ্ত্তমানে ক'ব পৰা হৈছো যে এই লিপিৰ বয়স অষ্টম-নৱম শতিকা হ'ব। লিপিত কিছুমান ভক্ত বা যাত্ৰীৰ নাম উল্লিখিত হৈছে, বিশেষ আন কোনো কথা নাই। শ্ৰীসূৰ্য্যপাহাৰৰ এই প্ৰাচীন কীৰ্ত্তিসমূহ পৰ্য্যবেক্ষণ কৰা কাৰ্য্যত গোৱাল-পাৰাৰে শ্ৰদ্ধেয় শ্ৰীউপেন্দ্ৰনাথ পাটগিৰিদেৱে বিশেষ সহায় কৰিছিল।

এইদৰে গোৱালপাৰা চহৰৰ প্ৰায় পাঁচ মাইলমান উত্তৰ-পশ্চিমে পঞ্চৰত্ন নামে ঠাইতো কিছুমান বিগ্ৰহ ওলাইছে। ইয়াত আবিষ্কৃত হোৱা বৃহৎ আকাৰৰ শিৱলিঙ্গৰপৰা বুজা যায় যে অতীজতে ইয়াত শিৱ-মন্দিৰ আছিল। শ্ৰীসূৰ্য্যপাহাৰৰ আৰু পঞ্চৰত্নৰ প্ৰাচীন ধ্বংসাৱলী সমসাময়িক হ'ব বুলি অনুমান কৰা যায়। 'মহাদেৱ পাহাৰত শিৱমন্দিৰ' নামে শ্ৰীপ্ৰসন্নানাৰায়ণ বৰুৱাই লিখা প্ৰবন্ধ আপোনালোকে বোধ হয় পঢ়িছে। অতীত ঐশ্বৰ্য্য-বিভূতিৰে গোৱালপাৰা জিলা যে বিভূষিত সেই হকে বৰুৱাদেৱৰ প্ৰাণপূৰ্ণ প্ৰবন্ধই আমাক গৌৰবাই দিয়ে। এইদৰে চিকনাঝাৰৰো চমু বিৱৰণ কিছুকাল আগতে প্ৰকাশ পাইছে।

এইবাৰ আহোঁ কামৰূপ জিলালৈ। কামাখ্যা পাহাৰৰ কিছুমান ভাস্কৰ্য্যৰ সময় সপ্তম-অষ্টম শতিকা বুলি ৰাখালদাস বানাৰ্জ্জীয়ে কেন্দ্ৰীয় পুৰাতত্ত্ব বিভাগৰ প্ৰতিবেদনত লেখি থৈ গৈছে। তেতিয়াৰ এই বিভাগৰ ডিৰেক্টৰ-জেনেৰেল বানাৰ্জ্জী আৰু আমাৰ বুৰঞ্জীবিদ্ স্বৰ্গীয় কনকলাল বৰুৱাদেৱকে আদি কৰি সুবিজ্ঞ পণ্ডিতসকলে এই ভাস্কৰ্য্য শ্ৰেণী অতি ওখ খাপৰ বুলি শলাগ লয়। মাকে কেঁচুৱাক পিয়াহ খুউৱা দৃশ্য, কৃষ্ণই বাঁহী বজাই থকা অৰ্থাৎ বেণুগোপালৰ মূৰ্ত্তিখনিয়ে অসমীয়া খনিকৰৰ কৌশল আৰু নিপুণতা সুন্দৰভাৱে প্ৰকাশ কৰে। এই পাহাৰৰে আন কিছুমান ভাস্কৰ্য্য, যেনে ভৈৰৱ মূৰ্ত্তি (পাহাৰৰ ওপৰ ভাগত অৱস্থিত), পদুম ফুল, সিংহ ইত্যাদিৰে নক্সা কটা শিলৰ দুৱাৰমুখ, গণেশ মূৰ্ত্তি (পশ্চিম ফালৰ মন্দিৰলৈ উঠা প্ৰায় মাজ ভাগত) ইত্যাদি কেন্দ্ৰীয় পুৰাতত্ত্ব বিভাগৰ দ্বাৰা বৰ্ত্তমানে সংৰক্ষিত। এই স্মৃতি-চিহ্নবোৰৰ বিশেষত্ব প্ৰশংসনীয় বুলিয়েই নিশ্চয় তেওঁলোকে ইয়াৰ সংৰক্ষণৰ ভাৰ বহন কৰিছে। এই কাৰ্য্যৰ আমি শলাগ লওঁ। চমুকৈ কামাখ্যা পাহাৰৰ ভাস্কৰ্য্যৰ বিষয়ে ইয়াকে ক'ব পাৰি যে আহোম

আৰু প্ৰাক্-আহোম এই দুয়ো যুগৰে ভাস্কৰ্য্য এই ভাৰত-বিখ্যাত মহাতীৰ্থত আজিও বিদ্যমান। এই পাহাৰৰ বিভিন্ন মূৰ্ত্তি-ভাস্কৰ্য্যৰ সময় প্ৰায় অষ্টম শতিকাৰপৰা সপ্তদশ শতিকালৈকে বুলি নিৰূপণ কৰা হয়।

গুৱাহাটী চহৰত থকা শুক্ৰেশ্বৰ দেৱালয়ৰ পাহাৰৰ গাতে কটা স্থূলকায় বিষ্ণু-জনাৰ্দ্দনৰ মূৰ্ত্তিসমূহে সকলোৰে দৃষ্টি আকৰ্ষণ কৰে। এই ভাস্কৰ্য্য আহোম যুগৰ আগৰ; সময় প্ৰায় ৮ম-৯ম শতিকা; বৰ্ত্তমানে কেন্দ্ৰীয় পুৰাতত্ত্ব বিভাগৰ দ্বাৰা সংৰক্ষিত। এইদৰে গুৱাহাটীৰ ওচৰে-পাজৰে অশ্বক্ৰান্ত, উমানন্দ আদি দেৱালয়তো প্ৰাক্-আহোম যুগৰ নানা তৰহৰ কাৰুকাৰ্য্য দেখিবলৈ পোৱা যায়। অশ্বক্ৰান্ত দেৱালয়ৰ অনন্তশায়ী বিষ্ণুৰ মূৰ্ত্তি অসমীয়া ভাস্কৰ্য্য-কলাৰ একাদশ শতিকাৰ এটি মনোৰম নিদৰ্শন।

দৰং জিলাই মূৰ্ত্তি-ভাস্কৰ্য্য বিষয়ত অসমত অন্যতম স্থান অধিকাৰ কৰিছে বুলি ক'ব পাৰি। দ-পৰ্ব্বতীয়া গাঁও তেজপুৰ চহৰৰপৰা তিনি মাইলমান নিলগত। ইয়াত আহোম যুগৰ ইটাৰে সজোৱা এটা শিৱ-মন্দিৰ আছিল। এই মন্দিৰটো আগৰ শিলৰ মন্দিৰৰ ভগ্নাৱশেষৰ ওপৰতে সজোৱা হৈছিল। ১৮৯৭ চনৰ প্ৰবল ভূমিকম্পত আহোম যুগৰ ইটাৰ মন্দিৰটো ভাগি পৰাত প্ৰাচীন মন্দিৰৰ শিলৰ দুৱাৰৰ চৌকাঠ এখন ওলাই পৰে। এই শিলৰ মন্দিৰৰ স্মৃতি-চিহ্ন গুপ্ত যুগৰ শেষ ভাগৰ অৰ্থাৎ ষষ্ঠ শতিকাৰ বুলি পৰিগণিত। এই শিলৰ চৌকাঠৰ কাৰুকাৰ্য্য অতি উচ্চ ধৰণৰ—ইয়াৰ গাত কটা পাত-লতা মূৰ্ত্তি আদিৰ সৌন্দৰ্য্যই গুপ্ত ভাস্কৰ্য্যৰ শাৰীত ঠাই পাইছে। চৌকাঠৰ তলত গঙ্গা-যমুনাৰ যি বাহুকবলীয়া অপৰূপ মূৰ্ত্তি দেখা যায় সেই মূৰ্ত্তি অসমত অতুলন। এই শিলৰ চৌকাঠৰ কাৰুকাৰ্য্যই অকল দৰং জিলাৰেই নহয় গোটেই অসমৰে নাম ভাস্কৰ্য্য কলা বিষয়ত উজ্জ্বল কৰিছে। এই ভাস্কৰ্য্য ভাৰত-বিখ্যাত বুলি ক'লে অকণো বঢ়াই কোৱা নহয়। ভাস্কৰ্য্য-কলা বিষয়ত দ-পৰ্ব্বতীয়াৰ এই বিতোপন বৈভৱে অসমত সৰ্ব্বোচ্চ স্থান পাইছে আৰু বয়সত প্ৰাচীনতম বুলি সকলোৰে বৰণীয় হৈছে। কামৰূপৰ সপ্তম শতিকাৰ ৰজা কুমাৰ ভাস্কৰবৰ্ম্মাৰ পূৰ্ব্বপুৰুষসকলৰ কোনো এজনে এই শিলৰ মন্দিৰ নিৰ্ম্মাণ কৰাইছিল বুলি কনকলাল বৰুৱাদেৱে তেখেতৰ কামৰূপ বুৰঞ্জীত ( Early History of Kamarupa ) লেখি থৈ যায়।

নগাঁও জিলাৰ ডবকা অঞ্চলত গোসাঁইজুৰি, আকাশীগঙ্গা, গছতল আদি ঠাইত পোৱা মূৰ্ত্তি-ভাস্কৰ্য্যয়ো অসমীয়া খনিকৰসকলৰ নিপুণতা প্ৰকাশ কৰে। এই ভাস্কৰ্য্যৰ সময় প্ৰায় নৱম শতিকা। এই অতীত ঐশ্বৰ্য্যসমূহৰ দুই-চাৰিখন মূৰ্ত্তি আমাৰ ৰাজ্যিক সংগ্ৰহালয়ত ৰখা হৈছে। ইয়াৰে উমালিঙ্গন মূৰ্ত্তি নৱম-দশম শতিকাৰ উত্তম নিদৰ্শন।

শিৱসাগৰ জিলাৰ গোলাঘাট মহকুমাৰ দেওপানীত পোৱা বিষ্ণুমূৰ্ত্তিখন বিশেষভাৱে উল্লেখযোগ্য। এই মূৰ্ত্তিৰ সোঁফালে অশুদ্ধ সংস্কৃত ভাষাত চাৰিশাৰী কথা কটা আছে। বিখ্যাত প্ৰত্নতাত্ত্বিক স্বৰ্গীয় কাশীনাথ দীক্ষিতে এই মূৰ্ত্তিখনি গুৱাহাটীলৈ অনায় আৰু কামৰূপ অনুসন্ধান সমিতিৰ তত্ত্বাৱধানত ৰাখে। আখৰৰ গঢ়-গতি চাই তেখেতে এই লিপিক নৱম শতিকাত ঠাই দিছে। অসমীয়া ভাস্কৰ্য্যৰ ই এটি মনোৰম নিদৰ্শন;

বৰ্ত্তমানে অসম ৰাজ্যিক সংগ্ৰহালয়ত সংৰক্ষিত। এই মহকুমাৰে নুমলীগড়ত পোৱা কেইটিমান মূৰ্ত্তিয়েও আমাৰ সংগ্ৰহালয়ত ঠাই পাইছে; সিবোৰৰ সময় প্ৰায় নৱম-দশম শতিকা। এই ঠাইতে উনুকিয়াই থওঁ যে অলপতে আৰু এটা সাত লিপি কটা মূৰ্ত্তি দেওপানীৰপৰা অনাই সংগ্ৰহালয়ত ৰখা হৈছে। এই লিপিৰ গঢ় আগৰ মূৰ্ত্তিৰ লিপিৰ নিচিনাই, সময় নৱম শতিকাই হ'ব। এইখন হৰি-হৰৰ মূৰ্ত্তি।

শিৱসাগৰ জিলাৰ ৰৰচাহাৰৰ বঙলাতে কিছুমান শিলৰ মূৰ্ত্তি সিঁচৰতি হৈ পৰি আছিল। এইবোৰ গুৱাহাটীলৈ অনোৱা হৈছে; সময় একাদশ শতিকা। সেই সময়ৰ মূৰ্ত্তি ভাস্কৰ্য্য শিৱসাগৰ চহৰত আৱিষ্কাৰ হোৱাৰ ফলত অনুমান কৰিব পাৰি যে একাদশ শতিকাত কামৰূপৰ ৰজাই এই অঞ্চলত মঠ-মন্দিৰ সজাইছিল আৰু লগতে ইয়াৰো প্ৰমাণ পোৱা যায় যে একাদশ শতিকাত আমাৰ প্ৰদেশৰ এই পূব অঞ্চল কামৰূপ ৰজা-সকলৰ শাসনাধীন আছিল।

ধাতুৰে গঢ়া অতীত সম্পদ নাই নাই বুলিও কেইপদমান অসম সংগ্ৰহালয়ত ৰখা হৈছে। যেনে, চতুৰ্ভুজ বিষ্ণু-মূৰ্ত্তি, মহিষমৰ্দ্দিনী দুৰ্গা, মনসা দেৱী ইত্যাদি। এই মূৰ্ত্তিৰ সমুদায় কাৰুকাৰ্য্য চকুত লগা। ইয়াক সুধী দৰ্শকবৃন্দই চাই-চিতি বখানি গৈছে।

## টেৰাকটা ভাস্কৰ্য্য

'টেৰাকটা' শব্দৰ অৰ্থ অতি সংক্ষেপে 'পোৰামাটি' বুলিয়েই ক'ব পাৰি। আন আন ঠাইৰ দৰে অসমতো আগৰেপৰা টেৰাকটা মূৰ্ত্তি গঢ়াৰ প্ৰথা চলিত আছিল। দ-পৰ্ব্বতীয়া শিলৰ চৌকাঠৰ লগতে কিছুমান টেৰাকটাও পোৱা হয়। এই টেৰাকটা নৰ-মূৰ্ত্তিৰ কাৰুকাৰ্য্য অতি মনোৰম, নৰৰূপৰ স্বাভাৱিকতা তাত সুন্দৰভাৱে ফুটি ওলাইছে; পাহাড়পুৰ (ৰাজশাহী জিলা) আৱিষ্কৃত হোৱা টেৰাকটাৰ লগত মিল আছে। এই টেৰাকটা ভাস্কৰ্য্যৰ সময় ষষ্ঠ শতিকা বুলি নিৰূপণ কৰা হৈছে।

## বৌদ্ধ ভাস্কৰ্য্য

বৌদ্ধ ভাস্কৰ্য্যৰ নিদৰ্শন আমাৰ ইয়াত কম পৰিমাণেহে পোৱা গৈছে। স্বৰ্গীয় কনকলাল বৰুৱাদেৱে উনুকিয়াই থোৱা বৌদ্ধ ভাস্কৰ্য্যৰ বাহিৰে আমাৰ ক'বলৈ বিশেষ নাই। আজি কেইবছৰমান আগতে গোৱালপাৰা চহৰৰ ওচৰতে পোৱা এখন টেৰাকটা মূৰ্ত্তি আমাৰ হাতত পৰে। সেইখন অসম ৰাজ্যিক সংগ্ৰহালয়ত ৰখা হৈছে। আগতে কৈ আহিছো যে, বৌদ্ধ ধৰ্ম্ম, ভাস্কৰ্য্য আদিৰ বিশেষভাৱে চৰ্চ্চা কৰিবলৈ এখন 'ছোচাইটি' গুৱাহাটীত গঠিত হৈছে। ভৱিষ্যতে সেই সংঘৰ উদ্যমত এই বিষয়ে নানা কথা উদঘাটন হ'ব বুলি আশা কৰা যায়।

## স্থাপত্য-বিদ্যা, মঠ-মন্দিৰৰ উৎপত্তি

গৃহ-নিৰ্ম্মাণ-শিল্পৰ আন এটা নাম হল বাস্তু-বিদ্যা। শাস্ত্ৰত স্থাপত্যবিদ্যাৰ অৰ্থ অতি বাহুল্যৰূপে গ্ৰহণ কৰা হয়। অৰ্থ বা যুক্তি অনুসৰি যি কোনো বস্তুকেই

সজালে গিয়ে এই বিদ্যাৰ অন্তর্গত হয় বুলি পি. কে. আচাৰ্য্যদেৱে তেখেতৰ এটি বহমূলীয়া প্ৰবন্ধত কৈছে। আমাৰ ভাষণত এই বিদ্যাৰ অৰ্থ অতি নিবদ্ধভাৱেহে লোৱা হৈছে, পুৰণি প্ৰাসাদ, মঠ-মন্দিৰ আদিহে এই বিদ্যাৰ মূল সম্পদ স্বৰূপে ধৰি লৈছোঁ।

## মঠ-মন্দিৰৰ উৎপত্তি

অতীজতে হিন্দুৰ মঠ-মন্দিৰ অতি অস্থায়ীভাৱেহে সজোৱা হৈছিল। শতপথ-ব্ৰাহ্মণত ইয়াৰ আভাস পোৱা যায়। ভুপাল ৰাজ্যৰ বেশ্‌নগৰত থকা শিলৰ বিষ্ণু-মন্দিৰৰ ভগ্নাৱশেষেই অতি পুৰণি বুলি ধৰা হয় ; তাৰ সময় খ্ৰীষ্টপূৰ্ব্ব দ্বিতীয় শতিকা। এই মন্দিৰটো কি ধৰণৰ আছিল বুজা নাযায়। আপোনালোকে জানে, অতীজতে প্ৰকৃতি-দেৱীৰ বিভিন্ন ৰূপেই, ৰৌদ্ৰ, সাম্য ইত্যাদি ভাব-ভঙ্গিমাই আছিল উপাসনাৰ হেতু। লাহে লাহে পূজাৰ পদ বা পাত্ৰ কেৱল কল্পনাৰে বিষয়-বস্তু নহৈ বাস্তৱ মূৰ্ত্তিৰ আকাৰ লবলৈ আৰম্ভ কৰে। খ্ৰীষ্টীয় শতাব্দীবোৰৰ আৰম্ভৰ লগে লগে বাস্তৱ-মূৰ্ত্তি গঢ় লৈ উঠিল। লগে লগে গঢ়ি তোলা দেৱ-দেৱীৰ মূৰ্ত্তিৰ বাসস্থানৰ আৱশ্যক হৈ পৰিল। প্ৰথমতে গছ-পাতৰ মণ্ডপ বা লতাকুঞ্জ, তাৰ পাছত নল-খাগৰিৰ পঁজা, লাহে লাহে হ'ল কাঠ ইটাৰ কুটিৰ—এইদৰে গৈ গৈ গুপ্ত ৰজাসকলৰ দিনত পূজাৰ বিষয়-বস্তু মূৰ্ত্তি-বিগ্ৰহ স্থাপনৰ অৰ্থে তৈয়াৰ হৈ উঠিল শিলৰ আৱাস। ইয়াৰে নাম হ'ল গৰ্ভগৃহ ; সি আকাৰত চাৰিচুকীয়া ; তাৰ এখন মাথোন দুৱাৰমুখ ; তাত পোহৰৰ জিলিঙনি সোমাব নোৱাৰে, গতিকে সি ঘনীভূত অন্ধকাৰৰ দ্বাৰা আচ্ছন্ন। সেইহে সি হ'ল সাধু-সন্ন্যাসীৰ ধ্যানমগ্ন হোৱাৰ উত্তম পৰিস্থিতি। এনে ধৰণৰ গহীন গৰ্ভগৃহৰ দেৱ-দেৱীৰ মূৰ্ত্তি ৰখাৰ প্ৰথা প্ৰচলিত হৈ উঠিল। এয়ে হ'ল হিন্দু মন্দিৰৰ উৎপত্তিৰ চমু ইতিহাস।

সপ্তম শতিকাৰ প্ৰায় শেষ ভাগত মন্দিৰ-নিৰ্ম্মাণ শিল্প (মধ্যকালীন বিষয়ক) প্ৰায় নিয়মানুৱৰ্ত্তিত হৈ উঠিল। মন্দিৰৰ বিশেষ বিশেষ অংশবোৰে বিভিন্ন নাম পালে। এই প্ৰসঙ্গত ইয়াকে কৈ থব পাৰি যে সমূহীয়াকৈ এই পৱিত্ৰ স্থানক (ভাৰতৰ প্ৰায় সকলো ঠাইতে) 'বিমান' বোলা হয়। পিৰামিড আকাৰৰ হৈ ওপৰলৈ উঠি যোৱা-ভাগৰ নাম 'শিখৰ', তলভাগক বোলা হয় 'গৰ্ভগৃহ', সমুখত থকা দীঘলীয়া ঘৰটোক (য'ত যাত্ৰীসকলে পূজা-অৰ্চ্চনা কৰিবলৈ গোট খায়, সেই অংশক) বোলা হয় 'মণ্ডপ'। এই মণ্ডপ আৰু গৰ্ভগৃহক লগ লগোৱা অংশৰ নাম হ'ল 'অন্তৰাল'। শিখৰৰ ওপৰত আমলক, আমলকৰ ওপৰত কলস, আৰু এই কলসৰ ওপৰতে থাকে মন্দিৰৰ বিশেষ চিহ্ন, যেনে—ত্ৰিশূল থাকে শিৱমন্দিৰত, আৰু চক্ৰ বিষ্ণু-মন্দিৰত। মোটামুটি হিছাপে উপৰোক্ত বিশেষ অংশ কেইটিৰে গঠিত হয় হিন্দুসকলৰ পুণ্যস্থান দেৱদেৱীসকলৰ দ'ল বা মঠ-মন্দিৰ। অসমৰ স্থাপত্য-শিল্পত এই লক্ষণবোৰ পৰিলক্ষিত হয়।

উত্তৰ ভাৰতীয় মন্দিৰৰ গঠন আৰু স্বৰূপৰ সম্পৰ্কত উৰিষ্যাৰ মন্দিৰসমূহেই আদৰ্শনীয়। এইবোৰেৰে সৈতে আমাৰ মন্দিৰৰ সামঞ্জস্য আছে।

পুৰণি যুগৰ অৰ্থাৎ প্ৰাক্-আহোম যুগৰ কোনো সম্পূৰ্ণ মন্দিৰ বা প্ৰাসাদ অসমত পোৱা নাযায়। নৈৰ প্ৰবল সোঁত আৰু বিজাতীয় আক্ৰমণেই এই অভাৱৰ মূল

কাৰণ বুলি বিজ্ঞসকলে ক'ব খোজে। আগতে উল্লেখ কৰি অহা ভগ্নাৱশেষবোৰৰপৰা ইয়াকে ক'ব পাৰি যে সেই যুগত অসমীয়া শিল্পীসকলে ওখ বৃহৎ আকাৰৰ শিলৰ মন্দিৰ আৰু ৰাজঅট্টালিকা নিৰ্ম্মাণ কৰিছিল। প্ৰমাণ-স্বৰূপে ডাঙৰ ডাঙৰ শিলৰ স্তম্ভ, দুৱাৰমুখ, মূৰ্দ্ধাৱৰণ আজিও বিদ্যমান। বনমাল, বলবৰ্ম্মা, ৰত্নপাল আদি ৰজাসকলৰ তামৰ ফলিয়েও ইয়াৰ প্ৰমাণ দিয়ে।

আহোম ৰজাসকলৰ দিনৰ মঠ-মন্দিৰ আলি-দ'ল ৰাজকাৰেং আদি অসমৰ প্ৰায় সকলো ঠাইতে দেখা যায়। অৱশ্যে আহোম যুগৰ শিল্প-কলাৰ উৎকৃষ্ট নিদৰ্শন শিৱসাগৰ জিলাতহে আমি পাওঁহক। আহোম ৰজাসকলৰ ৰাজধানী আদিৰেপৰা এই জিলাতেই আছিল। গোটেইখন জিলাতে আহোম ৰজাসকলৰ কীৰ্ত্তি-চিহ্ন বিয়পি আছে। ৰংঘৰ, কাৰেং, শিৱ-দ'ল, দেৱীদ'ল আদিয়ে সেই ৰজাসকলৰ কথা আজিও গৌৰৱাই ৰাখিছে। এই যুগৰে কোচ ৰজাসকলৰ কীৰ্ত্তি কামাখ্যা মন্দিৰ, হাজোৰ হয়গ্ৰীৱ-মাধৱৰ মন্দিৰ আজিও বৰ্ত্তমান। এইবোৰৰ ইতিবৃত্ত আপোনালোকৰ অৱশ্যেই সুবিদিত। আজি আকৌ ইয়াত পুনৰুল্লেখ নকৰোঁ।

## মুদ্ৰা

ষোড়শ শতিকাৰ কোচ ৰজা নৰনাৰায়ণৰ আগলৈকে অসমৰ কোনো ৰজাৰ মুদ্ৰা পোৱা নাযায়, কিন্তু প্ৰাক্-আহোম যুগত মুদ্ৰাৰ প্ৰচলনযে আছিল, সেই বিষয়ে শিলিমপুৰ লিপিৰপৰাই প্ৰমাণ পোৱা যায়। মুদ্ৰাৰ বিষয়ে এইৰূপ মাত্ৰ উনুকিয়ালো।

## বুৰঞ্জী-গৱেষণাৰ ঘাই প্ৰতিষ্ঠান

এই প্ৰতিষ্ঠান সমুদায়ৰ ভিতৰত কামৰূপ অনুসন্ধান সমিতি সৱাতকৈ পুৰণি। আইতা-ককাদেউতাৰ শাৰীত উপনীত নহ'লেও সমিতিয়েযে বৰ্ত্তমানে আই-বোপাইৰ স্থান অধিকাৰ কৰিছে, এই কথা কোনেও নুই কৰিব নোৱাৰে। বাৰ্দ্ধক্যত জিৰণি ল'লে দোষে নোছোৱে। সেই গতিকে সময়ত জিৰণি ললে সমিতিক দোষ নিদিব। আপোনালোকে বোধ হয় জানে যোৱা বছৰ এই সমিতিৰ উদ্যমত বিশেষকৈ ডক্টৰ বিৰিঞ্চিকুমাৰ বৰুৱাৰ উৎসাহ-উদগনিত কনকলাল বৰুৱা গৌৰৱণী সংখ্যা ভাৰতৰ বিভিন্ন ঠাইৰ বুৰঞ্জীবিদ্ কলাবিদসকলৰ গৱেষণামূলক ভাবাপন্ন প্ৰবন্ধেৰে প্ৰকাশিত হৈ ওলায়। আকৌ এই বছৰ হেমচন্দ্ৰ গোস্বামী গৌৰৱণী সংখ্যা যুগুত হৈ ওলাইছে। এই সংখ্যাতো সুবিখ্যাত লেখকসকলৰ প্ৰবন্ধই ঠাই পাইছে। সমিতিয়ে হয়তো সাময়িক জিৰণি ল'ব পাৰে; কিন্তু এতিয়াও শুই পৰা নাই। অসম চৰকাৰৰ বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগৰ কাৰ্য্যকলাপ তেওঁলোকে নিয়মিতভাৱে প্ৰচাৰ কৰি আহিছে, ধাপনাতে জহি-খহি উৱলি যাব ধৰা পুথি-পাঁজি আন্ধাৰ চুকৰপৰা পোহৰৰ মুখলৈ আনিছে। ৰাজ্যিক সংগ্ৰহালয় পোনতে আছিল মাথোন প্ৰত্নতত্ত্ব পৰ্য্যায়ৰ। ইয়াৰ কলেৱৰ এতিয়া দুগুণে বাঢ়িছে আৰু কেন্দ্ৰীয় চৰকাৰৰ সৰ্ব্বোচ্চ বিষয়াই এই প্ৰতিষ্ঠান বৰ্ত্তমানে বহুমুখী

সংগ্ৰহালয়ৰ শাৰীত উপনীত হৈছে বুলি মন্তব্য কৰিছে। ইতিহাস বা বুৰঞ্জীৰ গৱেষণাৰ ভৱিষ্যত উজ্জ্বল আৰু প্ৰেৰণাপূৰ্ণ বুলিয়েই আমাৰ বিশ্বাস। গুৱাহাটী বিশ্ববিদ্যালয়ৰ বিভিন্ন বিভাগৰ অধ্যাপক আৰু গৱেষণাকৰ্মী আৰু বিশ্ববিদ্যালয়ৰ মুখপত্ৰৰ যোগেদিও ঐতিহাসিক তথ্য-উদ্‌ঘাটনৰ বহুখিনি প্ৰশংসনীয় কাম হৈছে।

## নিৱেদন

বাহুল্যভাৱে লিখা অসমৰ ইতিহাস ইংৰাজী ভাষাত প্ৰকাশ পাইছে। কিন্তু অসমীয়া ভাষাত লিখা ব্যাপক বুৰঞ্জী আমাৰ নাই। অসম সাহিত্য সভাৰ প্ৰকাশন 'পৱিত্ৰ অসম' সম্পাদন কৰা আহি আৰু আদৰ্শকে আগত লৈ অসমীয়া ভাষাত এখন অসমৰ ব্যাপক বুৰঞ্জী অতি আৱশ্যকীয় হৈ উঠিছে। অসম সাহিত্য সভাই এই কাম হাতত লোৱা যুগুত হব বুলি ভাবোঁ।

## পৰিশিষ্ট ১

# সভাপতিসকলৰ জীৱনীৰ টোকা

অসম সাহিত্য সভাৰ বুৰঞ্জী অধিৱেশনসমূহৰ সভাপতিসকলৰ ভিতৰত কনকলাল বৰুৱাৰ জীৱনীৰ বিষয়ে 'অসম সাহিত্য সভা'ৰ ভাষণাৱলী'ৰ প্ৰথম ভাগত, ড' শ্ৰীসূৰ্য্য-কুমাৰ ভঞা আৰু শ্ৰীবেণুধৰ শৰ্ম্মাদেৱৰ বিষয়ে দ্বিতীয় ভাগত লিখা হৈছে। ই তিনি-গৰাকীৰ জীৱন-টোকা ইয়াত সন্নিৱিষ্ট নহ'ল। সভাপতিসকলৰ মূল্যবান প্ৰবন্ধৰ তালিকা ড' সূৰ্য্যকুমাৰ ভূঞাৰ দ্বাৰা সঙ্কলিত-সম্পাদিত 'বুৰঞ্জীমূলক প্ৰবন্ধৰ তালিকা'ত (অসম সাহিত্য সভা প্ৰকাশন) পোৱা যাব। তেনে নামাৱলীও ইয়াত সম্পূৰ্ণকৈ দিয়া নহ'ল।

### হিতেশ্বৰ বৰবৰুৱা

(1876)

হিতেশ্বৰ বৰবৰুৱা ডাঙৰীয়াৰ যোৰহাটৰ ওচৰৰ সৰুচৰাই খাতত ১৭৯৭ শকৰ ২৯ পুহত জন্ম হয়। তেওঁৰ পিতৃ ৰাজমন্ত্ৰী ভদৰি বৰবৰুৱাৰ ঘৰৰ চিকৌ গগৈ বৰুৱা। আৰ্থিক অসুবিধাৰ কাৰণে যোৰহাট চৰকাৰী উচচ ইংৰাজী স্কুলৰ প্ৰথম শ্ৰেণীলৈকে মাত্ৰ পঢ়ি তেওঁ চাহ-বাগিচাৰ কেৰেণী কামত সোমায়।

বৰবৰুৱাই ব্যক্তিগত জীৱনত কেইবাটাও শোক পালে। পত্নী ১৯১২ চনত ঢুকায়। দ্বিতীয় পুত্ৰ জিতেন ১৯১০ চনত আৰু তৃতীয় পুত্ৰ বিপিন ১৯২১ চনত ঢুকায়। ১৯৩৯ চনত তেওঁৰ মৃত্যু হয়।

তেওঁ চাহ বাগিচাত চাকৰি কৰিও একনিষ্ঠভাৱে সাহিত্য-চৰ্চ্চা কৰিছিল। তেওঁ চতুৰ্দ্দশপদী কবিতা (চনেট) আৰু অমিত্ৰাক্ষৰ কাব্যেৰে আমাৰ মাতৃভাষা চহকী কৰিলে। খণ্ড কবিতা ঢোপাকলি (১৯০২), কমতাপুৰ ধ্বংস কাব্য (১৯১২), বিৰহিনী-বিলাপ কাব্য (১৯১৩), তিৰুতাৰ আত্মদান, বা জয়মতী কাব্য (১৯১৩), আভাস কাব্য (১৯১৪), যুদ্ধক্ষেত্ৰত আহোম ৰমণী বা মূলাগাভৰু কাব্য (১৯১৫), অঙ্কিলা আৰু ডেচডিমোনা কাব্য (১৯১৭), চতুৰ্দ্দশপদী কবিতা মালচ (১৯১৯) আৰু চকুলো (১৯২২)। জাতীয় ভাব আৰু কৰুণ ৰস তেওঁৰ কাব্যৰ মূল প্ৰেৰণা। ভাৱঘন চতুৰ্দ্দশপদী কবিতা আৰু বিৱৰণমূলক কাব্য ৰচক স্বৰূপে অসমীয়া সাহিত্যত তেওঁৰ স্বকীয়া আসন আছে। ডেচডিমোনা কাব্যৰপৰা তেওঁ বৈদেহীৰ নিৰ্ব্বাসন আৰু আজলী নামৰ দুখন কাব্য লিখা বুলি অনুমান কৰিব পাৰি। তেওঁ ১৯১৪ চনত মালিতা নামৰ এখন ঐতিহাসিক উপন্যাস ৰচনা কৰে। তেওঁ লিখা আহোম যুগৰ বিস্তৃত বুৰঞ্জী 'আহোমৰ দিন' এতিয়াও অপ্ৰকাশিত। বাঁহী, আৱাহন, আলোচনা, মিলন, পত্ৰিকা আদি আলোচনীত তেওঁৰ ভালেমান প্ৰবন্ধ প্ৰকাশিত হৈছে।

## শ্ৰীপ্ৰমথনাথ চক্ৰৱৰ্ত্তী

গোৱালপাৰা জিলাত যিসকল লোকে থলুৱা অসমীয়াৰ ন্যায্য স্বত্ব অটুট ৰাখিবৰ কাৰণে চেষ্টা কৰি আহিছে আৰু বঙালীসকলৰ শোষণধৰ্ম্মী কাৰ্য্যকলাপৰ বিৰুদ্ধে যিসকলে আজিকোপতি দৃঢ়ভাৱে গৈতে যুঁজি আছে সেইসকলৰ ভিতৰত শ্ৰীপ্ৰমথনাথ চক্ৰৱৰ্ত্তী, বি.এ, বি.এল-দেৱ অন্যতম আৰু আগৰণুৱা।

ধুবুৰী মহকুমাৰ গৌৰীপুৰৰ সমীপৱৰ্ত্তী খুদিমাৰী গাঁৱত ১৮০৫ শকৰ আহিনৰ কৃষ্ণা দ্বিতীয়া তিথিত শ্ৰীপ্ৰমথনাথ চক্ৰৱৰ্ত্তীদেৱে জন্ম গ্ৰহণ কৰে। তেওঁৰ পিতৃ তাৰক-নাথ স্মৃতিৰত্ন আৰু মাতৃ ভৱানীপ্ৰিয়া দেৱী। তেওঁ গৌৰীপুৰ মধ্য ইংৰাজী স্কুলৰপৰা ১৮৯৭ চনত মাইনৰ পৰীক্ষাত উত্তীৰ্ণ হৈ চাৰিবছৰ তাৰিণীপ্ৰিয়া চতুষ্পাঠী নামৰ টোলত পঢ়ে। ১৯০৪ চনত গৌৰীপুৰৰ পি. চি. ইনষ্টিটিউটৰ প্ৰবেশিকা মহলাত উত্তীৰ্ণ হৈ গুৱাহাটীৰ কটন কলেজত পঢ়িবলৈ যায়। যথেষ্ট অসুবিধাৰ কাৰণে কটন কলেজ এৰি ছাৰ যদুনাথ সৰকাৰৰ সহায়ত পাটনাত পঢ়িবলৈ যায়। তাৰপৰা এফ্. এ., বি.এ আৰু ১৯১৪ চনত বি.এল্, মহলাত উত্তীৰ্ণ হৈ ধুবুৰীত ওকালতি আৰম্ভ কৰে।

গোৱালপাৰা জিলাত বঙলা ভাষা প্ৰচলনৰ প্ৰতিবাদ স্বৰূপে তেওঁ অসমীয়াত লিখা আৰ্জ্জি এখন আদালতত দাখিল কৰে, আৰু চিভিল চিৰস্তাদাৰ আপত্তি কৰাত তেওঁ "অসম চিভিল মেনুৱেল" দেখুৱাত উক্ত আৰ্জ্জি গ্ৰহণ কৰিবলৈ বাধ্য হয়। ১৯০২ চনত ভাইচৰয় অসমলৈ অহাৰ সময়ত এটা সম্প্ৰদায়ে গোৱালপাৰাক বঙ্গদেশৰ লগত চামিল কৰিবলৈ উঠিপৰি লাগিছিল; শ্ৰীপ্ৰমথনাথ চক্ৰৱৰ্ত্তী প্ৰমুখ্যে কেবাজনো লোকে সেই চেষ্টা ব্যৰ্থ কৰে। তেওঁ ১৯২৭ চনত গৌৰীপুৰত বঙলা ভাষা প্ৰচলনৰ প্ৰচেষ্টাও ব্যৰ্থ কৰে। ১৯৪৬ চনত ধুবুৰীৰ কেইটামান থানা পাকিস্থানৰ অন্তৰ্ভুক্ত কৰিবলৈ চেষ্টা চলোৱা আৰু ১৯৫৫ চনত ৰাজ্য পুনৰ্গঠন আয়োগ অহাৰ সময়ত শ্ৰীচক্ৰৱৰ্ত্তীয়ে বিশিষ্ট অংশ গ্ৰহণ কৰিছে। তেওঁ ১৯২৮-ৰপৰা ১৯৩১ লৈকে গোৱালপাৰা জিলা কংগ্ৰেছৰ সভাপতি আছিল।

যোৰহাটত ১৯২৯ চনত কমলাকান্ত ভট্টাচাৰ্য্যদেৱৰ সভাপতিত্বত বহা অসম সাহিত্য সভাৰ একাদশ সম্মিলনৰ শ্ৰীচক্ৰৱৰ্ত্তীদেৱ বুৰঞ্জী-শাখাৰ সভাপতি আছিল। ১৯৫৬ চনত ধুবুৰীত বহা অসম সাহিত্য সভাৰ ৰূপালী জয়ন্তী সম্মিলনত তেওঁ অভ্যৰ্থনা সমিতিৰ সভাপতিৰ ধাৰ লৈ সেই অধিবেশন বিশেষভাৱে কৃতকাৰ্য্য কৰি তুলিছিল। অসম সংৰক্ষিণী সভাৰো শ্ৰীচক্ৰৱৰ্ত্তীদেৱ অন্যতম গুৰিয়াল আছিল। ধুবুৰী কলেজ, ধুবুৰীৰ অসম সংঘ আদিতো এখেতৰ বৰঙণি উল্লেখযোগ্য। চক্ৰৱৰ্ত্তীদেৱৰ আত্মজীৱনী এখন হাতে লিখা অৱস্থাতে আছে।

## ৰজনীকুমাৰ পদ্মপতি

পুৰণি অসমৰ বুৰঞ্জী আৰু পুৰাতত্ত্বৰ গৱেষণা আৰু অনুসন্ধান কৰি কৃতিত্ব অৰ্জ্জন কৰা মনীষীসকলৰ ভিতৰত ৰজনীকুমাৰ পদ্মপতিদেৱো অন্যতম। ৰজনীকুমাৰ

পদ্মপতি ১৮৬৬ চনত তেজপুৰত জন্ম গ্ৰহণ কৰে। তেওঁৰ পিতৃৰ নাম বহুধন দাস আৰু মাতৃ মালতী। বাপেক কাপ্তান মেখী চাহাবৰ (ডিষ্ট্ৰিক্ট কলেক্টৰ) ভাষা-ভঙা কাকতী আছিল আৰু তেওঁ (বাপেক) এই কামত ১৮৪০ চনত গুৱাহাটীৰপৰা তেজপুৰলৈ আহে। তেওঁ ১৮৮৭ খ্ৰীষ্টাব্দত তেজপুৰৰ চৰকাৰী উচ্চ ইংৰাজী বিদ্যালয়ৰপৰা এণ্ট্ৰেঞ্চ মহলাত উঠে। তেওঁ ১৮৮৯ চনত এফ্.এ. পৰীক্ষা দিয়ে কিন্তু উত্তীৰ্ণ নহ'ল। ইতিমধ্যে পিতৃ-বিয়োগ হোৱাত সিমানতে ছাত্ৰ-জীৱনৰ ওৰ পৰে। তেওঁ ১৮৮৯ চনত পোনতে মঙলদৈৰ কাছাৰীত কেৰেণী কামত সোমায়। তাত চনাহ কাম কৰাৰ পিছত তেজপুৰলৈ বদলি হৈ যায়। তেওঁ ১৯১৭ চনৰ ১ জানুৱাৰীত অৱসৰ লয়। তেওঁ ১৯৪৮ চনৰ ৩ মাৰ্চ্চত ৮২ বছৰ বয়সত স্বৰ্গী হয়।

পদ্মপতিদেৱে প্ৰত্নতত্ত্ব গৱেষণাত আত্মনিয়োগ কৰিছিল। ১৯১০ চনৰ-পৰাই তেওঁ অসমৰ পুৰাতত্ত্ব সম্বন্ধে বাঁহীত ধাৰাবাহিকভাৱে কিছুমান প্ৰবন্ধ লিখে। আৱাহন, অসম সাহিত্য সভা পত্ৰিকা আদি আলোচনীত তেওঁ বুৰঞ্জীমূলক প্ৰবন্ধ লিখিছিল। তেওঁ পুৰণি অসমত ভুমুকি (১৯১১ চন) নামৰ এখন কিতাপ লিখিছিল। তেওঁ ইংৰাজীত কেইবাখনো গৱেষণামূলক পুস্তিকা লিখি প্ৰকাশ কৰিছিল। তাৰ ভিতৰত উল্লেখযোগ্য হৈছে—*A Treatise Ascertaining the Correct Sites of Places, Rivers and Mountains of India as Found in the Ramayana* (১৯২৫), *A Strange Mistake of Geographers* (১৯২৭), *An Essay on the origin of animals* (১৯৩১) *Christ as Crisna in India* (১৯৩৭) ইত্যাদি। তেওঁ অসমীয়াত লিখা প্ৰবন্ধ হৈছে দুৰ্জ্জয়া, অসমীয়া ভাষা সম্পৰ্কে (বাঁহী), অসম (সাহিত্য সভা পত্ৰিকা), অসমীয়া জীয়ৰীৰ মূৰত বোজা (ঘৰজেউতি), ছোচিয়েল হিষ্টৰী অৱ্ কামৰূপৰ বিষয়ে কেইআষাৰমান কথা (বাঁহী), চুটিয়া জাতিৰ ইতিবৃত্ত, অসমীয়া সাউদ, কলিতা বজা (আৱাহন), ইত্যাদি। তেওঁ প্ৰায়বোৰ প্ৰবন্ধতে আৰ্য্যসকল উত্তৰ-পূব চুকেদি ভাৰতত সোমায় আৰু অসমতে তেওঁলোকে পোনতে উপনিবেশ স্থাপন কৰে, এই মতটো প্ৰতিপন্ন কৰিবৰ চেষ্টা কৰিছিল।

তেওঁ গোলাঘাটত ১৯৩০ চনত মফিজুদ্দিন আহমদ হাজৰিকা চাহাবৰ সভা-পতিত্বত বহা অসম সাহিত্য সভাৰ দ্বাদশ সম্মিলনৰ বুৰঞ্জী অধিৱেশনৰ সভাপতি আছিল।

## সোণাৰাম চৌধুৰী

সোণাৰাম চৌধুৰীদেৱ ১৮৭০ চনৰ ৯ জানুৱাৰীত উত্তৰ গুৱাহাটীত জন্ম হয়। তেওঁৰ পিতৃ মনুহৰ আৰু মাক দীপেশ্বৰী। তেওঁ ১৮৯২ চনত গুৱাহাটীৰ চৰকাৰী বিদ্যালয়ৰপৰা এণ্ট্ৰেঞ্চ মহলাত উঠে। তেওঁ কলিকতাৰ মেট্ৰোপলিটান কলেজৰ (বিদ্যাসাগৰ কলেজ) এফ্.এ. শ্ৰেণীত নাম লগায়। কিন্তু শাৰীৰিক অসুস্থতাৰ বাবে এফ্.এ. মহলাত উত্তীৰ্ণ হব নোৱাৰি ঘৰলৈ উলটি আহে।

তেওঁ পোনতে গুৱাহাটীৰ কমিছনাৰৰ অফিচত শিক্ষা-নবিচৰ কামত সোমায়। ১৮৯৬ খ্ৰীষ্টাব্দত তেওঁ সেই অফিচৰ কেৰেণীৰ কামত সোমায়। চকুৰ অসুখৰ কাৰণে

তেওঁ ১৯২০ চনত অসময়তে কামৰ পৰা অৱসৰ লব লগীয়া হয়। ১৯৪২ চনৰ ২ ডিচেম্বৰত তেওঁ পৰলোকপ্ৰাপ্ত হয়।

চৌধুৰীদেৱে আজীৱন সাহিত্য-চৰ্চা আৰু প্ৰত্নতত্ত্বৰ অনুসন্ধান কৰিছিল। কৰ্ণেল গৰ্ডন আৰু হেমচন্দ্ৰ গোস্বামীকো তেওঁ কিছু পৰিমাণে বুৰঞ্জীৰ সমল যোগাইছিল। জোনাকী, আলোচনী, বাঁহী, আৱাহন, চেতনা, জয়ন্তী আদি আলোচনীত তেওঁৰ নিজ নামত আৰু হেম দাশৰথি চৌধাৰী ছদ্মনামত প্ৰকাশিত প্ৰবন্ধসমূহ আমাৰ সাহিত্যৰ মূল্যবান সম্পদ। সেইবোৰ হৈছে অসমীয়া আৰু বঙলা ভাষা, কেশৱদেৱ, আহোম কবিৰ অসমীয়া পদ ৰচনা, শ্ৰীচন্দ্ৰভাৰতী, লীলাৱতী, গুৱাহাটীৰ শিলৰ ফলি, ৰাম-সৰস্বতীৰ বংশ তালিকা, শ্ৰীৰাম কীৰ্ত্তন, শ্ৰীশঙ্কৰ-মাধৱ-সম্বাদ, প্ৰাগজ্যোতিষপুৰৰ বিষয়ে যৎকিঞ্চিৎ, কানাই বৰশী বোৱা শিল আৰু তাৰ ওচৰৰ ঠাই অনুসন্ধান, ডাক পুৰুষৰ জীৱন কাহিনী আৰু ৰচনাৱলী, বৈদ্যদেৱৰ তামৰ ফলি, কামাখ্যাৰ প্ৰতি বশিষ্ঠৰ শাপ, উত্তৰ গুৱাহাটী, ৰঙ্গশালয়ত প্ৰাগজ্যোতিষ আৰু নৰকাদি নৃপতি, বৃহদ্ধৰ্ম্ম পুৰাণত কামৰূপৰ খ্যাতি, ভাস্কৰবৰ্ম্মা, মহাভাৰতত প্ৰাগজ্যোতিষেশ্বৰ ভগদত্ত আৰু বজ্ৰদত্ত, নৰকাসুৰ আৰ্য্যনে অনাৰ্য্য, প্ৰাগজ্যোতিষ কামৰূপৰ ৰাজ্য ইত্যাদি। তেওঁ ৭ম-৮ম শ্ৰেণীৰ উপযোগী সাহিত্যবোধ নামৰ এখন ব্যাকৰণ লিখিছিল।

চৌধুৰীদেৱ শিৱসাগৰত ১৯৩১ চনত জমিদাৰ নগেন্দ্ৰনাৰায়ণ চৌধুৰীৰ সভাপতিত্বত বহা অসম সাহিত্য সভাৰ ত্ৰয়োদশ অধিবেশনৰ বুৰঞ্জী শাখাৰ সভাপতি আছিল। উল্লেখযোগ্য যে বুৰঞ্জী-শাখাৰ সভাপতিৰ অভিভাষণখন ছপা কৰিবৰ কাৰণে ২৮।১২।৩১ তাৰিখে মুকলি অধিবেশনত সাহিত্যৰথী লক্ষ্মীনাথ বেজবৰুৱাই প্ৰস্তাৱটো দাঙি ধৰিছিল।

## সৰ্ব্বেশ্বৰ শৰ্ম্মা কটকী

প্ৰত্নতাত্ত্বিক সৰ্ব্বেশ্বৰ শৰ্ম্মা কটকীদেৱৰ জন্ম হয় অসমৰ এটি পুৰণি আৰু ঐতিহ্যপূৰ্ণ পৰিয়ালত। এওঁৰ পূৰ্ব্বপুৰুষ আহোম ৰজাৰ কটকী আছিল। আগতে তেওঁলোকে নগাঁৱৰ কলিয়াবৰ অঞ্চলত বসতি কৰিছিল। পিছত মানৰ আক্ৰমণ কালত পৰিয়ালৰ কিছুমান লোক গুৱাহাটীলৈ পলাই আহি ছত্ৰাকাৰত নিগাজীকৈ থাকিবলৈ ললে। ১৮১৪ শকৰ ৩১ জেঠ দেওবাৰে গুৱাহাটীৰ ছত্ৰাকাৰতেই সৰ্ব্বেশ্বৰ কটকীৰ জন্ম হয়। তেওঁৰ পিতৃৰ নাম যোগেশ্বৰ কটকী আৰু মাতৃৰ নাম দ্ৰৌপদী দেৱী।

১৯১৪ চনত কটকীদেৱে নানা বাধা-বিঘিনি আৰু আৰ্থিক অনাটনৰ মাজেদি গুৱাহাটীৰ কলেজিয়েট স্কুলৰপৰা প্ৰৱেশিকা আৰু ১৯১৬ চনত কটন কলেজৰপৰা আই. এ. পৰীক্ষা পাছ কৰে। ১৯১৮ চনত এই কলেজৰপৰাই বি.এ. পৰীক্ষা দিয়ে; কিন্তু ঘৰুৱা বেমেজালি আৰু আৰ্থিক চিন্তাৰ মাজত উত্তীৰ্ণ হ'ব নোৱাৰিলে। কলেজত থাকোঁতেই তেওঁ *Handbook of Translation* নামৰ এখন ছাত্ৰৰ আৱশ্যকীয় কিতাপ লিখে। ইয়াৰ পিছত তেওঁৰ আৰু পৰীক্ষা দিয়া নহ'ল। আৰ্থিক দুৰৱস্থাই তেওঁক চাকৰি কৰিবলৈ বাধ্য কৰালে। কটকীদেৱে পোনতে কমিছনাৰ অফিচত

অলপ দিনৰ কাৰণে কেৰাণীৰ কাম কৰে। পিছত অৰ্থাৎ ১৯২১ চনৰ জুলাই মাহত কলেজিয়েট স্কুলত শিক্ষক হিচাপে সোমায়। মাজতে কিছুদিন ছয়গাঁও চাৰ্কেলত স্কুল ছাব্ ইন্সপেক্টৰৰ কাম কৰিছিল যদিও শেষত আকৌ কলেজিয়েট স্কুললৈ আহে। তাত তেওঁ অন্তিম কাললৈকে সুখ্যাতিৰে শিক্ষকতা কৰে। ১৯৪৬ চনৰ ১০ মেই তাৰিখে ৰক্তাল্পতা ৰোগত তেওঁ অকালতে পৰলোকগামী হয়।

কটকীদেৱৰ সৰুৰেপৰা অধ্যয়নৰ কাৰণে গভীৰ স্পৃহা আছিল। অকল সেয়ে নহয়, সাহিত্য-চৰ্চাৰ প্ৰতিও তেওঁৰ আছিল অকৃত্ৰিম ধাউতি আৰু আপ্ৰাণ প্ৰচেষ্টা। সেয়েহে ছাত্ৰ অৱস্থাৰেপৰা তেওঁ আজৰি সময়খিনি সাহিত্য-চৰ্চাত মনোনিৱেশ কৰিছিল। কটন কলেজৰ তৃতীয় বাৰ্ষিকত থাকোঁতেই তেওঁ বৰ্দ্ধমানত বহা 'অষ্টমবৰ্ষীয় বঙ্গ-সাহিত্য সম্মিলনত আচাৰ্য্য প্ৰফুল্লচন্দ্ৰ ৰায়, হৰপ্ৰসাদ শাস্ত্ৰী, ৰবীন্দ্ৰনাথ ঠাকুৰ, শৰৎচন্দ্ৰ চট্টোপাধ্যায় আদি মহান লোকসকলৰ লগত সাক্ষাত হয়। সেই সাক্ষাতেই তেওঁক মাতৃভাষা চৰ্চাৰ প্ৰতি বিশেষভাৱে অনুপ্ৰেৰণা যোগায়।

উপযুক্ত পাঠ্য-পুথিৰ অভাৱ পূৰাবৰ কাৰণে কটকীদেৱে *Handbook of Translation*(১৯১৪)-ৰ উপৰিও মুৰলী (১৯২৫) ত্ৰিবেণী (১৯২৫) অসমীয়া সাহিত্য কোষ, সাহিত্য সম্ভাৰ আদিকৈ কেইবাখনো পঢ়াশলীয়া পুথি যুগুত কৰি উলিয়ায়। ১৯২৫ চনতেই তত্ত্ব আৰু তথ্য নামৰ পুথি এখনো যুগুত কৰে। অসমীয়া ভাষাত জীৱনী-গ্ৰন্থৰ অভাৱ দেখি তেওঁ হেমকোষ-প্ৰণেতা হেমচন্দ্ৰ বৰুৱাৰ জীৱন-চৰিত আৰু প্ৰায় একে সময়তে সত্যনাথ বৰাৰ জীৱন-চৰিত নামৰ দুখন উপাদেয় জীৱনী-গ্ৰন্থ ৰচনা কৰে। ইয়াৰ বাহিৰে অসমীয়া ভাষা-সংকেত আৰু সম্পাদিত ৰাসক্ৰীড়া নাটে (১৯৩৯) কটকীদেৱৰ পাণ্ডিত্যৰ পৰিচয় দিয়ে।

স্বৰূপতে কটকীদেৱৰ কৃতিত্ব হ'ল তেওঁৰ প্ৰত্নতত্ত্বমূলক প্ৰবন্ধাৱলী আৰু গ্ৰন্থসমূহ ৰচনাত। অনুসন্ধিৎসা- আৰু গৱেষণাপ্ৰিয় কটকীদেৱে ঐতিহ্যপূৰ্ণ অসমত প্ৰাচীন লিপি ভাস্কৰ্য্য স্থাপত্য আদি বিষয়বোৰ অধ্যয়ন কৰিছিল আৰু সেই অধ্যয়নপ্ৰসূ অভিজ্ঞতা আৰু তত্ত্বতথ্যবোৰক ৰূপ দিছিল বিভিন্ন গ্ৰন্থ আৰু প্ৰবন্ধ-সমূহত।

কটকীদেৱ এজন ভাল বক্তাও আছিল। সাৰুৱা, চিন্তাশীল আৰু যুক্তিপূৰ্ণ বক্তৃতাৰ কাৰণে তেওঁ সকলোৰেপৰা উচচ প্ৰশংসা পাইছিল। তেওঁ ১৯৩৩ চনত লখীমপুৰত বহা অসম সাহিত্য সভাৰ চতুৰ্দ্দশ সম্মিলনত বুৰঞ্জী-শাখাৰ অধিবেশনৰ আৰু ১৯৩০ চনত শিৱসাগৰত বহা 'চুটিয়া সম্মিলন'ৰ চতুৰ্থ অধিবেশনত তেওঁ সভাপতিত্ব কৰে। এনেকৈ তেওঁ আৰু বহুত সভা-সমিতিত আগভাগ লৈছিল। ইয়াৰ উপৰি তেওঁ সেই সময়ত পোনতে ওলোৱা ছায়া-চিত্ৰৰ সহায়ত অসমৰ প্ৰাচীন সম্পদ সম্বন্ধে বিভিন্ন ঠাইত বক্তৃতা দি জনসাধাৰণৰ মাজত অসমৰ ঐতিহ্যৰ কথা প্ৰচাৰ কৰিছিল।

গুৱাহাটীত প্ৰতিষ্ঠিত হোৱা 'কামৰূপ অনুসন্ধান সমিতি'ৰ অন্যতম একনিষ্ঠ কৰ্মী আছিল। এই সমিতিৰ প্ৰতিনিধি হিছাপে তেওঁ লাহোৰ, পাটনা, মহীশূৰ, লক্ষ্ণৌ,

হায়দৰাবাদ, বাৰানসী আদি ভাৰতৰ মহানগৰীসমূহত বিভিন্ন সময়ত বহা সৰ্ব্ব ভাৰত প্ৰাচ্য সম্মিলনত বিভিন্ন অধিবেশনত যোগদান দিছিল আৰু দুই এখনত তেওঁ অসমৰ পুৰাতত্ত্বৰ বিষয়ে বক্তৃতা দি নিজৰ গভীৰ জ্ঞানৰ পৰিচয় দিয়াৰ লগতে অসমৰ অতীত গৌৰৱো বাহিৰত প্ৰচাৰ কৰিব পাৰিছিল।

কটকীদেৱে অসমীয়া জাতিৰ কাৰণে আৰু এটি ডাঙৰ কাম কৰি থৈ গ'ল। সি হ'ল লোপ পাবলৈ ধৰা অসমৰ পুৰণি বস্তুসমূহৰ সংগ্ৰহ। তেওঁ অনুসন্ধান সমিতিত থকা কালছোৱাতে অসমীয়া পুৰণি পুথি, ধাতু-নিৰ্ম্মিত বস্তু, অসমৰ পুৰণি নৃত্য-কলাৰ সঁজুলি, যুদ্ধৰ আহিলা আৰু ৰজাদিনীয়া দুষ্প্ৰাপ্য বস্তুবোৰ সংগ্ৰহ কৰে। কটকীদেৱৰ অকাল মৃত্যুৰ সৰাহত পৰে আৰু তাৰ ফলত তেওঁ হাতত লোৱা ভালেমান কাম আধৰুৱা হৈ থাকিল। তেওঁৰ কামত মুগ্ধ হৈ কানিংহাম চাহাবে তেওঁৰ কথা উল্লেখ কৰি কৈছিল, "এজন স্কুল-শিক্ষকৰ এনে কাৰ্য্য-কলাপত মই অশেষ গৌৰৱান্বিত" ( I am very proud of the achievements of a school teacher. )। কানিংহাম চাহাবৰ এই উক্তি যথাৰ্থ যে তাত সন্দেহ নাই।

## শ্ৰীসৰ্ব্বানন্দ ৰাজকুমাৰ

শ্ৰীসৰ্ব্বানন্দ ৰাজকুমাৰ ১৯০৯ চনৰ ৯ ছেপ্টেম্বৰত যোৰহাটত ওপজে। তেওঁৰ পিতৃৰ নাম দেৱদত্ত ৰাজকুমাৰ। তেওঁ যোৰহাট বেজবৰুৱা হাইস্কুলৰপৰা ১৯২৭ চনত প্ৰৱেশিকা আৰু ১৯৩১ চনত কটন কলেজৰপৰা দৰ্শনত দ্বিতীয় শ্ৰেণীৰ অনাৰ্ছ পাই বি.এ. মহলাত উঠে। ১৯৩৩ চনত তেওঁ ছব ডেপুটি কলেক্টৰ কামত নিযুক্ত হয়। তাৰ পিছত ক্ৰমাৎ উন্নতি কৰি বৰ্ত্তমান অতিৰিক্ত উপায়ুক্ত হৈছেগৈ।

ৰাজকুমাৰে সাময়িক পত্ৰিকাত বুৰঞ্জীমূলক প্ৰবন্ধপাতি লিখিছে। তাৰ ভিতৰত উল্লেখযোগ্য হৈছে অন্যান্য ৰজাৰ লগত আহোম ৰজাৰ বৈবাহিক সম্বন্ধ, মায়োৰা দোল, আহোম ৰজাৰ হিন্দুধৰ্ম্ম গ্ৰহণ, পৰ্ব্বতীয়া জাতিৰ লগত আহোম ৰজাৰ সম্বন্ধ, ভোমোৰাগুৰি পাহাৰ, ফাকিয়াল, পিয়লিফুকন, দোৱনীয়া ইত্যাদি। শ্ৰীৰাজকুমাৰ সাহিত্যিক-কামৰ খতিয়ান দিবৰ সময় এতিয়াও নৌ এখোন।

তেওঁ ১৯৪৭ চনত ডিব্ৰুগড়ত বহা অসম সাহিত্য সভাৰ বিংশ সম্মিলনৰ বুৰঞ্জী শাখাৰ সভাপতি আছিল।

## শ্ৰীসুৰেশচন্দ্ৰ ৰাজখোৱা

শ্ৰীসুৰেশচন্দ্ৰ ৰাজখোৱাৰ জন্ম পুৰণি শিৱসাগৰ নগৰৰ দিখৌ পাৰৰ আমোলাপটিত ১৯১৩ চনৰ ডিচেম্বৰ মাহত। তেওঁৰ পিতৃ স্বৰ্গীয় ৰায়চাহাব ইন্দ্ৰেশ্বৰ ৰাজখোৱা আৰু মাতৃ শ্ৰীযুতা হৈমৱতী দেৱী। শিৱসাগৰৰ টেঙ্গাপুখুৰী নিম্ন প্ৰাথমিক পঢ়াশালি আৰু শিৱসাগৰ উচ্চ ইংৰাজী বিদ্যালয়ত পঢ়ি সুৰেশচন্দ্ৰই ১৯৩১ চনত প্ৰথম বিভাগত উচ্চ স্থান লাভ কৰি কলিকতা বিশ্ববিদ্যালয়ৰপৰা প্ৰৱেশিকা পৰীক্ষাত উত্তীৰ্ণ হয়।

১৯৩৩ চনত কৃতী ছাত্ৰ সুৰেশচন্দ্ৰই কটন কলেজৰপৰা বিশ্ববিদ্যালয়ত একাদশ স্থান অধিকাৰ কৰি আই.এ. পাছ কৰে আৰু ১৯৩৫ চনত বুৰঞ্জীৰ অনাৰ্ছত প্ৰথম বিভাগত দ্বিতীয় স্থান লৈ বি.এ. পাছ কৰে। কলিকতা বিশ্ববিদ্যালয়ৰ স্নাতকোত্তৰ শ্ৰেণীত পঢ়ি তেওঁ ১৯৩৭ চনত প্ৰথম শ্ৰেণীত এম.এ. মহলাত উঠে আৰু সেই বছৰেই কটন কলেজত বুৰঞ্জীৰ অধ্যাপক নিযুক্ত হয়। ১৯৪৬ চনত বাৰদলৈয়ে বিলাতত অধ্যয়নৰ অৰ্থে যাত্ৰা কৰে আৰু ১৯৪৮ চনত লণ্ডন বিশ্ববিদ্যালয়ৰপৰা শিক্ষা-বিজ্ঞানৰ এম.এ. ডিগ্ৰী লাভ কৰে। বিলাতৰপৰা ঘূৰি অহাৰ অব্যৱহিত পিছৰপৰাই বাৰদলৈয়েই ১৯৪৯ চনৰপৰা অসমৰ শিক্ষা বিভাগৰ এছিষ্টেণ্ট ডাইৰেক্টৰ অৱ্ পাব্লিক ইন্‌ষ্ট্ৰাকচন, সেই চনৰে শেহচোৱাৰপৰা পূৱ অসমৰ ইন্সপেক্টৰ অৱ্ স্কুলচ, ১৯৫৫ চনৰপৰা ডেপুটি ডি.পি.আই. আৰু ১৯৫৭ চনৰপৰা অতিৰিক্ত ডি.পি.আই. হৈ ১৯৫৯-ৰ জুলাই মাহৰপৰা ডি.পি.আই. পদত অধিষ্ঠিত হৈ বাৰদলৈয়ে ডাঙৰীয়াই অসমৰ শিক্ষাৰ গতি নিয়ন্ত্ৰণ কৰিছে। বিলাতত অধ্যয়নৰ কালৰ তেওঁৰ চৰ্চাৰ বিশেষ বিষয় আছিল—শিক্ষাৰ ফালৰপৰা অসমৰ ভাষা-সমস্যা। অসমৰ বুৰঞ্জীৰ গৱেষণাত তেওঁৰ বিশেষ অনুৰক্তি। *Journal of Assam Research Society* আদি গৱেষণা আলোচনীত তেওঁৰ বুৰঞ্জীমূলক প্ৰবন্ধ আৰু Assam Tribune, গুৱাহাটী বিশ্ববিদ্যালয়ৰ প্ৰশিক্ষণ শাখাৰ মুখপত্ৰ আদি পত্ৰিকাত শিক্ষাবিষয়ক প্ৰবন্ধসমূহ প্ৰকাশ পাই আছে। ১৯৫৩ চনত ভাৰত চৰকাৰৰ শিক্ষামন্ত্ৰৰে মাধ্যমিক শিক্ষাৰ সমস্যা কেতবোৰৰ তুলনামূলক অধ্যয়ন কৰিবৰ অৰ্থে ৮ জন সভ্যেৰে গঠিত এটা আন্তৰ্জাতিক বিশেষজ্ঞৰ দলক নিয়োগ কৰে। এই দলটোৱে ভাৰতবৰ্ষ, পশ্চিম জাৰ্মানী, ডেনমাৰ্ক, ইংলণ্ড, যুক্তৰাষ্ট্ৰৰ মাধ্যমিক শিক্ষা ব্যৱস্থা আদি অধ্যয়ন কৰি ভাৰতবৰ্ষৰ উপযোগী ব্যৱস্থাসমূহ অনুমোদন কৰি এখন ৰিপোৰ্ট দাখিল কৰে। এই দলটোৰ চাৰিজন ভাৰতীয় সভ্যৰ ভিতৰত বাৰদলৈয়ো এজন আছিল।

## ডঃ শ্ৰীবিৰিঞ্চিকুমাৰ বৰুৱা

নগাঁৱৰ বিখ্যাত বৰভি বৰুৱাৰ পৰিয়ালৰ অন্যতম সুসন্তান বিজয়ৰাম বৰুৱা। সেই সময়ত তেওঁ ডাক বিভাগৰ এজন ওখ খাপৰ অসমীয়া কৰ্মচাৰী আছিল। শ্ৰীবিৰিঞ্চিকুমাৰ বৰুৱা এওঁৰে তৃতীয় পুত্ৰ। ১৯১০ চনত নগাঁও চহৰত শ্ৰীবিৰিঞ্চি-কুমাৰ বৰুৱাদেৱৰ জন্ম হয়। বৰুৱাদেৱৰ ককায়েক স্বৰ্গীয় ডাঃ ললিতকুমাৰ বৰুৱাও অসমৰ এজন নামজ্বলা চিকিৎসক, সৰবৰহী সমাজসেৱী আছিল। এওঁৱেই চিকিৎসা বিষয়ক কেইখনমান গ্ৰন্থও লিখি থৈ গৈছে। শ্ৰীবিৰিঞ্চিকুমাৰ বৰুৱাদেৱে নগাঁৱৰ মধ্য আৰু উচ্চ ইংৰাজী স্কুলত বিদ্যা লাভ কৰি ইং ১৯২৮ চনত প্ৰৱেশিকা পৰীক্ষা পাছ কৰে। ইয়াৰ পিছত কলেজীয়া শিক্ষা লাভ কৰি ১৯৩৪ চনত কলিকতা বিশ্ববিদ্যালয়ৰপৰা প্ৰথম শ্ৰেণী লৈ পালী ভাষাত এম.এ. পাছ কৰে। অসমীয়াৰ ভিতৰত বৰুৱাদেৱেই এই বিষয়ৰ প্ৰথম এম.এ.। ১৯৩৬ চনত এওঁ বি.এল. ডিগ্ৰী লাভ কৰে। ১৯৩৬ চনৰ-পৰাই বৰুৱাদেৱে চাকৰি জীৱন আৰম্ভ কৰে। পোনতে এওঁ দুবছৰ কাল কলিকতা বিশ্ববিদ্যালয়তে অধ্যাপনা কৰে। তাৰ পিছত ১৯৩৮ চনৰ ১ ছেপ্তেম্বৰৰপৰা কটন

কলেজত অসমীয়া বিভাগৰ ওৱিয়াল হিচাপে সুখ্যাতিৰে কাম কৰিবলৈ ধৰে। ১৯৪৪ চনত গোপীনাথ বৰদলৈৰ নেতৃত্বত আৰম্ভ হোৱা বিশ্ববিদ্যালয় প্ৰতিষ্ঠাৰ আন্দোলনত বৰুৱাই সক্ৰিয় অংশ গ্ৰহণ কৰে। ১৯৪৫ চনত বৰুৱাদেৱ উচ্চ শিক্ষাৰ কাৰণে বিলাতলৈ যায়। তাত লণ্ডন বিশ্ববিদ্যালয়ৰ স্কুল অব্ ওৰিয়েণ্টেল ষ্টাডিজত দুবছৰ কাল অধ্যয়ন কৰি A Cultural History of Assam নামৰ গৱেষণা-গ্ৰন্থ এখন প্ৰণয়ন কৰে। এই গ্ৰন্থখনৰ কাৰণেই ১৯৪৭ চনত লণ্ডন বিশ্ববিদ্যালয়ে তেওঁক পি.এইচ.ডি. উপাধি দান কৰে। ইয়াৰ পিছত বৰুৱাদেৱ অসমলৈ আহি অলপ দিন কটন কলেজত কাম কৰে। তাৰ পিছত ১৯৪৮ চনৰ ডিচেম্বৰৰপৰা গুৱাহাটী বিশ্ববিদ্যালয়ৰ 'ৰীডাৰ' হিচাপে নিযুক্ত হয়। অলপ দিনৰ পিছত বিশ্ববিদ্যালয়ৰ শ্ৰেণীসমূহৰ ছেক্ৰেটৰী পদবীও কৰ্তৃপক্ষই বৰুৱাদেৱক দিয়ে। ১৯৫২ চনত বৰুৱাদেৱ বিশ্ববিদ্যালয়ৰ অসমীয়া বিভাগৰ যাই প্ৰফেছৰ আৰু বলাগুৰু হয়। আৰু বৰ্তমানে তেওঁ গুৱাহাটী বিশ্ববিদ্যালয়ৰ অন্যতম কৰ্ণধাৰ।

বিশ্ববিদ্যালয়ৰ কামৰ উপৰিও বৰুৱাদেৱ আন কেইবাটাও সাহিত্য আৰু সংস্কৃতিমূলক অনুষ্ঠানৰ লগত নিবিড়ভাৱে জড়িত। ১৯৫৫ চনত তেওঁ ভাৰত চৰকাৰৰ চৰকাৰী ভাষা আয়োগৰ সদস্য হয়। বৰ্তমানে তেওঁ সাহিত্য অকাদেমীৰ কাৰ্য্যপালিকাৰ সদস্য আৰু অসমৰ উপদেষ্টা সমিতিৰ আহ্বায়ক। অত্যধিক কামৰ হেচাৰ কাৰণে তেওঁ সম্প্ৰতি বিশ্ববিদ্যালয়ৰ ছেক্ৰেটাৰী পদবীটো এৰি দিছে।

ছাত্ৰৰ অৱস্থাৰপৰাই বৰুৱাদেৱে অসমীয়া সাহিত্যলৈ নানাভাৱে বৰঙণি যোগাই আহিছে। আজিহনৰ অন্যতম শ্ৰেষ্ঠ গল্প-লেখক বীণা বৰুৱা ডক্টৰ বৰুৱা-দেৱৰ ছদ্ম নাম। এই নামেৰে বিভিন্ন গল্প লিখাৰ উপৰিও 'জীৱনৰ বাটত' নামৰ আগশাৰীৰ উপন্যাসখনো ৰচনা কৰে। সম্প্ৰতি তেওঁৰ গল্প কিছুমান 'পট পৰিৱৰ্তন' আৰু 'আঘোণী বাই' নামেৰে দুটা সংকলনত প্ৰকাশ পাইছে। এওঁৰ আন এটি ছদ্ম নাম হ'ল বাস্না বৰুৱা। এই নামেৰেও তেওঁ 'সেউজী পাতৰ কাহিনী' নামৰ আন এখন যুগান্ত-কাৰী অসমীয়া উপন্যাস ৰচনা কৰে। শিশুসকলৰ কাৰণেও বৰুৱাদেৱে মূল্যবান সাহিত্য একধাৰা ৰচনা কৰিছে। তেওঁ এসময়ত অৰুণ (১৯৩৫) আৰু ৰংঘৰ (১৯৪৮) নামৰ দুখন শিশু-আলোচনী সম্পাদনা কৰিছিল। ইয়াৰ উপৰি তেওঁ শিশুৰ উপযোগীকৈ জাতকমালা নামেৰে এখনি গল্প-পুথি আৰু চুইজাৰলেণ্ড ভ্ৰমণ নামে এখনি ভ্ৰমণ-কাহিনী লিখে।

ডক্টৰ বৰুৱাদেৱৰ পাণ্ডিত্য বিশেষকৈ প্ৰকাশ পাইছে তেওঁৰ চিন্তামূলক আৰু ভাব-গধুৰ প্ৰবন্ধাৱলী আৰু গ্ৰন্থসমূহত। অসমীয়া ভাষাৰ মৌলিক বিচাৰৰ দিশৰপৰা ভাষাবিদ্ ড° বাণীকান্ত কাকতিৰ পিছতে ডঃ বৰুৱাৰ নাম লব লাগিব। তেওঁ অসমীয়া ভাষা-বিজ্ঞান সম্পৰ্কীয় অসমীয়া ভাষা (১৯৪৯) আৰু আৰু অসমীয়া ভাষা আৰু সংস্কৃতি (১৯৫৭) নামৰ দুখন মূল্যবান গ্ৰন্থ লিখে। তাত অসমীয়া ভাষাৰ উৎপত্তি আৰু ক্ৰমবিকাশ সম্পৰ্কে সুচিন্তিতভাৱে আলোচনা কৰা হৈছে। পিছৰ গ্ৰন্থখনৰ সংস্কৃতি অধ্যায় আৰু

অসমৰ লোক সংস্কৃতি (১৯৬১) নামৰ বিৰাট গ্ৰন্থখনত অসমৰ পৰ্ব্বত আৰু ভৈয়ামবাসী-সকলৰ বিভিন্ন জাতি আৰু সম্প্ৰদায়ৰ মাজত থকা আচাৰ-নীতি লোক-বিশ্বাস, কলা-কৃষ্টি আদি সম্বন্ধে পুংখানুপুংখভাৱে আলোচনা কৰা হৈছে। ইয়াৰ উপৰি অসমীয়া সাহিত্যৰ বিষয়েও বৰুৱাদেৱে কেইবাখনো সুচিন্তিত গ্ৰন্থ অসমীয়া আৰু ইংৰাজী ভাষাত ৰচনা কৰিছে। তেওঁ Assamese Literature (১৯৪১) গ্ৰন্থত অসমীয়া সাহিত্যৰ চমু ইতিহাস দাঙি ধৰিছে। সেইদৰে অসমীয়া কথা সাহিত্য পুৰণি ভাগ (১৯৫০) গ্ৰন্থত অসমীয়া সাহিত্যৰ মধ্যযুগৰ গদ্য আৰু Modern Assamese Literature (১৯৫৭) গ্ৰন্থত আধুনিক অসমীয়া সাহিত্যৰ বিভিন্ন দিশ সম্পৰ্কে বিতংভাৱে আলোচনা কৰিছে। অসমীয়া ভাষাত সাহিত্যৰ সূত্ৰ, সংজ্ঞা আৰু লক্ষণ নিৰ্ণয়কাৰী গ্ৰন্থৰ বৰ অভাৱ। বৰুৱাদেৱে এই অভাৱলৈ লক্ষ্য ৰাখি পঞ্চম দশকৰ আৰম্ভণিতে কাব্য আৰু অভিব্যঞ্জনা নামৰ গ্ৰন্থ এখনি যুগুত কৰে। অসমীয়া শ্ৰীমন্ত শঙ্কৰদেৱৰ জীৱনী, ধৰ্ম্মমত আৰু সাহিত্য সম্পৰ্কে বৰুৱাদেৱেই Sankaradeva Vaisnava Saint of Assam (১৯৬০) গ্ৰন্থ লিখি দেশ-বিদেশত শঙ্কৰদেৱৰ প্ৰতিভাৰ বিস্তাৰত সহায় কৰিছে। বৰুৱা-দেৱৰ অকল এইখন গ্ৰন্থ বুলিয়েই নহয়, ইংৰাজীত ৰচিত আটাইকেইখন গ্ৰন্থই অসমৰ প্ৰাচীন গৌৰৱ আৰু ঐতিহ্য, সাহিত্য আৰু সংস্কৃতি অসমৰ বাহিৰত প্ৰচাৰ কৰাৰ ক্ষেত্ৰত বাৰুকৈয়ে সহায় কৰিছে। বৰুৱাদেৱে এই গ্ৰন্থবোৰৰ উপৰিও অঙ্কীয়া নাট, মহামোহ কাব্য, শ্ৰীৰাম আতা আৰু ৰামানন্দৰ গীত আদিকৈ কেইবাখনো পুৰণি অসমীয়া পুথি সম্পাদনা কৰে। সেই পুথিবোৰৰ আলোচনাবোৰেও বৰুৱাদেৱৰ পাণ্ডিত্য আৰু গভীৰ জ্ঞানৰ পৰিচয় দিয়ে। বৰুৱাদেৱে অসম সাহিত্য সভাৰ ১৯৫৫ চনত বহা বুৰঞ্জী-শাখাৰ সভাপতি ৰূপে বহুমূলীয়া ভাষণ পাঠ কৰে।

## শ্ৰীৰূপনাথ ব্ৰহ্ম

গোৱালপাৰা জিলাৰ উত্তৰ অঞ্চলৰ বাসবাৰী গাঁৱত ১৯০২ চনত শ্ৰীৰূপনাথ ব্ৰহ্মদেৱৰ জন্ম হয়। তেওঁৰ পিতৃ স্বৰজেন্দ্ৰনাথ ব্ৰহ্ম এজন বিদ্যোৎসাহী আৰু আঢ্যৱান লোক আছিল। তেওঁ কোকৰাঝাৰ প্ৰাইমেৰী স্কুলৰ বৃত্তি পৰীক্ষাত বৃত্তি লাভ কৰি ধুবুৰী চৰকাৰী হাইস্কুলত পঢ়েগৈ। তাৰপৰা প্ৰৱেশিকা মহলাত উত্তীৰ্ণ হৈ কটন কলেজৰ পৰা বি.এ. আৰু কলিকতাৰপৰা বি.এল. পৰীক্ষাত উত্তীৰ্ণ হয়। তেওঁ ধুবুৰীত ওকালতি আৰম্ভ কৰে। ১৯৩৭ চনত তেওঁ অসম বিধান সভাৰ সভ্য নিৰ্ব্বাচিত হয়। ১৯৩৮ চনত এওঁ মন্ত্ৰী হয়। তেতিয়াৰপৰা বৰ্ত্তমানলৈকে তেওঁ অসম বিধান সভাৰ সভ্য নিৰ্ব্বাচিত হৈ আহিছে আৰু মাজতে এবছৰ বাদে তেওঁ মন্ত্ৰী সভাৰ সভ্য নিয়োজিত হৈ আহিছে।

ছাত্ৰাৱস্থাৰপৰাই শ্ৰীব্ৰহ্মই ছাত্ৰ সম্মিলন আদি বিভিন্ন অনুষ্ঠানত ভাগ লৈ আৰু বৰোসকলৰ মাজত এটা জাগৰণৰ সৃষ্টি কৰিছে। শ্ৰীব্ৰহ্ম অমায়িক, সৰবৰহী আৰু সাহিত্যানুৰাগী লোক। তেওঁ গোৱালপাৰাৰ বৰো-কছাৰীসকলৰ মাজত প্ৰথম

বি. এ. আৰু বি. এল. । বৰো জাতিৰ বুৰঞ্জী, ভাষা আৰু সংস্কৃতি সম্বন্ধে তেওঁৰ জ্ঞান গভীৰ । তেওঁ সাময়িক আলোচনীত ভালেমান প্ৰবন্ধ লিখিছে । তাৰ ভিতৰত উল্লেখযোগ্য হৈছে বড়ো-কছাৰী জাতিৰ সংস্কৃতি নামত অসম সাহিত্য সভা পত্ৰিকাত ধাৰাবাহিকভাৱে ওলোৱা এলানি প্ৰবন্ধ ।

শ্ৰীব্ৰহ্ম ১৯৫৬ চনত ধুবুৰীত বহা অসম সাহিত্য সভাৰ ৰূপালী জয়ন্তী (পঞ্চবিংশ) সন্মিলনৰ বুৰঞ্জী-শাখাৰ সভাপতি আছিল ।

## শ্ৰীৰাজমোহন নাথ

শ্ৰীৰাজমোহন নাথ দেৱৰ (বি.ই, তত্ত্বভূষণ) ১৮১২ শকৰ ১৫ কাতিত (১৮৯১খ্ৰীঃ, ৩১ অক্টোবৰ) হাইলাকান্দি মহকুমাৰ বাঙ্গাউটি গাঁৱত জন্ম হয় । তেওঁ ১৯১৯ চনত হাইলাকান্দি হাইস্কুলৰপৰা প্ৰৱেশিকা আৰু ১৯২১ চনত শ্ৰীহট্ট মুৰাৰিচাঁদ কলেজৰপৰা আই.এছ্-চি. পৰীক্ষাত উত্তীৰ্ণ হয় । তেওঁ ১৯২৫ চনত শিৱপুৰ ইঞ্জিনিয়াৰিং কলেজৰপৰা বি.ই. পৰীক্ষাত উত্তীৰ্ণ হৈ অসম গৱৰ্ণমেণ্টৰ বিভাগত যোগদান কৰে । ১৯২৭ চনত তেওঁ স্থায়ী এচিষ্টেণ্ট ইঞ্জিনিয়াৰৰ বাব পায় আৰু পিছত ক্ৰমান্বয়ে উন্নতি কৰে ।

গৱৰ্ণমেণ্ট বিভাগত চাকৰি কৰিলেও শ্ৰীনাথে প্ৰাচীন ধ্বংসাৱশেষ অনুসন্ধান কৰাত মন দিয়ে । ১৯৩৫ চনত নগাঁৱত থাকোঁতে তেওঁ কেইখনমান প্ৰাচীন ফলি উদ্ধাৰ কৰে । ৰায় বাহাদুৰ কনকলাল বৰুৱাই তেওঁক পুৰাতত্ত্ব গৱেষণাত উদগনি দিয়ে । তেওঁ সাময়িক আলোচনীত প্ৰবন্ধপাতি লিখাৰ উপৰিও কেইবাখনো পুথি লিখিছে । বীৰ চিলাৰায় (১৯৪০), শ্ৰীশ্ৰীশঙ্কৰদেৱৰ বৰগীত (সম্পাদনা, ১৯৪৪), শ্ৰীশ্ৰীমাধৱদেৱৰ বৰগীত, (সম্পাদনা, ১৯৪৫), কালিয়দমন নাট (সম্পাদনা, ১৯৪৫), দৈত্যাৰি ঠাকুৰৰ শ্ৰীশ্ৰীশঙ্কৰ-দেৱ-মাধৱদেৱ চৰিত (সম্পাদনা, ১৯৪৭), ভক্তি-ৰত্নাকৰ (সম্পাদনা, ১৯৫০), গৌৰৱময় অসম (১৯৪৯) আৰু ইংৰাজী গ্ৰন্থ The Background of Assamese Culture (১৯৪৮) । তেওঁ পীতাম্বৰ ৰাজমেধি ছদ্মনামত কেইবাখনো ব্যঙ্গাত্মক পুথি লিখে,—পকামিঠৈ, তপত গাখীৰ, টেঙা দৈ, (১৯৪৬) গোটকড়াই, কাহুদি-খাৰলি আৰু চেঁচাপানী ।

তেওঁৰ উল্লেখযোগ্য প্ৰবন্ধসমূহ হৈছে কদলীৰাজ্য, প্ৰাচীন কামৰূপত কৈৱৰ্ত্ত, ভীষ্মক নগৰ, জনা গাভৰুৰ গীত, অঙ্কীয়া নাটত ভক্তিতত্ত্ব, নৰকাসুৰ বংশীয় প্ৰাচীন কামৰূপী ৰজা, প্ৰাচীন কামৰূপত বৌদ্ধধৰ্ম্ম, কলিতা জাতিৰ ইতিবৃত্ত, বুৰঞ্জীবিদৰ বিপত্তি, নুমলীগড়ৰ কাহিনী, বৰগঙ্গাৰ ধ্বংসাৱশেষ, বশিষ্ঠাশ্ৰম আৰু বৃদ্ধগঙ্গা, ডবকাৰাজ্য, প্ৰাচীন অসমত বিষ্ণু পূজা, ভাস্কৰ্য্যত প্ৰাচীন কামৰূপী নৃত্য, বৰ ভকতীয়া গাঁৱৰ বাসুদেৱ, লালমাটিৰ প্ৰাচীন ধ্বংসাৱশেষ, তুলাৰাম সেনাপতি, ভাজঘৰ, কলিতা জাতিৰ ইতিবৃত্ত, ভাস্কৰ্য্যত শালকাঠ ইত্যাদি ।

শ্ৰীনাথে ১৯৫৮ চনত তিনিচুকীয়াত বহা অসম সাহিত্য সভাৰ ষড়বিংশ সন্মিলনৰ বুৰঞ্জী অধিবেশনৰ সভাপতিত্ব কৰিছিল ।

## ড° শ্ৰীপদ্মেশ্বৰ গগৈ

১৯০৭ চনত উত্তৰ লখীমপুৰৰ অন্তৰ্গত চেতিয়া গাঁৱত শ্ৰীপদ্মেশ্বৰ গগৈদেৱৰ জন্ম হয়। তেওঁৰ দেউতাক টঙ্কেশ্বৰ গগৈ চাহ-বাগিচাৰ এজন ওপৰ খাপৰ কৰ্ম্মচাৰী আছিল। গগৈদেৱৰ মাকৰ নাম বকুলী আইদেউ। ল'ৰাশিক্ষা, গণনাপুথি আদি বচোঁতা বিখ্যাত পানীন্দ্ৰনাথ গগৈ এওঁৰ ববদেউতাক আছিল।

গগৈদেও সৰুৰেপৰা বৰ চোকা বুদ্ধিৰ ছাত্ৰ আছিল। তেওঁ পাঠশালা স্কুলতে তিনিটকীয়া জলপানী এটি লৈ ১৯১৭ চনত উত্তৰ লখীমপুৰ চৰকাৰী হাই স্কুলত পঢ়িবলৈ লয়। এনেতে ১৯১৮ চনত দেউতাক ঢুকোৱাত তেওঁ বৰ বিপদত পৰে; কিন্তু পঢ়া তেওঁ ঢিলাই নিদিলে। ১৯২৫ চনত প্ৰতিযোগিতামূলক বৃত্তি এটি লৈ তেওঁ প্ৰবেশিকা পৰীক্ষা পাছ কৰে আৰু গুৱাহাটীৰ কটন কলেজত ভৰ্ত্তি হয়। ১৯২৭ চনত অসম উপত্যকাৰ পৰীক্ষাৰ্থীৰ ভিতৰতে প্ৰথম হৈ আই.এ. পাছ কৰে। ১৯২৯ চনত কটন কলেজৰপৰাই অৰ্থনীতিত অনাৰ্ছ লৈ বি.এ. পাছ কৰে। এই চনতে তেওঁ কলিকতালৈ গৈ ৰাজনৈতিক বিজ্ঞান বিষয়ৰ এম.এ. পঢ়ে, লগতে আইনো অধ্যয়ন কৰে। ১৯৩১ চনত পেৰা-টাইফয়েদ ৰোগ হোৱা কাৰণে এম.এ. পৰীক্ষা দিব নোৱা-বিলে যদিও পিছত সেই বছৰতে আইনৰ মাধ্যমিক পৰীক্ষাটো দি পাছ কৰে। ১৯৩২ চনতহে তেওঁ এম.এ. পাছ কৰে। আৰ্থিক অনাটনৰ কাৰণে গগৈদেৱে চাকৰি কৰিব লগা হ'ল। গতিকে আইনৰ শেষ পৰীক্ষাটো দিয়া নহ'ল।

১৯৩১ চনত যোৰহাট কলেজ (এতিয়া জগন্নাথ বৰুৱা কলেজ) প্ৰতিষ্ঠিত হয়। গগৈদেৱে তাত পৌৰবিজ্ঞান আৰু অৰ্থনীতিৰ অধ্যাপক হিচাপে কিছুদিন নিচেই সামান্য ডেৰ কুৰি টকা দৰ্ম্মহাতে কাম কৰিছিল। এই কলেজত তেওঁ ১৯৪৮ চনলৈকে কাম কৰে। এই চনতে গুৱাহাটীৰ কটন কলেজত অৰ্থনীতি বিষয়ত এম.এ. শ্ৰেণী খোলাত গগৈদেৱ তাত অৰ্থনীতিৰ সহকাৰী অধ্যাপক হিচাপে কিছুদিন কাম কৰে। কিন্তু সেই চনতে গুৱাহাটী বিশ্ববিদ্যালয় স্থাপিত হোৱাত এম.এ. শ্ৰেণীৰ অৰ্থনীতি বিভাগটো কটন কলেজৰপৰা উঠাই বিশ্ববিদ্যালয়ত খোলে। গগৈদেৱে সেই চনতে প্ৰথম নবে-ম্বৰত বিশ্ববিদ্যালয়ৰ স্নাতক নিম্ন শ্ৰেণীৰ বাণিজ্য শাখাৰ অৰ্থনীতি বিভাগৰ অধ্যাপক হয়গৈ। মাজতে অৰ্থাৎ ১৯৫৭-৫৮ চনত এবছৰমান কাল ধুবুৰী কলেজৰ অধ্যক্ষ হিচাপে সুখ্যাতিৰে কাম কৰিছিল যদিও গগৈদেৱে আগৰ কামলৈ উলটি আহে। বৰ্ত্তমানে তেওঁ গুৱাহাটী বিশ্ববিদ্যালয়ৰ বাণিজ্য শাখাৰ স্নাতক নিম্ন শ্ৰেণীৰ অসমীয়া আৰু অৰ্থনীতিৰ উপৰি স্নাতকোত্তৰ শ্ৰেণীৰ অৰ্থনীতি বিষয়ত অধ্যাপনা কৰি আছে।

শ্ৰীগগৈদেও আছিল সৰুৰেপৰা অধ্যয়নশীল আৰু তত্ত্বান্বেষী। তেওঁ নানা পুথি অধ্যয়ন কৰি বহুতো চিন্তামূলক প্ৰবন্ধ ৰচনা কৰিছে। ১৯৫০ চনত গগৈদেৱে Westward Migration of the Tai বুলি প্ৰবন্ধ এটি ৰচনা কৰে। এই প্ৰবন্ধ পঢ়ি ড° বাণীকান্ত কাকতিয়ে সেই বিষয়ে গৱেষণা ডিগ্ৰী লাভৰ উদ্দেশ্যে এখন পুথি লিখিবলৈ গগৈক উদগনি দিবলৈ ধৰিলে। কাকতিদেৱৰ উদগনি পায়ে

গগৈদেৱে আহোম ভাষা শিকি গৱেষণা কাম আৰম্ভ কৰিলে। ১৯৬১ চনৰ ফেব্ৰুৱাৰী মাহত গুৱাহাটী বিশ্ববিদ্যালয়ৰপৰা তেওঁৰ ডি.ফিল. উপাধি পায় The Tai and the Tai Kingdom in Assam নামে আঠোটা অধ্যায়ত বিভক্ত গৱেষণা গ্ৰন্থখনৰ বাবে। গগৈদেৱে অসমীয়া সাহিত্যলৈ যিখিনি দান আগ বঢ়াইছে সেই আটাইখিনিয়ে চিন্তামূলক মূল্যবান প্ৰবন্ধৰ আকাৰত। তেওঁ যোৰহাট কলেজত কাম কৰি থাকোঁতেই চিন্তাৱলী নামৰ প্ৰবন্ধৰ পুথি সম্পাদনা কৰে।

## শ্ৰীপ্ৰেমধৰ চৌধুৰী

শ্ৰীপ্ৰেমধৰ চৌধুৰী উত্তৰ গুৱাহাটীৰ বংমহলৰ ৺ভূধৰ চৌধুৰীৰ তৃতীয় পুত্ৰ। তেখেতে কলিকতা বিশ্ববিদ্যালয়ৰপৰা বুৰঞ্জী আৰু লিপিবিজ্ঞান বিভাগত দ্বিতীয় শ্ৰেণীৰ প্ৰথম স্থান অধিকাৰ কৰি সংস্কৃতৰ এম.এ. পৰীক্ষাত উত্তীৰ্ণ হয় লগতে বি. এল. উপাধিও লয়। তাৰ পিছত অসম চৰকাৰে তেখেতক চৰকাৰৰ বিদ্যাৰ্থী হিছাপে বাছি লৈ এটি বৃত্তি দি প্ৰত্নতত্ত্বৰ শিক্ষা লবলৈ কলিকতাৰ ভাৰতীয় সংগ্ৰহালয়লৈ পঠায় আৰু তাত এবছৰ শিক্ষা লাভ কৰি অসম ৰাজ্যিক সংগ্ৰহালয়ৰ অধ্যক্ষ পদত নিযুক্ত হয়। তেখেতেই অসম ৰাজ্যিক সংগ্ৰহালয়ৰ প্ৰথম অধ্যক্ষ। প্ৰাচীন লিপি বিষয়ত তেখেতৰ অবিৰল ব্যুৎপত্তি আছে। বিশেষ উল্লেখযোগ্য, শ্ৰীচৌধুৰীয়ে ডুবিত পোৱা ভাস্কৰবৰ্ম্মাৰ তাম্ৰফলি আৰু নীলাচলৰ কাষৰৰ উমাচলৰ সুৰেন্দ্ৰবৰ্ম্মাৰ শিলালিপি আদিৰ পাঠ উদ্ধাৰ কৰে। তেখেতৰ কেইবাটিও গৱেষণামূলক প্ৰবন্ধ কেন্দ্ৰীয় চৰকাৰৰ মুখপত্ৰ Epiqraphia Indica-ত প্ৰকাশ পাইছে। ভাৰতৰ বিভিন্ন ঠাইত বহা ভাৰতীয় বুৰঞ্জী কংগ্ৰেছ, ভাৰতীয় পুৰাতত্ত্ব সভা, ভাৰতীয় সংগ্ৰহালয় সভা আদিত অসমৰ প্ৰতিনিধি হিছাপে অনেকবাৰ যোগদান দি তেখেতে উক্ত সভাবোৰত বিবিধ বিষয়ৰ বহুমূল্য প্ৰবন্ধ পাঠ কৰিছে। চৌধুৰী ডাঙৰীয়াই কিছুদিন আগতে ভাৰতীয় সংগ্ৰহালয়ৰ সভাত অসমৰ প্ৰতিনিধি-ৰূপে যোগদান দি যুক্তি-তৰ্কেৰে অসম ৰাজ্যিক সংগ্ৰহালয়ৰ উন্নতিৰ কাৰণে কেন্দ্ৰীয় চৰকাৰৰ-পৰা কিছু ধন যোগাৰ কৰিবলৈ সক্ষম হয়। সেই ধনেৰেই বৰ্ত্তমানে ৰাজ্যিক সংগ্ৰহা-লয়ৰ বিশেষ শ্ৰীবৃদ্ধি হ'ব লাগিছে। তেখেতৰ কাৰ্যদক্ষতাত সন্তুষ্ট হৈ অসম চৰকাৰে অলপতে ৰাজ্যিক পুৰাতত্ত্ব (আৰ্কিঅ'লজি) বিভাগৰ কামো তেখেতৰ ওপৰতে ন্যস্ত কৰিছে। গুৱাহাটীৰ ভোলানাথ বৰুৱা কলেজটি হৈ উঠাত তেখেতে বিশেষ সহায়তা কৰে আৰু এই কলেজৰ আৰম্ভণিৰপৰাই সংস্কৃত বিষয়ৰ অধ্যাপক-ৰূপে কিছু দিন কাম কৰিছিল। সংগ্ৰহালয়ৰ সহকাৰী অধ্যক্ষ শ্ৰীসুৰাবিচৰণ দাসেৰে যুটীয়াভাৱে তেখেতে লিখা Ancient Treasures of Assam নামৰ কিতাপ এখনি অসম চৰকাৰে প্ৰকাশ কৰিছে।

পৰিশিষ্ট ২

# অসম সাহিত্য সভাৰ চমু ইতিবৃত্ত

"অসম সাহিত্য সভাৰ ভাষণাৱলী"ৰ দ্বিতীয় ভাগত ১৯৫৬ চনৰ শেহলৈকে সভাৰ ইতিবৃত্ত দিয়া হৈছে। ইয়াত তাৰ পিছৰ কথাখিনি দিয়া হ'ল।

১৯৫৬ চনৰ ২৭ আৰু ২৮ ডিচেম্বৰ তাৰিখে ধুবুৰীত শ্ৰীবেণুধৰ শৰ্ম্মাদেৱৰ সভাপতিত্বত বহা পঞ্চবিংশ সন্মিলনকে ৰূপালী জয়ন্তী অধিবেশন হিচাপে মহাসমাৰোহেৰে পতা হৈছিল। শ্ৰীপ্ৰমথনাথ চক্ৰৱৰ্ত্তীদেৱ অভ্যৰ্থনা সমিতিৰ সভাপতি আছিল। শ্ৰীসীতানাথ ব্ৰহ্মচৌধুৰীয়ে সভা উদ্বোধন কৰে। ২৭ তাৰিখে পুৱা শ্ৰীৰূপনাথ ব্ৰহ্মৰ সভাপতিত্বত বুৰঞ্জী-শাখাৰ অধিবেশন বহে। ২৮ তাৰিখে আবেলি শ্ৰীলক্ষ্মীনাথ দাসৰ সভাপতিত্বত বিজ্ঞান-শাখাৰ অধিবেশন হয়। সঙ্গীত সন্মিলনত শ্ৰীপ্ৰফুল্লচন্দ্ৰ বৰুৱাদেৱে সভাপতিত্ব কৰিছিল। নতুন বছৰৰ কাৰণে শ্ৰীপৰাগধৰ চলিহা প্ৰধান সম্পাদক নিৰ্ব্বাচিত হয়। পিছৰ বছৰত গুৱাহাটীত বহা ভাৰতীয় জাতীয় কংগ্ৰেছৰ ৬৩তম অধিবেশনৰ প্ৰদৰ্শনীত সাহিত্য সভাই যোগ দিয়ে আৰু শ্ৰীপৰাগধৰ চলিহা-সম্পাদিত The Outlook on NEFA আৰু শ্ৰীবিশ্বনাৰায়ণ শাস্ত্ৰী আৰু শ্ৰীপ্ৰমোদচন্দ্ৰ ভট্টাচাৰ্য্য-সম্পাদিত This is Assam নামৰ পুথি প্ৰকাশ কৰে। বছৰটোত শ্ৰীপৰাগধৰ চলিহা-সম্পাদিত "সীমান্তৰ সম্ভেদ" আৰু শ্ৰীমহেন্দ্ৰনাথ সভাপণ্ডিতৰ ৰচিত "নীলাচল পাঠ" (আওনগা-অসমীয়া-পুথি) প্ৰকাশ হয়।

১৯৫৮ চনৰ এপ্ৰিলৰ ২০ আৰু ২১ তাৰিখে শ্ৰীপদ্মধৰ চলিহাদেৱৰ সভাপতিত্বত তিনিচুকীয়াত অসম সাহিত্য সভাৰ ষড়বিংশ সন্মিলন অনুষ্ঠিত হয়। অভ্যৰ্থনা সমিতিৰ সভাপতি আছিল শ্ৰীসোমেশ্বৰ বৰুৱাদেৱ। তেতিয়াৰ অসম প্ৰদেশ কংগ্ৰেছ কমিটীৰ সভাপতি শ্ৰীমহেন্দ্ৰমোহন চৌধুৰীদেৱে সভা উদ্বোধন কৰে। ১৯ তাৰিখে শ্ৰীদেৱেশ্বৰ শৰ্ম্মাদেৱে প্ৰদৰ্শনী উদ্বোধন কৰে। ২১ তাৰিখে পুৱা শ্ৰীহৰিপ্ৰসাদ বৰুৱাদেৱৰ সভাপতিত্বত বিজ্ঞান সভা আৰু শ্ৰীৰাজমোহন নাথদেৱৰ সভাপতিত্বত বুৰঞ্জী-শাখাৰ অধিৱেশন বহে। ২০ তাৰিখে আবেলি ন্যায়াধীশ শ্ৰীহলিৰাম ডেকাদেৱৰ সভাপতিত্বত আলোচনা চক্ৰৰ অধিৱেশন হয়। সঙ্গীত সন্ধিয়াত শ্ৰীবিষ্ণুপ্ৰসাদ ৰাভাদেৱে সভাপতিত্ব কৰে। পৰবৰ্ত্তী বছৰৰ কাৰণে শ্ৰীবিনন্দচন্দ্ৰ বৰুৱাদেৱ প্ৰধান সম্পাদক নিৰ্ব্বাচিত হয়।

অসম সাহিত্য সভাৰ সপ্তবিংশ সন্মিলন ১৯৫৯ চনৰ ১৯ আৰু ২০ তাৰিখে শ্ৰীঅতুলচন্দ্ৰ হাজৰিকা ডাঙৰীয়াৰ সভাপতিত্বত বহে। কবি শ্ৰীৰত্নকান্ত বৰকাকতীদেৱে সভা উদ্বোধন কৰে। সভাত শ্ৰীটাগাং টাকি আৰু আন তিনিজন উত্তৰ-পূব সীমান্ত অঞ্চলৰ ছাত্ৰই যোগ দিয়ে। শ্ৰীমহীচন্দ্ৰ বৰাদেৱ অভ্যৰ্থনা সমিতিৰ সভাপতি আছিল। ১৭

তাৰিখে সন্ধিয়া শ্ৰীপদ্মধৰ চলিহা ডাঙৰীয়াই সাংস্কৃতিক অনুষ্ঠান উদ্বোধন কৰে। ১৮
তাৰিখে দুপৰীয়া ডক্টৰ শ্ৰীমহেশ্বৰ নেওগদেৱৰ সভাপতিত্বত আলোচনা-চক্ৰ বহে। ১৯
তাৰিখে পুৱা শ্ৰীপদ্মেশ্বৰ গগৈদেৱৰ সভাপতিত্বত বুৰঞ্জী-শাখাৰ অধিৱেশন হয়। ২০
তাৰিখে পুৱা অধ্যক্ষ শ্ৰীযজ্ঞেশ্বৰ শৰ্ম্মাদেৱৰ সভাপতিত্বত কবি-সন্মিলন আৰু সন্ধিয়া ডক্টৰ শ্ৰীগৰনচন্দ্ৰ মহন্তদেৱৰ সভাপতিত্বত বিজ্ঞান-শাখাৰ অধিৱেশন বহে। পৰৱৰ্ত্তী বছৰৰ কাৰণে শ্ৰীযতীন্দ্ৰনাথ গোস্বামী প্ৰধান সম্পাদক নিৰ্ব্বাচিত হয়। এই অধিৱেশনত ১৯৬০ চনৰ ভিতৰতে অসমীয়া ভাষাক ৰাজ্যিক প্ৰশাসনীয় ভাষা কৰিব লাগে বুলি প্ৰস্তাৱ গৃহীত হয়। কেন্দ্ৰীয় চৰকাৰে অসমীয়া ভাষা উত্তৰ-পূব সীমান্ত অঞ্চলৰ স্কুলসমূহত শিক্ষাৰ মাধ্যম-ৰূপে ঘোষণা কৰা হয়। ১৯৫৯ চনৰ ১৬ জুনত সদৌ অসম জুৰি আনন্দৰাম ঢেকিয়াল ফুকনৰ শতবাৰ্ষিকী উৎসৱ পালিত হয়। আৰু সভাৰপৰা "আনন্দৰাম ঢেকিয়াল ফুকন" আৰু আনন্দৰাম ঢেকিয়াল ফুকনে By A Native নামত লিখা A Few Remarks on The Assamese Language পুথিৰ ডক্টৰ মহেশ্বৰ নেওগৰ পাতনি সম্বলিত অনুবাদ "অসমীয়া ভাষা" প্ৰকাশ কৰা হয়। ৰাজ্যিক ভাষা হোৱাৰ সপক্ষে অসমীয়া ভাষাৰ ন্যায্য স্বত্বৰ দাবী পূৰণত লেহেম হোৱাত চাৰিওফালৰপৰাই সভায় সমিতিয়ে পুনৰ পুনৰ সি উৎথাপিত হ'বলৈ ধৰে। শেষত অসমৰ স্বাৰ্থৰ বিৰোধী দলে অশুচি মাত মাতি দাবীটো প্ৰতিৰোধ কৰিবলৈ যত্ন কৰাত অসম সাহিত্য সভাৰ দায়িত্ব আৰু সীমাৰ বাহিৰত এক অভিনৱ জন-আন্দোলনৰ উদ্ভৱ' হয়; ই বহুতোখিনি ৰাজনৈতিক বোলো লয়। সি যি হওক, অসমীয়া ভাষাক প্ৰশাসনীয় ভাষা-ৰূপে স্বীকৃতিৰ যুক্তি আগ বঢ়াই অসম সাহিত্য সভাই "ৰাজ্যিক ভাষা অসমীয়া" আৰু "ৰাজ্যিক ভাষাৰ সমৰ্থনত" নামৰ দুখন পুস্তিকা প্ৰকাশ কৰে। ৰাজ্যিক প্ৰশাসনীয় ভাষাৰ দাবী আৰু ১৯৬০ চনৰ জুলাই মাহত দেশ জুৰি উদ্ভৱ হোৱা অস্থিৰতাৰ বিষয়ে অসম সাহিত্য সভাই Assam's State Language নামৰ এখন ইংৰাজী পুস্তক প্ৰকাশ কৰে। অক্টোবৰৰ ২৪ তাৰিখে অসম বিধান সভাত 'অসম শাসকীয় ভাষা অধিনিয়ম ১৯৬০' গৃহীত হয়। এই বছৰত ডক্টৰ মহেশ্বৰ নেওগৰ সম্পাদিত হৈ অসমৰ মঠ-মন্দিৰ, থান-সত্ৰ, গীৰ্জ্জা-মছজিদ আদিৰ বিৱৰণেৰে বহৎ পুথি "পৱিত্ৰ অসম" শ্ৰীঅতুলচন্দ্ৰ হাজৰিকাৰ সম্পাদিত হৈ শ্ৰীযোগেশচন্দ্ৰ তামুলীৰ "নিচুকনি"ৰ বহল ৰূপ "অসমীয়া লোকগীতি-সংগ্ৰহ", শ্ৰীলুম্বেৰ দাইৰ ৰচিত "উদয়াচলৰ সাধু" আৰু ডক্টৰ প্ৰফুল্লদত্ত গোস্বামীৰ সম্পাদিত হৈ এ. কে. গাৰ্নীৰ "কামিনীকান্তৰ চৰিত্ৰ" প্ৰকাশ হয়।

অসম সাহিত্য সভাৰ অষ্টাবিংশ সন্মিলন ১৯৬০ চনৰ ২৮ আৰু ২৯ অক্টোবৰত প্ৰিন্সিপাল শ্ৰীত্ৰৈলোক্যনাথ গোস্বামীদেৱৰ সভাপতিত্বত নতুন পলাশবাৰীত (মিৰ্জ্জা) বহে। শ্ৰীৰঘুনাথ চৌধাৰীদেৱে সভা উদ্বোধন কৰে। শ্ৰীঅৱলাকান্ত গোস্বামীদেৱ অভ্যৰ্থনা সমিতিৰ সভাপতি আছিল। শ্ৰীনীলমণি ফুকনদেৱে প্ৰদৰ্শনী উদ্বোধন কৰে। অধ্যক্ষ শ্ৰীতীৰ্থনাথ শৰ্ম্মাদেৱৰ সভাপতিত্বত ২৮ তাৰিখে পুৱা আলোচনা-চক্ৰ আৰু শ্ৰীমতী নলিনীবালা দেৱীৰ পৌৰোহিত্যত ২৯ তাৰিখে পুৱা কবি-সন্মিলন বহে। শ্ৰীনান-

গোবিন্দ চক্ৰৱৰ্ত্তীদেৱ সঙ্গীত অনুষ্ঠানৰ সভাপতি আছিল। ১৯৬০-৬১, ১৯৬১-৬২ চনৰ বাবে ডঃ মহেশ্বৰ নেওগদেৱ প্ৰধান সম্পাদক নিৰ্ব্বাচিত হয়। ১৯৬০ চনৰ ৩০ ডিচেম্বৰত চন্দ্ৰকান্ত সন্দিকৈ ভৱনত ৰাধাকান্ত সন্দিকৈৰ এটি আঁঠমতুৰা আৱক্ষ মূৰ্ত্তি অসমৰ সামৰিক ৰাজ্যপাল শ্ৰীবিষ্ণু সহায়ৰ দ্বাৰা উন্মোচন কৰোৱা হয় আৰু ভৱনৰ চৌহদত ৰাধাকান্ত সন্দিকৈ গৱেষণা গ্ৰন্থাগাৰ আৰু বক্তৃতামঞ্চৰ আধাৰশিলা স্থাপন কৰা হয়। ১৯৬১ চনৰ ২০ জানুৱাৰীত গুৱাহাটীত শ্ৰীনকুলনাথ চৌধাৰীৰ তিৰাশী বছৰীয়া জন্মতিথি উপলক্ষে সম্বৰ্দ্ধনা জনোৱা হয়। ১৯৬১ চনৰ এপ্ৰিল মাহত ডক্টৰ মহেশ্বৰ নেওগ, শ্ৰীলীলা গগৈ আৰু শ্ৰীহৰিপ্ৰসাদ নেওগেৰে গঠিত এটি দলে তিৰাপ সীমান্ত বিভাগ ভ্ৰমণ কৰি তʼৰ জনজাতীয় লোকৰ মাজত সাহিত্য সভাৰ সন্দেশ-বাণী প্ৰচাৰ কৰে। সীমান্ত অঞ্চলত সম্পাদনীকৈ আৰু আশাশুধীয়াভাৱে অসমীয়া মাধ্যমৰ প্ৰচলন আৰু জনজাতীয় ভাষাত অসমীয়া লিপি-গ্ৰহণৰ বিষয়ে সভাই উঠি-পৰি লাগি আছে। ১৯৬১ চনৰ ১৯ তাৰিখে শ্ৰীত্ৰৈলোক্যনাথ গোস্বামী, ডক্টৰ মহেশ্বৰ নেওগ, শ্ৰীহৰেন্দ্ৰনাথ বৰুৱা, শ্ৰীঅতুলচন্দ্ৰ হাজৰিকা আৰু শ্ৰীনৰেন্দ্ৰনাথ শৰ্ম্মাৰে গঠিত এটি দলে গুৱাহাটীত এই বিষয়ে ভাৰতৰ প্ৰধান মন্ত্ৰী শ্ৰীজৱহৰলাল নেহৰুক লগ ধৰি এখনি নিৱেদন-পত্ৰ আগ বঢ়ায়। এই বছৰত কাছাৰৰ বঙালী লোকসকলে বঙলাকো অসমৰ প্ৰশাসনীয় ভাষাৰ দাবী কৰি আন্দোলন কৰাত শাসকীয় ভাষা অধিনিয়মৰ প্ৰশ্নই আকৌ মূৰ দাঙি উঠে। সেই প্ৰসঙ্গতে ভাৰতৰ স্বৰাষ্ট্ৰ মন্ত্ৰী শ্ৰীলাল বাহাদুৰ শাস্ত্ৰী অসমলৈ অহাত অসম সাহিত্য সভাই ৪ জুন তাৰিখে নিজৰ বক্তব্যেৰে এক 'স্মাৰকপত্ৰ' দাখিল কৰে। ৬ জুনৰ দিনা শাস্ত্ৰীজীয়ে অসম শাসকীয় ভাষা অধিনিয়ম ১৯৬১ সংশোধন কৰি কাছাৰত বঙালীকে একমাত্ৰ চৰকাৰী ভাষা কৰিবলৈ মন্ত্ৰণা দিয়ে। ইয়াৰ পিছত শ্ৰীশাস্ত্ৰীৰ পৰামৰ্শমতে ২৭ জুলাই তাৰিখে আৰু এখনি নিৱেদন তেখেতলৈ পঠোৱা হয়। ইয়াৰ পিছত ১৩ ছেপ্টেম্বৰ তাৰিখে প্ৰধান সম্পাদক ডক্টৰ মহেশ্বৰ নেওগ, শ্ৰীহৰেন্দ্ৰনাথ বৰুৱা আৰু শ্ৰীনৰেন্দ্ৰনাথ শৰ্ম্মা, লগতে শ্ৰীপ্ৰফুল্লচন্দ্ৰ বৰুৱা এম্, পি, আৰু সংসদী সচিব শ্ৰীযোগেন্দ্ৰনাথ হাজৰিকাই তেখেতক লগ ধৰি কয় কাছাৰত যাতে অসমীয়া ভাষাৰ প্ৰশাসনীয় ভাষাৰূপে প্ৰচলন বন্ধ নহয়, আৰু জিলা আৰু ৰাজ্যৰ সদৰৰ মাজত আদান-প্ৰদানত অসমীয়া ভাষাও থাকে। স্বৰাষ্ট্ৰমন্ত্ৰীয়ে এই উদ্দেশ্যে আশ্বাস দিয়াত প্ৰধান সম্পাদকে আমাৰ মুখ্যমন্ত্ৰীক লগ ধৰি তাতে সম্মতি বিচাৰে। দিল্লীত শাস্ত্ৰী-চলিহাৰ দেখা-দেখিৰ পিছত স্মাৰক-পত্ৰৰ মৰ্ম্মতে শাস্ত্ৰীৰ মন্ত্ৰণাৰে সঙ্গতি ৰাখি অধিনিয়মৰ সংশোধন উত্থাপন কৰিবলৈ অসম চৰকাৰ সম্মত হয়। নতুন বছৰৰ প্ৰকাশনসমূহ—বেণুধৰ ৰাজখোৱাৰ "অসমীয়া খণ্ডবাক্য-কোষ" (ডক্টৰ মহেশ্বৰ নেওগৰ পৰিশিষ্ট সম্বলিত আৰু সম্পাদিত), লক্ষ্মীনাথ বেজবৰুৱাৰ "মোৰ জীৱন সোঁৱৰণ" (শ্ৰীযতীন্দ্ৰনাথ গোস্বামী-সঙ্কলিত), অসম সাহিত্য সভাৰ বুৰঞ্জী-শাখাৰ অধিবেশনসমূহৰ সভাপতিৰ অভিভাষণৰ সঙ্কলন "অসম সাহিত্য সভাৰ ভাষণাৱলী", তৃতীয় খণ্ড (শ্ৰীঅতুলচন্দ্ৰ হাজৰিকা আৰু শ্ৰীযতীন্দ্ৰনাথ গোস্বামী সম্পাদিত)। শ্ৰীনকুলচন্দ্ৰ ভূঞাৰ বৃহৎ "ৰাধাকান্ত সন্দিকৈ ডাঙৰীয়া" আৰু হৰিপ্ৰসাদ নেওগৰ সৰু "ৰাধাকান্ত সন্দিকৈ" (জীৱনী), শ্ৰীকমলেশ্বৰ শৰ্ম্মাৰ "কবি

চোধাৰী আৰু চোধাৰীদেৱৰ কৱিতা," ডক্টৰ মহেশ্বৰ নেওগ-সম্পাদিত Assam's Language Question, আৰু শ্ৰীলংকাম টেৰণৰ "মিকিৰ জনজাতি"। বছৰটোৰ ভিতৰত হোৱা লোক-গণনাৰ ক্ষেত্ৰত উডব হোৱা ভ্ৰান্ত ধাৰণা আৰু কোনো লোকৰ অপচেষ্টা বোধ কৰিবৰো প্ৰচেষ্টা কৰা হৈছিল। 'অসমৰ জনজাতি' আৰু 'অসমৰ জনজাতীয় সাধু' নামে দুখনি পুথি-প্ৰকাশৰ আয়োজনো হয়। মিৰি ছাত্ৰসকলৰ অৰনাৰি-বিন্নম পত্ৰিকা আৰু শ্ৰীকবিচন্দ্ৰ মহন্তৰ ৰামায়ণ প্ৰকাশত সাহায্য দান কৰা হয়। বছৰটোত শ্ৰীকৃষ্ণকান্ত সন্দিকৈ ডাঙৰীয়াৰ বিবিধ দান আৰু পৰামৰ্শই উদ্যোক্তাসকলক বিশেষ উৎসাহন যোগায়।

অসমৰ প্ৰৱীণ আৰু নৱীন সাহিত্যসেৱীসকল সম্মিলিত শক্তিত অসম সাহিত্য সভাৰ এটি অধিক গৌৰৱপূৰ্ণ উজ্জ্বল অধ্যায় ৰচিত হওক, এয়ে কামনা।

পৰিশিষ্ট ৩

# অসম সাহিত্য সভাৰ সভাপতি, সম্পাদক আদি

"অসম সাহিত্য সভাৰ ভাষণাৱলী", দ্বিতীয় ভাগত ১৯৫৬ চনৰ ডিচেম্বৰত বহা পঞ্চবিংশ অধিৱেশনৰ সভাপতি আদি আৰু সেই অধিৱেশনত নিৰ্ব্বাচিত প্ৰধান সম্পাদক আদিৰ তালিকা সন্নিৱিষ্ট হৈছে। তাৰ পিছৰ মূল সন্মিলন, অভ্যৰ্থনা সমিতি আৰু শাখা-অধিৱেশনসমূহৰ সভাপতি, সভা উদ্বোধন কৰোঁতা আৰু সন্মিলনত নিৰ্ব্বাচিত অসম সাহিত্য সভাৰ উপসভাপতি, প্ৰধান সম্পাদক আদিৰ নাম ক্ৰমানুসাৰে ইয়াত দিয়া হ'ল।

## সভাপতি, মূল সন্মিলন

২৬। শ্ৰীপদ্মধৰ চলিহা (২০, ২১ এপ্ৰিল ১৯৫৮, তিনিচুকীয়া)
২৭। শ্ৰীঅতুলচন্দ্ৰ হাজৰিকা (১৯,২০ এপ্ৰিল ১৯৫৯, নগাঁও)
২৮। শ্ৰীত্ৰৈলোক্যনাথ গোস্বামী (২৮,২৯ অক্টোবৰ ১৯৬০, মিৰ্জ্জা ;
৩১ অক্টোবৰ, ১ নবেম্বৰ ১৯৬১ গোৱালপাৰা)

## সভাপতি, বুৰঞ্জী-শাখা

১৩। শ্ৰীৰাজমোহন নাথ (২১ এপ্ৰিল ১৯৫৮, তিনিচুকীয়া)
১৪। শ্ৰীপদ্মেশ্বৰ গগৈ (১৯ অক্টোবৰ ১৯৫৯, নগাঁও)
১৫। শ্ৰীপ্ৰেমধৰ চৌধুৰী (১ নবেম্বৰ ১৯৬১, গোৱালপাৰা)

## সভাপতি, সঙ্গীত-শাখা

১৩। শ্ৰীবিষ্ণুপ্ৰসাদ ৰাভা (এপ্ৰিল ১৯৫৮, তিনিচুকীয়া)
১৪। শ্ৰীপদ্মধৰ চলিহা (এপ্ৰিল ১৯৫৯, নগাঁও)
১৫। শ্ৰীমানগোৱিন্দ চক্ৰৱৰ্ত্তী (অক্টোবৰ ১৯৬০, মিৰ্জ্জা)
১৬। শ্ৰীপাৰ্বতিপ্ৰসাদ বৰুৱা (অক্টোবৰ ১৯৬১, গোৱালপাৰা)

## সভাপতি, বিজ্ঞান-শাখা

৬। শ্ৰীহৰিপ্ৰসাদ বৰুৱা (এপ্ৰিল ১৯৫৮, তিনিচুকীয়া)
৭। ডক্টৰ শৰনচন্দ্ৰ মহন্ত (এপ্ৰিল ১৯৫৯, নগাঁও)

## সভাপতি, আলোচনা-চক্র

১। শ্রীহলিৰাম ডেকা (২০ এপ্রিল ১৯৫৮, তিনিচুকীয়া)
২। ডক্টৰ মহেশ্বৰ নেওগ (১৮ এপ্রিল ১৯৫৯, নগাঁও)
৩। শ্রীতীর্থনাথ শর্ম্মা (অক্টোবৰ ১৯৬০, মিৰ্জ্জা)

## সভাপতি, অভ্যর্থনা সমিতি

২৬। শ্রীসোমেশ্বৰ বৰুৱা (২০, ২১ এপ্রিল ১৯৫৮, তিনিচুকীয়া)
২৭। শ্রীমহীচন্দ্র বৰা (১৯, ২০ এপ্রিল ১৯৫৯, নগাঁও)
২৮। শ্রীঅৰলাকান্ত গোস্বামী (২৮, ২৯ অক্টোবৰ ১৯৬০, মিৰ্জ্জা)
২৯। শ্রীখগেন্দ্রনাথ নাথ (৩১ অক্টোবৰ, ১ নবেম্বৰ ,১৯৬১, গোৱালপাৰা)

## প্ৰদৰ্শনী-উদ্বোধক

৭। শ্রীদেৱেশ্বৰ শৰ্ম্মা (মন্ত্রী) (এপ্রিল ১৯৫৮, তিনিচুকীয়া)
৮। ডক্টৰ সূর্য্যকুমাৰ ভূঞা (এপ্রিল ১৯৫৯, নগাঁও)
৯। শ্রীনীলমণি ফুকন (অক্টোবৰ ১৯৬০, মিৰ্জ্জা)

## উপসভাপতি, অসম সাহিত্য সভা

৩। শ্রীঅতুলচন্দ্র হাজৰিকা, ১৯৫৮-৫৯
৪। শ্রীবিনন্দচন্দ্র বৰুৱা, ১৯৫৯-৬০
৫। শ্রীবিনন্দচন্দ্র বৰুৱা, ১৯৬০-৬১, ১৯৬১-৬২

## প্ৰধান সম্পাদক, অসম সাহিত্য সভা

২৬। শ্রীবিনন্দচন্দ্র বৰুৱা, ১৯৫৮-৫৯
২৭। শ্রীযতীন্দ্রনাথ গোস্বামী, ১৯৫৯-৬০
২৮। ডক্টৰ মহেশ্বৰ নেওগ, ১৯৬০-৬১, ১৯৬১-৬২

## সহকাৰী সম্পাদক, অসম সাহিত্য সভা

শ্রীযতীন্দ্রনাথ গোস্বামী, ১৯৫৮-৫৯
শ্রীহৰিপ্ৰসাদ নেওগ, ১৯৫৯-৬০, ১৯৬০-৬১, ১৯৬১-৬২

## সম্পাদক, অসম সাহিত্য সভা পত্ৰিকা

ডক্টৰ সত্যেন্দ্রনাথ শৰ্ম্মা, ১৯৫৮-৫৯, ১৯৫৯-৬০, ১৯৬০-৬১, ৬১-৬২
(সপ্তবিংশ—ঊনবিংশ বছৰ)
শ্রীযতীন্দ্রনাথ গোস্বামী, ১৯৬১-৬২ (বিংশ বছৰ)